*SAHITYA SAMIKHYA A Collection of articles on Assamese and English literature written by Rabindra Chandra Bora, and published by Purbakash Prakashan, Nagaon, Assam.*

প্ৰথম সংস্কৰণ ঃ
ডিচেম্বৰ, ১৯৮৭

বেটুপাতৰ শিল্পী :
কিৰণ শংকৰ ৰয়

মূল্য ঃ ত্ৰিশ টকা

মূদ্ৰক :
শৰাইঘাট প্ৰিণ্টাৰ্ছ
এম. চি, ৰোড
গুৱাহাটী-৭৮১০০৩

## ॥ উৎসর্গ ॥

আবাহন যুগৰ জনপ্ৰিয় গল্পকাৰ,
প্ৰথিতযশা কথা-সাহিত্যিক
পিতৃদেৱ ⁄মহীচন্দ্ৰ বৰাৰ
স্মৃতিত



# আগকথা

## লেখক : লেখা আৰু প্ৰকাশক

'সাহিত্য-সমীক্ষা'ত স্থান পোৱা প্ৰবন্ধ সমূহৰ কেইবাটাও ভিন্ন শিৰোনামাৰে ৰামধেনু, আমাৰ প্ৰতিনিধি, অসমবাণী, অসমবাতৰি, অগ্ৰদূত, প্ৰহৰী, দৈনিক অসম আদি আলোচনী-বাৰ্তালোচনীত বিভিন্ন সময়ত প্ৰকাশিত হোৱা প্ৰবন্ধ। সামগ্ৰিক-ভাবে এই প্ৰবন্ধ সমূহ ১৯৬৩-৬৪ চনৰ পৰা আৰম্ভ কৰি বৰ্তমান সময়লৈকে লেখা। প্ৰকাশিত প্ৰবন্ধ সমূহৰ ক্ষেত্ৰত ৰামধেনু, অগ্ৰদূত, অসমবাতৰি, দৈনিক অসমৰ সম্পাদক সকল ক্ৰমে ৰাধিকা-মোহন ভাগৱতী, কনক সেন ডেকা, চাৰু মহন্ত, কীৰ্তিনাথ হাজৰিকা—এই সকল শ্ৰদ্ধেয়, সাহিত্যানুৰাগী, সংস্কৃতিবান সমাজ সচেতন ব্যক্তিয়ে আগবঢ়োৱা সহাঁৰি আৰু সমাদৰ মোৰ বাবে বৰ উৎসাহজনক আছিল। 'আধুনিক ইংৰাজ কবি টি, এচ, এলিয়ট' শীৰ্ষক নভেম্বৰ, ১৯৬৩ চনৰ সংখ্যা 'ৰামধেনু'ত প্ৰকাশিত লেখাটোৱেই মোৰ সৰ্বপ্ৰথম উল্লেখনীয় প্ৰকাশিত নিবন্ধ। বৰ্তমান নতুন তথ্যৰে সংযোজিত নতুনকৈ লেখা এই নিবন্ধটোত পৰিৱৰ্তিত আঙ্গিকৰ প্ৰয়োগ, বিষয়বস্তু আৰু অভিজ্ঞতাৰ প্ৰতীকি প্ৰকাশৰ যোগেদি আধুনিক ইংৰাজী কাব্য-সাহিত্যত এক যুগান্তৰৰ সূচনা কৰা টি, এচ, এলিয়টৰ কবিতা সম্পৰ্কে এটা আলোচনা আগবঢ়োৱা হৈছে। উল্লেখযোগ্য যে নতুন কবিতা সম্পৰ্কে শিক্ষিত পঢ়ুৱৈ সমাজৰ মাজতো কিছুমান বিভ্ৰান্তিকৰ ধাৰণাই ঠাই পাইছে আৰু সেয়ে বহুতে এনে কবিতা কেৱল 'শব্দৰ সমজল' বা 'শব্দৰ জঞ্জাল' বুলি অতি তৰল অভিমতো ব্যক্ত কৰা দেখা গৈছে। প্ৰকৃততে আধুনিক বা নতুন কবিতাৰ তথাকথিত দুৰ্বোধ্যতা বা জটিলতাৰ ঐতিহাসিক, সামাজিক আৰু ৰচনা-ৰীতিৰ পৰিৱৰ্তিত পটভূমিৰ সম্যক ধাৰণাৰ অভাৱত এনে ধৰণৰ 'তৰল' বক্তব্য হয়তো অস্বাভাৱিক নহয়, সেয়ে এই নিবন্ধত এই সম্পৰ্কে এটা ব্যাখ্যা আগবঢ়োৱা হৈছে। লগতে কাব্য-সাহিত্য সম্পৰ্কে প্ৰাচীন পন্থী সকলৰ বক্তব্য ভাঙি ধৰা হৈছে আন এটা নিবন্ধ 'কাব্য-সাহিত্য :

প্লেটৰ সমালোচনা ঃ অ্যাৰিষ্টটলৰ সমৰ্থন'ত। কীৰ্তিনাথ হাজৰিকা দেৱৰ দ্বাৰা সম্পাদিত 'দৈনিক অসম'ত আনন্দৰাম ঢেঁকিয়াল ফুকন আৰু ব্যঙ্গ সাহিত্যিক হেমচন্দ্ৰ বৰুৱা সম্পৰ্কে দুটা সুদীৰ্ঘ প্ৰবন্ধ প্ৰকাশিত হোৱাটো সেই সময়ত বা বৰ্তমান সময়তো লেখা প্ৰকাশৰ ক্ষেত্ৰত এটা ব্যতিক্ৰম যেন ধাৰণা হৈছিল—উল্লেখযোগ্য যে ঢেকিয়াল ফুকন সম্পৰ্কে লেখাটোৰ প্ৰকাশৰ বাবে পঠোৱাৰ সুদীৰ্ঘ প্ৰায় এবছৰ মানৰ পিচতহে পোহৰলৈ আহিছিল। সেইদৰে ডঃ ভূপেন হাজৰিকাদেৱৰ সম্পাদিত 'আমাৰ প্ৰতিনিধি'ত প্ৰকাশিত নিবন্ধ 'দুজন নাট্যকাৰৰ জীৱন দৰ্শন' আৰু 'জনপ্ৰিয়তা ঃ উপন্যাস সাহিত্যৰ আন এটা দিশ'ৰ সন্দৰ্ভত ভাতৃসম লেখক সাংবাদিক পবিত্ৰ কুমাৰ ডেকাৰ ব্যক্তিগত প্ৰচেষ্টা স্মৰণীয় হৈ ৰব। 'অগ্ৰদূত' বাৰ্তালোচনীৰ এটা আকৰ্ষণীয় শিতান 'বিদেশী ভাষাৰ গ্ৰন্থত প্ৰকাশিত দুখন ইংৰাজী উপন্যাসৰ আলোচনাৰ আধাৰত ৰচিত নিবন্ধ 'দুখন উপন্যাস ঃ দুজন ঔপন্যাসিক' এই সংকলনত সন্নিবিষ্ট কৰা হৈছে। নগাওঁ সাহিত্য সভাৰ বিশেষ সংকলনত প্ৰকাশিত 'তিনিজন গল্পকাৰ' আৰু 'যজ্ঞেশ্বৰ শৰ্মাদেৱৰ লেখা' সম্পৰ্কে আলোচনামূলক দুটা নিবন্ধ আৰু কামপুৰ সাহিত্য সভাৰ অধিবেশনৰ স্মৃতি-গ্ৰন্থত প্ৰকাশিত নিবন্ধ 'মহীচন্দ্ৰ বৰাৰ গল্পৰ বৈশিষ্ট্য' -এই লেখাকেইটাৰ সন্দৰ্ভত সহযোগী অধ্যাপক ডঃ নৰেন কলিতা আৰু যোগেন্দ্ৰ নাৰায়ণ ভূঞাৰ সক্ৰিয় সহযোগ উল্লেখনীয়। আনহাতে এই সংকলনত সন্নিবিষ্ট নোহোৱা সাম্প্ৰতিক কালৰ সমাজ জীৱনৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি লিখা একাধিক নিবন্ধ প্ৰকাশিত হৈছিল 'অসমবাতৰি' আৰু 'নীলাচল' বাৰ্তালোচনীত। উল্লেখযোগ্য যে লেখকৰ দুটামান প্ৰবন্ধ মানবিশিষ্ট হলেও সুদীৰ্ঘ হোৱাৰ বাবে প্ৰকাশৰ বাবে বিবেচনা নোহোৱা বুলি দুজনমান সম্পাদকে ব্যক্তিগত সাক্ষাৎ প্ৰসঙ্গতহে জনাইছিল। গতিকে এই খিনিতে বিভিন্ন আলোচনী-বাৰ্তালোচনীৰ সম্পাদনাৰ দায়িত্বত থকা ব্যক্তি, সংশ্লিষ্ট কৰ্তৃপক্ষ আৰু পঢ়ুৱৈ সমাজৰ এটা কথাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিব খুজিছো। আমাৰ বহুতো আলোচনী-বাৰ্তালোচনীৰ কৰ্তৃপক্ষই ডাকযোগে পঠোৱা লেখাৰ প্ৰাপ্তি স্বীকাৰ বা লেখা প্ৰকাশিত হোৱা সংখ্যাটোৰ 'কপি' পঠোৱা বা এই সম্পৰ্কে প্ৰয়োজনীয়

যোগাযোগ কৰা ক্ষেত্ৰত 'নিলিপ্ততা' অবলম্বন কৰা দেখা যায় যদিও একাধিক আলোচনী-বাৰ্তালোচনীয়ে লেখকসকলক 'মাননি' আগবঢ়াই উৎসাহিত কৰিবলৈ প্ৰচেষ্টা কৰে। এই প্ৰসঙ্গত এটা সমালোচনামূলক বা তাত্বিক লেখা সম্পৰ্কে ব্যক্তিগত অভিমত ডাঙি ধৰিব খুজিছো। এনে এটা লেখাৰ ক্ষেত্ৰত বহুত সময়, একনিষ্ঠ মনোযোগ, আৰু বিভিন্ন তথ্যৰ লগত লেখকৰ অন্তৰ্দৃষ্টি আৰু স্বকীয় দৃষ্টিভঙ্গীৰ সংযোগৰ প্ৰয়োজন হয়; গতিকে এনে এটা নিবন্ধ সাধাৰণতে ভবাৰ দৰে 'কেবল সংগৃহীত তথ্যৰ সহজ-সাধ্য ৰচনা' নহয়। আনহাতে যিকোনো এটা লেখাৰ (প্ৰকাশৰ বাবে বিবেচিত হোৱা) যথাসময়ত 'প্ৰকাশেই' লেখকৰ পৰিশ্ৰম; চিন্তা-চৰ্চাৰ প্ৰধানতম 'স্বীকৃতি' বুলি সকলো সচেতন লেখকেই নিশ্চয় অনুভৱ কৰে, এই ক্ষেত্ৰত মাননি বা বানচ হয়তো লেখক-সকলৰ বাবে প্ৰধান আকৰ্ষণ নহয়। এই সন্দৰ্ভতে মোৰ এটা নিবন্ধৰ কথা মনত পৰে। যদিও স্পষ্ট ভাবে কোনো সময়ৰ লেখা মনত নপৰে তথাপি চন ১৯৬৫-৭০ ৰ ভিতৰতে লেখা নিবন্ধটোত এজন বিতৰ্কমূলক ভাৰতীয় ইংৰাজ লেখক নীৰদ চৌধুৰীৰ The Intellectual In India গ্ৰন্থখনৰ আধাৰত এটা আলোচনা কৰা হৈছিল আৰু এই নিবন্ধটো সেই সময়ৰ অসমৰ 'বুদ্ধিজীৱিৰ বাবে' বুলি কথিত এখন আগশাৰীৰ বাৰ্তালো-চনীলৈ প্ৰকাশৰ বাবে পঠাইছিলো। উল্লেখযোগ্য যে নীৰদ চৌধুৰীৰ এই গ্ৰন্থখনত ভাৰতীয় বুদ্ধিজীৱি সমাজৰ বিষয়ে দুটামান অগতানুগতিক অভিমত ডাঙি ধৰা হৈছিল আৰু আমাৰ নিবন্ধটোৱে এই সম্পৰ্কে এক সুস্থ, তথ্য সম্বলিত ইতিবাচক (Positive) আলোচনাৰ বাট মুকলি কৰিব বুলি আশা কৰিছিলো। কিন্তু উক্ত প্ৰবন্ধটো প্ৰকাশ নহ'ল, আৰু এই সম্পৰ্কে কাকতখনৰ সম্পাদকৰ পৰাও 'ভাল-বেয়া' একো জানিব নোৱাৰিলো। অৱশ্যে লেখা প্ৰকাশৰ ক্ষেত্ৰত সম্পাদকৰ সিদ্ধান্তৰ প্ৰত্যাহ্বান জনোৱা বা লেখকে দাবী কৰাটো যদিও নীতি বিৰুদ্ধ তথাপি বিষয়বস্তুৰ গুৰুত্বলৈ দৃষ্টি ৰাখি উক্ত নিবন্ধটো প্ৰকাশ নোহোৱাত মোৰ আক্ষেপ আজিও ৰৈ গল।

সৰ্বশেষত আমাৰ প্ৰকাশিত গ্ৰন্থ সম্পৰ্কে দুটামান কথা উল্লেখ কৰিলো। যদিও এই সংকলনত স্থান পোৱা কেইবাটাও

প্ৰবন্ধ পূৰ্বে প্ৰকাশিত তথাপি বৰ্তমান প্ৰয়োজনীয় সংশোধন, নতুন তথ্য সংযোজন কৰি সম্পূৰ্ণ নতুন ৰূপ দিয়া হৈছে। তদুপৰি গ্ৰন্থখনৰ কলেবৰ বৃদ্ধি হোৱাৰ ভয়ত প্ৰবন্ধ সমূহ যথাসম্ভৱ চুটি কৰা হৈছে। আনহাতে সংকলনৰ বিভিন্ন নিবন্ধত আগবঢ়োৱা আমাৰ আলোচনা, সমালোচনা বা অভিমত সমূহ শেষ সিদ্ধান্ত বুলি আমি দাবী কৰিব নোৱাৰো। বৰং এই বিষয় সমূহৰ ওপৰত নতুন দৃষ্টিভঙ্গীৰে, নতুন আলোচনাৰ অৱকাশ বা প্ৰয়োজন আছে বুলিহে আমি বিশ্বাস কৰোঁ। প্ৰকৃততে গতিশীলতাত বিশ্বাসী কোনো সচেতন সমালোচকেই এনে প্ৰয়োজনীয়তা অস্বীকাৰ কৰিব নোৱাৰে। উদাহৰণস্বৰূপে ছেক্সপীয়েৰৰ এটা চৰিত্ৰ অথেল' সম্পৰ্কে নতুন নতুন তথ্য সম্বলিত অভিমত বিভিন্ন সমালোচকে আগবঢ়াইছে বা ছেক্সপীয়েৰ নাট্যকাৰ জন সম্পৰ্কে বিভিন্ন আলোচনা-সমালোচনাৰ এতিয়াও অন্ত পৰা নাই। সেইদৰে মাৰ্ক্সীয় দৰ্শনৰ আধাৰত সাহিত্য সৃষ্টি বা সমালোচনাৰ পৰিৱৰ্তিত দৃষ্টিভঙ্গীত বিশ্বাসী নতুন বাস্তৱবাদী সকলৰ দৃষ্টিকোণৰ বিচ্যুতি-বিভ্ৰান্তি বাস্তৱবাদী বা এনে দৰ্শনত বিশ্বাসী বিজ্ঞসকলৰ দৃষ্টিতো ধৰা নপৰাকৈ থকা নাই।

গ্ৰন্থখনৰ প্ৰকাশৰ ক্ষেত্ৰত বিভিন্ন সহায়-সহযোগ সদিচ্ছাৰ বাবে স্থানীয় অধিবক্তা লেখক গুনেন্দ্ৰ নাথ পণ্ডিত, সহযোগী অধ্যাপক লেখক ডঃ নৰেন কলিতা, নাট্যকাৰ জ্ঞানদা বৰা, অধ্যাপক কৈলাস দাস, অধ্যাপিকা মালতী বৰা, প্ৰবীৰ বেজবৰা, নগেন গোস্বামীকে ধৰি 'পূৰ্বাকাশ প্ৰকাশন'ৰ লগত জড়িত সাহিত্যানুৰাগী ব্যক্তি সকললৈ মোৰ ধন্যবাদ জ্ঞাপন কৰিলো।

তদুপৰি সংকলনটোৰ লগত সংযোজন কৰা লেখকৰ পৰিচয়-মূলক লেখাটো আগবঢ়োৱাৰ বাবে বিশিষ্ট চিত্ৰশিল্পী প্ৰণব বৰুৱাৰ প্ৰতি কৃতজ্ঞ হৈ ৰলো আৰু ব্যক্তিগত সামাজিক বিভিন্ন ব্যস্ততাৰ মাজতো গুৰুত্বপূৰ্ণ কাম এটা সময়মতে কৰি দিয়াৰ বাবে বেটুপাতৰ শিল্পী কিৰণ শংকৰলৈ মোৰ শুভাশীষ নজনাই নোৱাৰিলো।

সৰ্বশেষত শৰাইঘাট প্ৰিণ্টাৰ্ছৰ কৰ্মকৰ্তা আৰু কৰ্মচাৰী সকলৰ সহায়-সহযোগ গ্ৰন্থখনৰ প্ৰকাশৰ ক্ষেত্ৰত স্মৰণীয় অভিজ্ঞতা হৈ ৰল।

ৰবীন্দ্ৰ চন্দ্ৰ বৰা

## সূচীপত্ৰ :

# অসমীয়া গদ্য-সাহিত্যৰ ক্ৰমবিকাশ
# আৰু
# আনন্দৰাম ঢেঁকিয়াল ফুকনৰ অৱদান

আনন্দৰাম ঢেঁকিয়াল ফুকনক প্ৰধানতঃ অসমীয়া ভাষা সাহিত্যৰ এজন প্ৰাণ-প্ৰতিষ্ঠাপক বুলি কোৱা হয়। কিন্তু ভাষা সাহিত্যৰ ন্যায্যতা প্ৰতিষ্ঠাৰ দাবীত আৰম্ভ হোৱা সমসাময়িক আন্দোলনৰ প্ৰধান কাণ্ডাৰী হৈ পৰিছিল যদিও তেওঁৰ সাহিত্যিক অৱদানো কম নহয়। যুগজয়ী কাব্য-সাহিত্য বা সৃষ্টিশীল কথা-সাহিত্য লিখি তেওঁ স্মৰণীয় হোৱা নাই, তথাপি এজন ক্ষণজন্মা পুৰুষৰ সম্ভাৱনাপূৰ্ণ ব্যক্তিত্ব আৰু মৌলিকতাৰে পৰিপুষ্ট বিভিন্ন ৰচনা সম্ভাৰেৰে তেওঁ স্মৰণীয় হৈ ৰৈছে। বিশেষকৈ অসমীয়া গদ্যসাহিত্যৰ ক্ৰমবিকাশত আনন্দৰাম ঢেঁকিয়াল ফুকনৰ অৱদান সমানেই গুৰুত্বপূৰ্ণ বুলি কব লাগিব।

এই প্ৰসঙ্গত অসমীয়া গদ্যসাহিত্যৰ ঐতিহাসিক পটভূমি সংক্ষিপ্ত ভাবে উল্লেখ নকৰিলে প্ৰবন্ধটোৰ বিষয়বস্তু অসম্পূৰ্ণ হৈ ৰব। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তীয় সাহিত্যত সাহিত্যৰ এটা বিশেষ অঙ্গৰূপে ৰচনা সাহিত্যৰ ক্ৰমবিকাশত ইংৰাজী ভাষা-সাহিত্য-শিক্ষাৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। অসমীয়া সাহিত্যও ইয়াৰ ব্যতিক্ৰম নাছিল। অসমীয়া সাহিত্যত বৈষ্ণৱ নাট্য সাহিত্যৰ বচন, ভাগৱত, গীতাৰ অনুবাদ আৰু বুৰঞ্জীৰ বৰ্ণনাত্মক বিৱৰণৰ বাহিৰে 'অৰুণোদয়'ৰ আগলৈকে আধুনিক গদ্যসাহিত্যৰ কোনো লক্ষণ দেখা নগৈছিল। উল্লেখযোগ্য যে বৈষ্ণৱ গদ্যসাহিত্যাই কথাগীতা অৰু কথাভাগৱতৰ যোগেদি ষোল্ল শতিকাৰ শেষ পৰ্যায়ত পৰিপূৰ্ণতা লাভ কৰে আৰু ইয়াৰ এক শতিকাৰ পিচতহে বুৰঞ্জী সাহিত্যৰ পৰিপুষ্টি সাধন হয়।

বৈষ্ণৱ সাহিত্য প্ৰসাৰৰ প্ৰধান কেন্দ্ৰ হৈ পৰিছিল 'সত্ৰ' সমূহ যেনেকৈ বুৰঞ্জী সাহিত্যৰ বিকাশ সাধন হৈছিল 'আহোম ৰাজসভাৰ' উদ্যোগত। কিন্তু এই দুই সাহিত্যৰ ৰচনাৰীতি আৰু বিষয়বস্তু আছিল ভিন্ন। বৈষ্ণৱ সাহিত্যৰ প্ৰধান উপাদান আছিল 'ধৰ্মীয় ভাবাদৰ্শ'। আনহাতে বুৰঞ্জী সাহিত্যৰ প্ৰধান অৱলম্বন হৈ পৰিছিল 'চেকুলাৰ' বিষয়বস্তু। বৈষ্ণৱ সাহিত্যৰ ভাষাত যেনেকৈ সংস্কৃত 'তৎসম' শব্দৰ বহুল প্ৰভাৱ পৰিছিল তেনেকৈ বুৰঞ্জী সাহিত্য কথিত (Colloquial) 'তৎভৱ' শব্দৰ দ্বাৰা বিশেষ ভাবে প্ৰভাবান্বিত হৈছিল। আনহাতে খ্ৰীষ্টিয়ান মিচনেৰী সকলে প্ৰকাশ কৰা ৰচনা আৰু গ্ৰন্থ সমূহত আধুনিক বৈজ্ঞানিক বিষয়বস্তুৰ সমাবেশ হৈছিল। কিন্তু ভাব প্ৰকাশৰ ক্ষেত্ৰত এই সাহিত্য ত্ৰুটিপূৰ্ণ আছিল আৰু সেয়ে ক্ষেত্ৰ বিশেষে ইয়াৰ প্ৰকাশভঙ্গীয়ে অস্বাভাৱিক ৰূপ লৈছিল। অৱশ্যে এই দোষত্ৰুটি অপ্ৰত্যাশিত নাছিল; কাৰণ খ্ৰীষ্টিয়ান মিচনেৰী সকলৰ বাবে অতি কম সময়ৰ ভিতৰতে আন এটা ভাষা সম্পূৰ্ণ বা নিভুৰ্ল ভাবে আয়ত্ব কৰাটো সহজ সাধ্য নাছিল। গতিকে এই দোষত্ৰুটি সত্বেও খ্ৰীষ্টিয়ান মিচনেৰী সাহিত্যই অসমীয়া গদ্যসাহিত্যত এটা নতুন ধাৰা প্ৰৱৰ্তন কৰিবলৈ সক্ষম হৈছিল আৰু 'অৰুণোদয়'ৰ প্ৰকাশৰ লগে লগে এই ধাৰাটোৰ বিকাশৰ গতিবেগ ত্বৰান্বিত হৈছিল। অসমীয়া গদ্যসাহিত্যৰ ঐতিহাসিক ধাৰাটোৰ এই আলোচনা প্ৰসঙ্গত বিশিষ্ট ভাষাবিদ পণ্ডিত সুনীতি কুমাৰ চেতাৰ্জীৰ অভিমত প্ৰণিধানযোগ্য। তেওঁ লিখিছে—

The older literature is mainly in poetry, and religious in its main generes· The modern literature in an Indian language is more secular and is largely a reflex of English literature· The tremendous influence of English in the domain of literature in the present day India is apparent everywhere and Assamese has not been able to escape it.' [Preface by Dr. Suniti Kr. Chatterji, to New Light on History of Assamese literature]·

অসম আৰু ব্ৰহ্মদেশত ধৰ্ম প্ৰচাৰৰ বাবে অহা আমেৰিকান ব্যাপ্টিষ্ট মিচনেৰী সকলৰ ভিতৰৰ শ্ৰীৰামপুৰ মিচনৰ সদস্যসকলে যি সময়ত বঙালী ভাষা আয়ত্ব কৰিবলৈ প্ৰচেষ্টা কৰিছিল সেই সময়তে অসমত বসবাস কৰিবলৈ লোৱা মিচনেৰী সকলে অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি মনোনিবেশ কৰিবলৈ ধৰিছিল একেই উদ্দেশ্য সাধনৰ বাবে। অৱশ্যে শ্ৰীৰামপুৰ নিবাসী মিচনেৰী সকলেও অসমীয়া ভাষা সম্পূৰ্ণ ভাবে পৰিহাৰ কৰা নাছিল। তেওঁলোকৰ প্ৰচেষ্টাতে ১৮১৩ চনত নগাঁও জিলাৰ কলিয়াবৰৰ নিবাসী আত্মাৰাম শৰ্মা নামৰ এজন ব্যক্তিৰ দ্বাৰা অনূদিত হৈ ধৰ্মগ্ৰন্থ 'বাইবেল'ৰ প্ৰথম অসমীয়া অনুবাদ প্ৰকাশিত হয়। আৰু এই অনুবাদ গ্ৰন্থখনেই অসমীয়া গদ্য সাহিত্যৰ প্ৰথম গুৰুত্বপূৰ্ণ পদক্ষেপ বুলি কোৱা হয়। তদুপৰি এই শ্ৰীৰামপুৰ মিচনৰ এজন সদস্য ৰবিনচনে ১৮৩৯ চনত অসমীয়া ভাষাৰ এখন ব্যাকৰণ আৰু ১৮৪১ চনত অসমীয়া ভাষাতে অসমৰ এখন চমু বুৰঞ্জী লিখি প্ৰকাশ কৰে। ইতিমধ্যে ভাৰতৰ উত্তৰ পূৱ সীমান্তৰ পাৰ্বত্য অঞ্চলত থিতাপি লোৱা আমেৰিকাৰ ব্যাপ্টিষ্ট মিচনৰ সদস্য সকলে অসম উপত্যকাৰ সমভূমি অঞ্চললৈ নামি আহে। এই সকলৰ ভিতৰত ব্ৰাউন, কট্টাৰ, বাৰ্ক আদি বিশিষ্ট মিচনেৰী সদস্য আৰু তেওঁলোকৰ সহযোগী সকলে উজনি অসমৰ শিৱসাগৰ জিলাত বসবাস কৰিবলৈ লয় আৰু তেওঁলোকৰ প্ৰচেষ্টাতে শিৱসাগৰত এটা 'ছপাশাল' (Printing Press) স্থাপন হয়। আৰু এই মিচনেৰী সকলৰ উদ্যোগত এই ছপাশালতে কাশীনাথ তামুলীফুকন আৰু ৰাধানাথ বৰবৰুৱাৰ দ্বাৰা সংকলিত অসম বুৰঞ্জী ছপা কৰি প্ৰকাশ কৰা হয়। ইয়াৰ দুবছৰৰ পিচতে প্ৰথম অসমীয়া আলোচনী 'অৰুণোদয়' প্ৰকাশিত হয়। ১৮৪৬ চনৰ পৰা প্ৰকাশ হোৱা এই আলোচনীখনৰ প্ৰথম সম্পাদক আছিল ৰেভাৰেণ্ড অ. টি. কট্টাৰ। 'দি ইলাষ্ট্ৰেটেড্ লণ্ডন নিউজ' আলোচনীৰ পৰা সংগৃহীত বিভিন্ন চিত্ৰ আৰু অসমীয়া কাৰিকৰৰ দ্বাৰা কাঠত খোদিত 'ব্লকে'ৰে সমৃদ্ধ এইখন আছিল বৈশিষ্ট্যপূৰ্ণ এখন মাহেকীয়া আলোচনী। ইয়াৰ পিচতে ৰেভাৰেণ্ড নাথান ব্ৰাউনৰ অসমীয়া ব্যাকৰণ আৰু ডঃ মাইলেচ্ ব্ৰনচনৰ প্ৰথম অসমীয়া অভিধান (Assamese Dictionary)

প্ৰকাশিত হয় ক্ৰমে ১৮৪৮ আৰু ১৮৫৭ চনত। ডাঃ ব্ৰনচনৰ অভিধানখন প্ৰায় চৈধ্যহেজাৰ অসমীয়া শব্দ আৰু তাৰ ইংৰাজী প্ৰতিশব্দৰে সন্নিবিষ্ট নগাঁও মিচনৰ দ্বাৰা প্ৰকাশিত প্ৰথম অসমীয়া শব্দকোষ। এই অভিধানখনৰ পিচত প্ৰকাশ হয় ক্ৰমে ১৮৫৫ আৰু ১৮৬৫ চনত আনন্দৰাম ঢেঁকিয়াল ফুকনৰ 'এ ফিউ ৰিমাৰ্কচ অন দি এছামিছ লেংগুৱেজ' আৰু নিধিলেভি ফাৰেলৰ 'ভাৰতবৰ্ষৰ দণ্ডবিধি আইন'। এই সময়তে প্ৰকাশিত আন উল্লেখযোগ্য গ্ৰন্থসমূহ হৈছে—ৰবিচন্দ্ৰ বৰুৱাৰ অসমৰ দণ্ডবিধি আইন, পাঠ্য-পুথি যেনে—বাৰেমতৰা, প্ৰথম কিতাপ, পদাৰ্থবিদ্যা, প্ৰথম গণনা, দ্বিতীয় গণনা, শিশুৰ উপযোগী পুথি যেনে—আফ্ৰিকাৰ কেঁাৰৰ, যুদ্ধনায়ক, বিজ্ঞানৰ কাহিনী, সৰুকালৰ ধৰ্ম, যচেফৰ কাহিনী, আমেৰিকা আবিষ্কাৰ আদি। আৰু এই সময়ছোৱাত প্ৰকাশিত বিশেষ ভাবে উল্লেখযোগ্য গ্ৰন্থখন হৈছে হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া ভাষাৰ ব্যাকৰণ। এনেদৰেই আমেৰিকান ব্যাপ্টিষ্ট মিচনেৰী সকলৰ প্ৰত্যক্ষ বা পৰোক্ষ সহায়-সহযোগত অসমীয়া ভাষা সাহিত্যৰ এক বিস্তৃত পটভূমি গঢ় লৈ উঠে আৰু ইয়েই আধুনিক অসমীয়া গদ্য সাহিত্যৰ বিকাশ আৰু প্ৰগতিৰ পথ প্ৰশস্ত কৰে।

'অৰুণোদয়' আলোচনীৰ পাততে আনন্দৰাম ঢেঁকিয়াল ফুকনৰ ৰচনা প্ৰথমে প্ৰকাশিত হয়। এই আলোচনীখনত প্ৰকাশিত অসমীয়া ভাষা সম্পৰ্কীয়, জাতীয় ভাব প্ৰকাশক প্ৰবন্ধ আৰু 'অসমীয়া ল'ৰাৰ মিত্ৰ' নামৰ দুটা খণ্ডত প্ৰকাশিত ছাত্ৰৰ উপযোগী পাঠ্যপুথিয়েই তেওঁৰ প্ৰথম উল্লেখযোগ্য ৰচনা সাহিত্য। 'অসমীয়া ল'ৰাৰ মিত্ৰ'ত প্ৰকাশিত 'অসমীয়া শিক্ষক' আৰু 'ভূগোল শিক্ষক'—এই দুইখণ্ডত মুৰেৰ বিশ্বকোষ (Murray's Encyclopaedia) আৰু ব্ৰাউনৰ ভূগোল পুথিৰ আধাৰত ভূগোল, বিজ্ঞান আদি বিষয়ৰ ওপৰত ছাত্ৰৰ বাবে প্ৰয়োজনীয় বিভিন্ন জ্ঞান-বিজ্ঞানৰ কথা লিখা হৈছিল। কলিকতাত অধ্যয়ন কৰি থকা সময়তে প্ৰায় ওঠৰ বছৰ বয়সতে তেওঁ 'ইংলণ্ডৰ বিৱৰণ' নামৰ এখন বৰ্ণনাত্মক ৰচনা লিখিছিল। এই ৰচনাখন 'অৰুণোদয়' আলোচনীত প্ৰকাশ হৈছিল ১৮৪৭ চনত প্ৰায় চৌব্বিশ

বছৰ বয়সত ৰচনা কৰা 'এন অবজাৰভেচন অন্ দি এডমিনিচট্ৰেচন অব্ দি প্ৰভিন্স অব্ আসাম' পৰিপূৰিকাখনে অতি কম বয়সতে বিস্তৃত জ্ঞানৰ পৰিধিৰে পৰিপুষ্ট হোৱা আনন্দৰাম ঢেকিয়াল ফুকনৰ অভিজ্ঞ মনৰ পৰিচয় দিয়ে। এই পৰিপূৰিকাখনত তেওঁ অসমীয়া ভাষা সমস্যাৰ লগতে আন বিভিন্ন বিষয়ৰ অৱতাৰণা কৰিছিল; যেনে ৰাজস্ব বিভাগ, ৰাজহকৰ নিৰ্ধাৰণ, কৃষি, শিক্ষা, শিক্ষানুষ্ঠান, ধৰ্মীয়, ৰাজহুৱা আৰু দাতব্য অনুষ্ঠান, কানিখেতি, জনসংখ্যা, জন্ম-মৃত্যুৰ হাৰ, জনস্বাস্থ্য, আদালত আৰু আইন, হিন্দু আইন আৰু বিধিপ্ৰণয়ন, বিবাহ পঞ্জীকৰণ আদি। এই পৰিপূৰিকাখন প্ৰকাশৰ এবছৰৰ পিচতেই সংশ্লিষ্ট মহলত দাখিল কৰা ঢেকিয়াল ফুকনৰ 'এ ফিউ ৰিমাৰ্ক'চ অন্ দি এচামিজ লেংগুৱেজ বাই এ নেটিভ' নামৰ প্ৰতিবেদনখনেই অসমীয়া ভাষা-সাহিত্যৰ স্বতন্ত্ৰতা, ঐতিহ্য আৰু অৱস্থান সম্পৰ্কে সন্দেহাতীত ভাবে ডাঙি ধৰা প্ৰামাণ্য ৰচনা। এই প্ৰতিবেদনখনত তেওঁ প্ৰাচীন মহাকাব্য মহাভাৰত আৰু ৰামায়ণৰ আধাৰত ৰচিত প্ৰায় তিনি-কুৰিখন কাব্যিক ধৰ্ম গ্ৰন্থ (Religious Poetical Works) আৰু দুকুৰি নাট্য সাহিত্য গ্ৰন্থৰ উদ্ধৃতি আৰু প্ৰসঙ্গৰে ঐতিহ্য-পূৰ্ণ প্ৰাচীন অসমীয়া সাহিত্যৰ স্বতন্ত্ৰ অৱস্থিতি প্ৰতিপন্ন কৰে। তদুপৰি এই প্ৰতিবেদনখনৰ যোগেদি ইংৰাজী ভাষাত তেওঁৰ জ্ঞান আৰু প্ৰকাশভঙ্গীৰ বৈশিষ্ট্য পৰিলক্ষিত হয়। প্ৰখ্যাত বুৰঞ্জীবিদ এডৱাৰ্ড গেইটে, প্ৰথম অৱস্থাত অসমীয়া ভাষা-সাহিত্য সম্পৰ্কে যি জনৰো মতিভ্ৰম হৈছিল, ঢেকিয়াল ফুকনৰ এই প্ৰতিবেদন সম্পৰ্কে লিখিছে—''অসমীয়া যে বঙালী ভাষাৰ অপভ্ৰংশ এই কথাটো থলুৱা লোকসকলে প্ৰতিবাদ কৰিছে আৰু ১৮৫৫ চনত অসমীয়া ভাষাৰ সুকীয়া অৱস্থিতি দাবী কৰি এখন সুন্দৰ ভাবে লিখা প্ৰতিবেদন: 'এ ফিউ ৰিমাৰ্ক'চ অন্ দি এচামিজ লেংগুৱেজ-বাই এ নেটিভ' প্ৰকাশিত হয়। ইয়াৰ লেখক হৈছে অসমৰ এজন বিশিষ্ট পণ্ডিত আনন্দৰাম ঢেকিয়াল ফুকন। ইয়াত লেখকে অসমীয়া সাহিত্য সম্পৰ্কে সেই সময়ৰ প্ৰচলিত ধাৰণাৰ বিৰুদ্ধে মত প্ৰকাশ কৰি প্ৰতিপন্ন কৰিছে যে এই শতিকাৰ আৰম্ভৰ

পুৰেই অসমীয়া সাহিত্যই চুবুৰীয়া আন সাহিত্যতকৈ অধিক বিস্তৃতি লাভ কৰিছে।" মুঠতে অসমীয়া ভাষা সাহিত্যৰ স্বতন্ত্ৰ অৱস্থিতি আৰু ঐতিহ্য খৰচি মাৰি আলোচনা কৰা এই প্ৰতিবেদন-খনেই হৈ পৰিছিল সেই সময়ৰ অসমীয়া জাতিৰ নায্য দাবীৰ হকে চলা আন্দোলনৰ প্ৰধান অস্ত্ৰ।

আনন্দৰাম ঢেঁকিয়াল ফুকনৰ আন এটা উল্লেখযোগ্য অৱদান হৈছে অসমীয়া শব্দযোজনা বা গদ্যলিখাৰ নতুন ৰীতি বা পদ্ধতিৰ প্ৰয়োগ। প্ৰকৃততে অসমীয়া শব্দযোজনাৰ আধুনিকীকৰণ তেওঁৰ প্ৰচেষ্টাৰে ফল বুলি ক'ব পাৰি। এই প্ৰসঙ্গত তেওঁ প্ৰণয়ন কৰা কিন্তু অসম্পূৰ্ণ হৈ ৰোৱা 'ইংৰাজী-অসমীয়া' আৰু 'অসমীয়া ইংৰাজী'—এই দুটা খণ্ড অভিধান বিশেষভাবে উল্লেখযোগ্য। অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ এজন বিশিষ্ট গ্ৰন্থকাৰৰ ভাষাত কবলৈ হ'লে—'ইমান কম বয়সতে দেহাবসান হোৱা আনন্দৰাম ঢেঁকিয়াল ফুকনৰ জীৱনৰ সাম্ভাব্য কৃতিত্ব সমূহৰ আলোচনা হয়তো নিস্প্ৰয়োজন; কিন্তু তেওঁ সম্পূৰ্ণ কৰিব নোৱাৰা দুটামান কামৰ কথা উল্লেখ কৰিবই লাগিব। ইয়াৰ ভিতৰত বিশেষ গুৰুত্বপূৰ্ণ আছিল ইংৰাজী-অসমীয়া, অসমীয়া-ইংৰাজী অভিধান প্ৰণয়ন। [It is needless to indulge in the many would have beens of Ananda Ram's life which was so sadly cut short before he attained his manhood, but mention must be made of a few of the many works which he has left undone. The most important of such works are his English to Assamese and Assamese to English Dictionaries ] উল্লেখযোগ্য যে মিচনেৰী সকলৰ শব্দ যোজনা বা গদ্যৰচনা শুদ্ধ অসমীয়া ধ্বনি ব্যঞ্জক নোহোৱা বাবে ঢেকিয়াল ফুকনে এই দুই খণ্ড অভিধান লিখিবলৈ প্ৰয়াস কৰিছিল বুলি জনা যায়। আৰু এই অভিধান দুখনৰ আঁহি ১৮৫৬ চনৰ 'অৰুণোদয়' আলোচনীত প্ৰকাশিত হৈছিল আৰু সেই সময়ৰ আলোচনীখনৰ সম্পাদক মিঃ ডানৰ্ফটে লিখিছিল—'এই দুইলোকৰ উপকাৰ হবৰ নিমিত্তে শ্ৰীযুত আনন্দৰাম

ঢেঁকিয়াল ফুকনে ইংৰাজী-অসমীয়া আৰু অসমীয়া-ইংৰাজী এই ৰূপে দুই খণ্ড অভিধান লিখিছে। এই অভিধানৰ আখৰ জোটোৱা আমাতকৈ কিছু বেলেগ হৈছে'। আনন্দৰাম ঢেঁকিয়াল ফুকনে অসমীয়া শব্দ গাঠনিৰ (System of Orthography) প্ৰয়োজনীয় পৰিবৰ্তনৰ বাবে কৰা প্ৰচেষ্টা সম্পৰ্কে এই সম্পাদকজনে পুনৰ লিখিছে—"আগৰদৰে লিখা নোহোৱা এনে কিছু কিছু কথাও ছপা থাকে, অৰ্থ্যাৎ পূৰ্বে শ্ৰীযুক্ত ব্ৰাউন চাহাবে লিখাৰ দৰে ক্ৰমে আমাৰ লিখা ছপা হৈছিল, কিন্তু অনেক পণ্ডিত বিলাকে সেই ৰূপে আখৰ লিখাত ভাল নেপায়। সিবিলাকে ভাবিছিল বোলে মিচনেৰী বিলাকে অসমীয়া আখৰ শুদ্ধকৈ লিখিব নেজানে..." ঢেঁকিয়াল ফুকনৰ এই প্ৰচেষ্টাই সফলতা আৰু পূৰ্ণতা লাভ কৰে দুজন উত্তৰ সূৰী ভাষা-সাহিত্যৰ সাধক হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ হাতত। মুঠতে বৈষ্ণৱ যুগৰ পৰা আৰম্ভ কৰি নৱন্যাসযুগ আৰু বৰ্ত্তমান অৱস্থালৈকে অসমীয়া গদ্য-সাহিত্যৰ ক্ৰমবিকাশৰ ধাৰা পৰ্যবেক্ষণ কৰিলে দেখিবলৈ পোৱা যাব যে অতীতৰ বহু দোষ-ত্ৰুটি বিবৰ্জিত হৈ ই এটা সুসংহত সমন্বয় স্থাপন কৰিবলৈ সক্ষম হৈছিল আৰু আনন্দৰাম ঢেঁকিয়াল ফুকনক এই সমন্বয়ৰ অগ্ৰদূত বুলি কলে বোধহয় অত্যুক্তি নহব।

ঢেঁকিয়াল ফুকনৰ সাবলীল গদ্য ৰচনাৰীতি আৰু সুসংহত প্ৰকাশভঙ্গীৰ নিদৰ্শন তেওঁৰ বৰ্ণনাত্মক ৰচনা 'ইংলণ্ডৰ বিৱৰণ'ত পোৱা যায়। এই ৰচনাখনৰ পৰা সংগৃহীত দুটামান উদ্ধৃতিয়েই এই কথা প্ৰতিয়মান কৰে, যেনে—(১) 'হে কৃপাময় জগদীশ্বৰ, এই অসমদেশৰ লোকসকলক সভ্য, গিয়াণি আৰু ধাৰ্মিক কৰিবলৈ মতি দিয়া, সিবিলাকৰ অভাৱ আৰু দুৰৱস্থা জানিবলৈ সিবিলাকক জ্ঞান দিয়া আৰু তোমাক জানিবৰ আৰু আজ্ঞা পালিবৰ যোগ্য কৰা।' (২) 'হে অসমদেশনিবাসী লোকসকল, তোমালোকে অলপ গমি চালেই জানিবা যে তোমালোকৰ দুৰৱস্থাৰ হেতু তোমালোকেই ; দেখা, প্ৰথমতে এই জগতত বিদ্যাৰ সমান আমাৰ মিত্ৰ নাই···হে প্ৰিয় মিত্ৰসকল, যদি সভ্য আৰু জ্ঞানী

আৰু সাধু হবৰ বাঞ্চা কৰা, তেন্তে টোপনিৰ পৰা উঠা…। দ্বিতীয়তে হে মোৰ অসমীয়া মিত্রসকল, বিদ্যা যেনেকৈ ইহকালত উপকাৰক আন একো তেনে নহয়………'। উল্লেখিত এই বাক্যাংশ দুটাত প্রয়োগ কৰা শব্দ যেনে—প্রথমতে, দ্বিতীয়তে, জানিবা যে, তোমালোকেই, মিত্রসকল—ইংৰাজী ভাষা-শিক্ষাৰ প্রভাৱ প্রসূত বুলিয়েই কব লাগিব। অৱশ্যে বিদেশী ভাষা এটাৰ এনে প্রভাবে অসমীয়া শব্দ গাঠনি দুৰ্বল কৰাৰ পৰিবৰ্তে সবল কৰিহে তুলিছিল। আৰু ঢেঁকিয়াল ফুকনৰ গদ্য ৰচনা-ৰীতিৰ প্রয়োগ পৰবৰ্তী কালৰ কেইবাগৰাকী লিখকৰ ৰচনা-সাহিত্যত পৰিলক্ষিত হৈছিল। আনহাতে অসমীয়া গদ্যসাহিত্যৰ প্রাৰম্ভিক স্তৰত মিচনেৰী সকলৰ অৱদান অনস্বীকাৰ্য্য হ'লেও ঢেঁকিয়াল ফুকনৰ ৰচনা সমূহতহে থলুৱা ভাষাৰ সাবলীল উচ্চাৰণ আৰু প্রকাশভঙ্গীৰ সূচনা হয় বুলি কব পাৰি।

আনন্দৰাম ঢেঁকিয়াল ফুকনক অসমীয়া সাহিত্যৰ 'ত্রিমূৰ্তি'ৰ' (The TRINITY) এজন বুলি কোৱা হয়—আন দুজন হৈছে হেমচন্দ্র বৰুৱা আৰু গুণাভিৰাম বৰুৱা। তেওঁ জীৱিত আছিল মাত্র ত্রিশ বছৰ, কিন্তু এই কম সময়তেই তেওঁ আগবঢ়োৱা অৱদান আছিল যেন এটা সুদীৰ্ঘ জীৱনৰ। আমেৰিকান মিচনেৰী সকলৰ সঙ্গ, সহযোগ আৰু কলিকতাৰ অৱস্থান কালত বঙালী সকলৰ পৰা উপলব্ধ হোৱা স্বজাতীয় সাহিত্য-সংস্কৃতিৰ প্রতি অনুৰাগ—এই দুটা কথাই হয়তো ঢেঁকিয়াল ফুকনক বিশেষ ভাবে উৎসাহিত আৰু অনুপ্রাণিত কৰিছিল। পাশ্চাত্য সাহিত্য-সংস্কৃতিৰে ধোত হৈ নিজৰ ভাষা-সংস্কৃতি মহীয়ান কৰি তুলিবলৈ বিচৰা তেওঁ প্রথম অসমীয়া বুদ্ধিজীৱী। আৰু অসমীয়া জাতীয় জীৱনৰ এক দুৰ্যোগ আৰু সন্ধিক্ষণৰ সময়ত আত্মপ্রত্যয়, ভবিষ্যতৰ আশা আৰু সুপ্ত চেতনা জাগ্রত কৰি ভাষা সাহিত্যৰ প্রাণ প্রতিষ্ঠা কৰে এই গৰাকী ব্যক্তিয়ে। সেই সময়ৰ অসমৰ প্রশাসনিক বিষয়া কৰ্ণেল হপকিনসনে (Colonel Hopkinson) আনন্দৰাম ঢেঁকিয়াল ফুকনক বঙ্গদেশৰ এজন মনিষী ৰাজা ৰামমোহন ৰায়ৰ লগত তুলনা কৰিছিল। এই ইংৰাজ বিষয়া-

জনে হয়তো দুয়ো গৰাকী ব্যক্তিৰ মানসিক দৃষ্টিভঙ্গী আৰু দূৰদৃষ্টিৰ মাজত বিশেষ সাদৃশ্য দেখা পাইছিল। কিন্তু পৰৱৰ্তী কালৰ সমালোচক সকলে সাহিত্যিক অৱদানৰ ক্ষেত্ৰতো এই দুয়ো গৰাকী ব্যক্তিৰ মাজত সামঞ্জস্য বিচাৰি পাইছে। যেনেকৈ ৰাজা ৰামমোহন ৰায়ক সামগ্ৰিক ভাবে বাংলা গদ্যসাহিত্যৰ জনক বুলি অভিহিত কৰা হৈছে তেনেদৰে আনন্দৰাম ঢেকিয়াল ফুকনকো এটা সীমাবদ্ধ পৰিসৰৰ ভিতৰত আধুনিক অসমীয়া গদ্য-সাহিত্যৰ জনক আখ্যা দিয়া হৈছে [The Literature of Bengal Styles Raja Ram Mohan Ray as the father of Bengali Prose in general ; and one may call Anandaram also the father of modern Assamese Prose with some limitations].

# নৱন্যাস আন্দোলনৰ পটভূমিত অসমীয়া কাব্য-সাহিত্য আৰু সমালোচকৰ দৃষ্টিত কবি ৰঘুনাথ চৌধাৰী

'জোনাকী যুগ'ৰ লগে লগে অসমীয়া সাহিত্যত নৱন্যাস আন্দোলনৰ সূচনা হয় বুলি কব পাৰি। বিশেষকৈ অসমীয়া কাব্য-সাহিত্যত এটা নতুন ধাৰাৰ প্ৰৱৰ্তন ইউৰোপীয় নৱন্যাস আন্দোলনৰেই প্ৰত্যক্ষ ফল বুলি কব লাগিব। আনহাতে ইংৰাজী সাহিত্যত প্ৰথম অৱস্থাত নৱন্যাস আন্দোলনে গতানুগতিক সাহিত্য সৃষ্টিৰ বিৰুদ্ধে এক প্ৰতিক্ৰিয়া বা প্ৰত্যাহবান ৰূপে আত্মপ্ৰকাশ কৰিছিল। আৰু এই নৱন্যাস আন্দোলনৰ প্ৰধান চালিকা শক্তি আছিল সামগ্ৰিক ভাবে ওঠৰ আৰু উনৈশ শতিকাৰ ইউৰোপত প্ৰসাৰ লাভ কৰা 'ৰোমাণ্টিক' ভাবাদৰ্শ'। এই 'ৰোমাণ্টিক ভাবাদৰ্শ'ৰ' প্ৰৱক্তা সকলে পৰম্পৰাগত বা প্ৰচলিত ধৰ্মীয়, সামাজিক, ৰাজনৈতিক প্ৰমূল্য আৰু বিশেষভাৱে সাহিত্য কলা ক্ষেত্ৰত 'ক্লাছিকেল' বা 'নিয়ক্লাছিকেল' (Classical or neo-classical) ধাৰাটোৰ বিৰুদ্ধে এক বিদ্ৰোহাত্মক বা বৈপ্লৱিক মনোভাব পোষণ কৰিছিল। আৰু এই ৰোমাণ্টিক বৈপ্লৱিক ভাবাদৰ্শ'ৰ প্ৰধান প্ৰৱক্তাৰূপে অৱতীৰ্ণ হৈছিল ফৰাচি চিন্তাবিদ জিঁয়া জেকচ্ ৰুছো। মানব প্ৰকৃতি আৰু অধিকাৰ সম্পৰ্কে এক নতুন তথ্য ডাঙি ধৰি ৰুছোৱে ব্যক্ত কৰিছিল যে-'মানুহ স্বাধীন হৈ জন্ম ললেও পৰাধীনতাৰ শিকলিৰে বান্ধখাই থাকে আৰু প্ৰকৃতিপ্ৰদত্ত আদিম অৱস্থাৰ পৰা উত্তৰণেই মানব স্বাধীনতাৰ অবমূল্যায়ণৰ মূখ্য কাৰণ।' গতিকে ৰুছোৱে মানব সমাজক প্ৰকৃতিৰ মাজলৈ প্ৰত্যাবৰ্তন কৰিবলৈ আহ্বান জনাইছিল—Return to Nature ৰুছোৰ এই আহ্বানে মানব মুক্তিৰ (Liberty) পৰা আৰম্ভ কৰি ক্ৰমে সমতা (Equality)

আৰু ভাতৃত্ববোধ (Fraternity) স্থাপনৰ আকাংখ্যালৈ সম্প্ৰসাৰিত হৈ মানব সমাজৰ সকলো বন্ধন, বৈষম্য, অনাচাৰ-শোষণৰ বিৰুদ্ধে এক ব্যাপক সংগ্ৰামী আদৰ্শলৈ ৰূপান্তৰিত হৈছিল। ফ্ৰান্সত সংঘটিত হোৱা মুক্তি আন্দোলন আৰু জাৰ্মানিৰ আদৰ্শ বিপ্লৱ এই নৱন্যাস আন্দোলনৰ ভাবাদৰ্শৰেও প্ৰভাবান্বিত হৈছিল। এনেদৰে ১৮ আৰু ১৯ শতিকাৰ 'ৰোমাণ্টিক ভাবাদৰ্শই' বিশাল সাগৰৰ উত্তাল তৰঙ্গমালাৰ দৰে সমগ্ৰ ইউৰোপ মহাদেশ খনকে ধৌত কৰিছিল। ইংলণ্ডত ওৱাৰ্ডচ্ৱাৰ্থ কলেৰিজ, বাইৰণ, শ্যেলী, কীটছ—এই পাঁচজন কবিয়ে পঞ্চপ্ৰদীপৰ দৰে ইংৰাজী কাব্য-সাহিত্যত 'ৰোমাণ্টিক' ভাবাদৰ্শ উদ্ভাসিত কৰিছিল। সাহিত্যৰ ভাব-ভাষা, আবেগ-অনুভূতি, প্ৰকাশভঙ্গী—এই সকলো ক্ষেত্ৰতে ইংলণ্ডৰ 'ৰোমাণ্টিক' কবিসকলে এক উদাৰ আৰু মুক্ত দৃষ্টিভঙ্গীৰ পোষকতা কৰিছিল। ইংৰাজী 'ৰোমাণ্টিক' কাব্যসাহিত্যৰ সবাতোকৈ উল্লেখযোগ্য দিশটো আছিল মানব ব্যক্তিত্বৰ মৰ্য্যাদা প্ৰদান আৰু মানবীয় প্ৰমূল্যৰ পুনৰউত্থান। মানুহৰ ওপৰত মানুহেই কৰা অন্যায় অবিচাৰৰ প্ৰতিবাদ সাব্যস্ত কৰিবলৈকে বোধহয় ওৱাৰ্ডচ্ৱাৰ্থে লিখিছিল—'What man has made of man.' সেইদৰে 'প্ৰমিথিয়াচৰ' বন্ধন মুক্তিৰ যোগেদি শ্যেলীয়ে এখন পৰিৱৰ্তিত নতুন পৃথিৱীৰ কল্পনা কৰিছিল আৰু 'ওৱেষ্ট উইণ্ডৰ' দুৰ্বাৰ শক্তিৰ মাধ্যমত নিষ্পেষিত, শোষিত, হতাশগ্ৰস্ত মানব সমাজৰ বাবে এক নতুন বসন্তৰ সম্ভাৱনাৰ আশা প্ৰতিফলন কৰিছিল।

এনেদৰে সমগ্ৰ ইউৰোপতে ব্যাপকতা লাভ কৰা এই নৱন্যাস আন্দোলনৰ ভাবাদৰ্শই অসমীয়া কাব্য-সাহিত্য কেনেদৰে প্ৰভাবান্বিত কৰিছিল সেইটো নিশ্চয় বিশ্লেষণ সাপেক্ষ কথা। ইংৰাজী কাব্য-সাহিত্যত বিযেশভাৱে ওৱাৰ্ডচ্ৱাৰ্থ, শ্যেলী, বাইৰণৰ কবিতাত পৰ্য্যায় ক্ৰমে 'ৰোমাণ্টিক' ভাবাদৰ্শ আৰু ফৰাচী বৈপ্লৱিক ৰাজনৈতিক চেতনাৰ যি প্ৰত্যক্ষ প্ৰভাৱ অনুধাবন হয় তেনে প্ৰভাৱ আমাৰ কাব্য-সাহিত্যত স্পষ্ট ভাবে দেখা নেযায়। কমলাকান্ত ভট্টাচাৰ্যৰ 'চিন্তানল' আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ বীনবৰাগীত এনে চেতনাৰ এটা ক্ষীণ প্ৰতিধ্বনিহে শুনা যায়। অৱশ্যে প্ৰকৃতিৰ প্ৰতি-

অকৃত্রিম প্ৰেম আৰু গভীৰ আকৰ্ষণৰ অনুভূতি অসমীয়া কাব্য সাহিত্যত স্পষ্ট ভাবে প্ৰতিফলন হোৱা দেখা যায়। ইংৰাজ কবি ওৱাৰ্ডচ্ৱাৰ্থ, শেলীৰ দৰে অসমীয়া কবিৰ বাবেও পুষ্প আৰু বিহঙ্গ এক নিবীড় সম্পৰ্ক, গভীৰ অনুভূতি, অনুকম্পাৰ উৎস হৈ পৰিছিল। এওঁলোকৰ কবিতাত সব সাধাৰণ মানুহ আৰু সহজ-সৰল গ্ৰাম্য জীৱনেও এক নতুন মৰ্যাদা লাভ কৰিছিল। আনকি প্ৰেমৰ অনুভূতিয়েও এক নতুন দিগন্তৰ ফালে প্ৰসাৰিত হৈছিল। 'ৰোমাণ্টিক' কাব্য-সাহিত্যৰ আন এটা উল্লেখযোগ্য দিশ, হৈছে—গীতি-কবিতা (Lyric poetry); এই গীতি-কবিতাই ৰোমাণ্টিক কাব্য-সাহিত্যক এক মৰ্যাদাৰ আসনত প্ৰতিষ্ঠিত কৰিছিল। আগতেই উল্লেখ কৰা দৰে নৱন্যাস আন্দোলনৰ প্ৰধান ভাবাদৰ্শ আছিল 'বন্ধনমুক্ত উদাৰতাবাদ বা ব্যক্তি স্বাধীনতাৰ' প্ৰতিষ্ঠা আৰু গীতিধৰ্মী কাব্য-সাহিত্যই এই ভাবাদৰ্শ প্ৰকাশ বা প্ৰচাৰৰ সহজাত আৰু যথোপযুক্ত মাধ্যম হৈ পৰিছিল। ইউৰোপীয় সাহিত্যত 'নিয়'ক্লাচিছিজমৰ' প্ৰাধান্যৰ সময়ছোৱাত গীতি কাব্যই প্ৰসাৰতা লাভ কৰিব পৰা নাছিল। কাৰণ এই সময়ছোৱাত ধৰ্ম, ৰাজনীতি, সাহিত্য, কলাৰ ক্ষেত্ৰত 'উদাৰতাবাদৰ' পৰিৱৰ্তে এক 'কঠোৰ' মনোভাবৰ পোষকতা কৰা হৈছিল আৰু 'ব্যক্তি স্বাধীনতাৰ' প্ৰমূল্যক 'নিয়ন্ত্ৰণত' ৰখা হৈছিল। কিন্তু নৱন্যাস আন্দোলনৰ অগ্ৰগতিৰ লগে লগে 'ব্যক্তিবাদ'ৰ ভাবাদৰ্শই কঠোৰ নিয়ন্ত্ৰণৰ ব্যূহ ভেদ কৰি অগ্ৰসৰ হ'বলৈ আৰম্ভ কৰিছিল। বোধহয় এনে এটা কাৰণতেই সামগ্ৰিক ভাবে ইউৰোপীয় সাহিত্যত ওৱাৰ্ডচ্ৱাৰ্থ, শেলী, বাইৰণ, গেটে, হিউগ', পুস্কিন আদি কবি-সাহিত্যিক সকল পঢ়ুৱৈ, অপঢ়ুৱৈ সকলোৰে মাজত জনপ্ৰিয় হৈ পৰিছিল। আনকি পুস্কিনৰ গীতি-কাব্য সম্পৰ্কে এনে অভিমত ব্যক্ত কৰা হৈছে যে তেওঁৰ গীতি-কবিতা বিলাকে নিজেই গাইছিল [Puskin's lyrics sang themselves] 'ৰোমাণ্টিক' কাব্য-সাহিত্যৰ উল্লেখিত এই দুটা বৈশিষ্ট্য (১) প্ৰকৃতি-প্ৰীতি আৰু (২) গীতি-ধৰ্মীয়তা—অসমীয়া কাব্য-সাহিত্যত, বিশেষভাৱে ৰঘুনাথ চৌধাৰীৰ কবিতাত প্ৰধান বৈশিষ্ট্যৰূপে পৰিলক্ষিত হৈছে।

বিশিষ্ট সাহিত্য সমালোচক হেমবৰুৱাদেৱে লিখিছে যে হেমচন্দ্ৰ গোস্বামীৰ 'পুৱা' কবিতাটোৱে অসমীয়া সাহিত্যত প্ৰকৃতি-কাব্যৰ (Nature poetry) সূচনা হয় আৰু এই কাব্য-সাহিত্যই মানদণ্ডৰ উচ্চশিখৰত আৰোহণ কৰে ৰঘুনাথ চৌধাৰীৰ হাতত। আৰু চৌধাৰীয়েই অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ প্ৰকৃতি কবি (Nature poet per excellence) ৰঘুনাথ চৌধাৰীৰ প্ৰকৃতি-কাব্য প্ৰধানকৈ পখী আৰু ফুলক উপজীব্য কৰি লিখা হৈছে। পখীক বিষয়বস্তু কৰি তেওঁ দুটা সুদীৰ্ঘ কবিতা লিখিছে 'কেতেকী' আৰু 'দহিকতৰা'। তেওঁৰ সৰ্বাধিক জনপ্ৰিয় কাব্য-গ্ৰন্থ 'কেতেকী' প্ৰায় সুদীৰ্ঘ বাৰ বছৰৰ চিন্তা-প্ৰসূত প্ৰচেষ্টাৰ সফল সৃষ্টি বুলি কোৱা হৈছে। পাঁচোটাখণ্ডত বিভক্ত এই কাব্যত বসন্ত ঋতু আৰু অসমীয়া জাতীয় জীৱনত ইয়াৰ প্ৰভাৱ সম্পৰ্কে আকৰ্ষণীয় বৰ্ণনা আছে । অৱশ্যে তেওঁৰ আনখন কাব্য 'দহিকতৰা'ই 'কেতেকী'ৰ দৰে জনপ্ৰিয়তা লাভ কৰিব পৰা নাই। চৌধাৰী দেৱৰ আন এখন কাব্য-গ্ৰন্থ 'সাদৰী'ত সন্নিবিষ্ট কৰা কবিতাসমূহৰ ভিতৰত 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী' নামৰ কবিতাটো শ্ৰেষ্ঠ বুলি বিবেচিত হৈছে। ফুলৰ বিষয়ে লিখা তেওঁৰ দুটা উল্লেখনীয় কবিতা হৈছে—ভেটকলি আৰু গোলাপ।

ইংৰাজী কাব্য-সাহিত্যত উইলিয়াম ওৱাৰ্ডচৱাৰ্থক শ্ৰেষ্ঠ প্ৰকৃতি-কবি (Nature poet) বুলি কোৱা হয়। ফৰাচী বিপ্লৱৰ অন্যতম সুষ্টা আৰু দ্ৰষ্টা ৰুছোৰ ভাবধাৰাৰে অনুপ্ৰাণিত এই ইংৰাজ কবিজনৰ কবিতাত প্ৰকৃতি-জাত এক সহজ সৰল স্বাভাৱিক জীৱনৰ প্ৰতি গভীৰ অনুকম্পা আৰু তীব্ৰ আকৰ্ষণ পৰিলক্ষিত হয়। ৰুছোৱে এই অভিমত ব্যক্ত কৰিছিল যে নিষ্কলুষ প্ৰকৃতিয়েই উত্তম আৰু পৰিবৰ্তনৰ বা প্ৰগতিৰ নামত সংঘটিত কাৰ্য্যবোৰ ভ্ৰষ্টাচাৰৰহে নামান্তৰ মাথোন। [Unspoilt nature is good and what passes for progress is actually corruption]. গতিকে এনে এটা নিষ্কলুষ (Unspoilt) জীৱনৰ সন্ধানতে ওৱাৰ্ডচৱাৰ্থে তেওঁৰ কাব্য-সৃষ্টি কৰিছিল আৰু এনে এটা জীৱনৰ অধিকাৰী হ'বলৈ মানুহে আহৰণ কৰিব লগা

প্ৰয়োজনীয় শিক্ষা-দীক্ষা সম্পৰ্কে আভাস দিবলৈ প্ৰচেষ্টা কৰিছিল। এই সন্দৰ্ভত ৰুছোৰ 'এমিল' গ্ৰন্থখনৰ অনুকৰণত ৰচনা কৰা ওৱাৰ্ডচ্ৱাৰ্থৰ কাব্য-গ্ৰন্থ লুচি (Lucy) উল্লেখ কৰিব পাৰি। এই কাব্যত কবিৰ মানস-কন্যা 'লুচিক' প্ৰকৃতিৰ সন্তান ৰূপে উপস্থাপন কৰা হৈছে। প্ৰকৃতি-মাতৃয়ে (Mother Nature) যেন নিজেই প্ৰয়োজনীয় শিক্ষা-দীক্ষাৰে 'লুচিক' সৰ্বগুণ-সম্পন্না কৰি তুলিব বিচাৰিছিল। আৰু প্ৰকৃতিয়েই হৈ পৰিছিল লুচিৰ জীৱনৰ 'নিয়ন্ত্ৰণ আৰু প্ৰেৰণা' (Law and Impulse). প্ৰকৃতিৰ প্ৰতি এনে দৃষ্টিভঙ্গী অসমীয়া কাব্য-সাহিত্যত প্ৰধানতঃ ৰঘুনাথ চৌধাৰীৰ কবিতাত স্পষ্ট ভাবে পৰিলক্ষিত হয়। প্ৰকৃতিৰ প্ৰতি প্ৰেম, একাত্মবোধৰ মনোভাব আৰু মানব জীৱনৰ লগত ইয়াৰ সংহতি আৰু সম্পৰ্কৰ স্বাক্ষৰ বহন কৰিছে চৌধাৰীৰ ৰচিত সাদৰী, কেতেকী, দহিকতৰা আদি কাব্যগ্ৰন্থৰ কবিতা সমূহেও। অৱশ্যে ইংৰাজ কবি ওৱাৰ্ডচ্ৱাৰ্থৰ দৰে কবি চৌধাৰীয়ে প্ৰকৃতিৰ পৰা প্ৰত্যক্ষ ভাবে শিক্ষা আহৰণ কৰিব বিচৰা নাছিল। আপাত দৃষ্টিত প্ৰাকৃতিক সৌন্দৰ্য্য আৰু ৰূপৰ আনন্দ উপভোগ কৰাই যেন তেওঁৰ প্ৰকৃতি-প্ৰীতিৰ প্ৰধান উপলক্ষ্য আছিল। তথাপি নিষ্কলুষ প্ৰভাব মুক্ত পক্ষীৰ জীৱনৰ পৰা কবিয়ে এক বিশেষ 'জ্ঞান বিকাশিনী' শক্তি আহৰণ কৰিব বিচাৰিছিল—

ক'ত পাম সেই শক্তি, জ্ঞান বিকাশিনী,
হিয়া প্ৰেম ৰসে ভৰা।
(গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী)

সেইদৰে বিলৰ বুকুত শোভিত হৈ থকা ভেটফুলৰ কলিটোৰ পৰাও যেন তেওঁ নীতি-শিক্ষা, বিশেষ জ্ঞান পাবলৈ কামনা কৰিছিল—

শিকোৱা ধৰম নীতি, কৰিছোঁ গোহাৰি
হৃদয়ত লভো দিব্য জ্ঞান।

ইংৰাজ কবি শ্যেলীয়ে তেওঁৰ এজন বন্ধু ট্ৰিলনিক কোনো এক প্ৰসঙ্গত কৈছিল—'চোৱা, এই গছবোৰলৈ চোৱা, এইবোৰে

কোঁতিয়াও মিছা কথা নকয়। আৰু এইবিলাকেই মোৰ শিক্ষাৰ সমল, অনুপ্ৰেৰণাৰ উৎস।' বিশ্ববিশ্ৰুত নাট্যকাৰ ছেক্সপীয়েৰৰ এটা কালজয়ী চৰিত্ৰ হেমলেটে বন্ধু হ'ৰাচিয়ক অন্য এক প্ৰসঙ্গত কৈছিল—'দৰ্শনৰ শাস্ত্ৰ সমূহতকৈ এই পৃথিৱীখনতে তোমাৰ বাবে জানিবলগা আৰু শিকিবলগা বহু কথা আছে।' ৰঘুনাথ চৌধাৰী বিদ্যালয়ৰ উচ্চ শিক্ষা-দীক্ষাৰে পৰিপুষ্ট হোৱা ব্যক্তি নাছিল। কিন্তু হেমলেটৰ মানসত প্ৰতিভাত হোৱা প্ৰকৃতিৰ পৃষ্ঠভূমী বহল পৃথিৱীখনৰ লগতহে যেন তেওঁৰ নিবিড় সংযোগ আৰু আত্মিক সম্পৰ্ক গঢ়ি উঠিছিল। আৰু তেওঁৰ কাব্য-সাহিত্য এই পৃথিৱীখনৰ পৰা আহৰণ কৰা উন্মুক্ত শিক্ষা-দীক্ষাৰেই ফল-প্ৰসূ বুলি কলে হয়তো অতিশয়োক্তি নহব।

এনেদৰেই নৱন্যাস আন্দোলনৰ পটভূমিত অসমীয়া কাব্য-সাহিত্য আৰু ৰঘুনাথ চৌধাৰীৰ কবিতা পৰ্যালোচনা কৰিলে পাশ্চাত্য সাহিত্য বিশেষকৈ ইংৰাজী কাব্য-সাহিত্যৰ প্ৰভাৱ অনুধাবন কৰিব পাৰি। আগতেই উল্লেখ কৰি অহা প্ৰকৃতি-প্ৰীতি, গীতি-ধৰ্মীতাৰ উপৰিও সমালোচকে চৌধাৰীৰ কবিতাত ইংৰাজ কবি কীটচৰ 'অ'ড টু এ নাইটিঙ্গেল', শ্যেলীৰ 'টু এক্সাইলৰ্ক'' ওৱাৰ্ডচ্‌ৱাৰ্থৰ 'টু এ কুক্কু' আদি কবিতাৰ ভাবাবেগ, অনুভূতিৰ প্ৰত্যক্ষ প্ৰভাৱ পৰিছে বুলি মত প্ৰকাশ কৰিছে। আনহাতে এক শ্ৰেণীৰ সমালোচকৰ মতে যদিও অসমীয়া কাব্য-সাহিত্যৰ এটা পৰ্য্যায়ত ইংৰাজী কাব্য-সাহিত্যৰ প্ৰত্যক্ষ প্ৰভাৱ অনুধাবন হয় তথাপি এই কাব্য-সাহিত্যত কিছুপৰিমাণে ভাৰতীয় দৰ্শন বা চিন্তাধাৰাৰ প্ৰভাৱ নপৰাকৈ থকা নাছিল। বিশেষকৈ ভাৰতীয় চিন্তা-প্ৰসূত অতীন্দ্ৰিয়বাদ, আধ্যাত্মবাদৰ সুৰ এই সময়ৰ কেইবাজনো কবিৰ কবিতাত প্ৰত্যক্ষিত হৈছে বুলি মত প্ৰকাশ কৰা হৈছে। এই সমালোচক সকলৰ ধাৰণাত মহাকবি কালিদাস, বিশ্বকবি ৰবিন্দ্ৰনাথ আদি কবিসকলৰ কাব্যিক আদৰ্শহে ৰঘুনাথ চৌধাৰীৰ কবিতাত প্ৰতিভাত হৈছে। সেয়ে বিশ্ব-প্ৰকৃতিৰ সৌন্দৰ্য্যৰ অন্বেষণ আৰু ভাৰতীয় কাব্য-দৰ্শন, ঐতিহ্যৰ লগত

সংহতি প্ৰকাশেই ৰঘুনাথ চৌধাৰীৰ কাব্য-সাহিত্যৰ প্ৰধান বৈশিষ্ট্য বুলি এই সমালোচক সকলে অভিমত ব্যক্ত কৰিছে।

আনহাতে সাম্প্ৰতিক কালৰ সাহিত্য-সমালোচক সকলে নতুন দৃষ্টিভঙ্গীৰে 'ৰোমাণ্টিক' কবি সকলৰ কাব্য-সাহিত্য বিশ্লেষণ কৰিবলৈ প্ৰয়াস কৰিছে। যতীন্দ্ৰনাথ দুৱৰা সম্পৰ্কে কোৱা হৈছে যে এই জন কবিয়ে প্ৰেমৰ অনুভূতি, আবেগকে শ্ৰেষ্ঠতম আসন দিছে, কিন্তু জীৱনৰ বাস্তৱতা বা জীৱন সংগ্ৰামক পৰিহাৰ কৰিছে। ৰঘুনাথ চৌধাৰীয়ে সমস্যাবহুল মানুহৰ পৃথিবীখন এৰি থৈ বন্যপখী আৰু প্ৰকৃতিৰ মাজত আশ্বাস আৰু সান্তনাৰ উৎস বিচাৰিছে। মানৱ সমাজৰ বাস্তৱ সমস্যাৰ সন্মুখীন হোৱাৰ মানসিকতা এই কবিসকলৰ কাব্য-সাহিত্যত পৰিলক্ষিত হোৱা নাই। এনে অভিমতো ব্যক্ত কৰা হৈছে যে প্ৰথম পৰ্য্যায়ৰ 'ৰোমাণ্টিক' কবিসকলৰ কাব্য-সৃষ্টিৰ প্ৰেৰণা জীৱনৰ কোনো গভীৰ উপলব্ধিৰ পৰা উদ্ভূত হোৱা নাছিল। এই প্ৰেৰণাৰ মূলে উৎস আছিল ইংৰাজী আৰু বঙলা কাব্য-সাহিত্যৰ অধ্যয়ন আৰু চিন্তা-চৰ্চাৰ পৰিবেশ। গতিকে সমসাময়িক কালৰ জনজীৱনৰ সমস্যাই তেওঁলোকৰ কাব্য-সাহিত্যৰ উপজীব্য হৈ পৰা নাছিল। সেয়ে এই কবিসকলৰ কাব্য-সাহিত্যত জীৱন নিষ্ঠাতকৈ ভাব-প্ৰবণতা বা ভাবাবেগেহে অধিক প্ৰাধান্য লাভ কৰিছিল। আৰু এই কাৰণেই কবি দুৱৰাই অতীত স্মৃতিৰ ৰহস্যলোকত আৰু কবি চৌধাৰীয়ে মানৱ সম্পৰ্কহীন বিহঙ্গলোকত আশ্ৰয় লৈ সমস্যাবহুল, মানৱ সমাজৰ পৰা নিৰাপদ দূৰত্বত থাকি এক 'পলায়নবাদী মনোভাব'ৰ পৰিচয় দিছিল।

উল্লেখযোগ্য যে কাব্য-সাহিত্য সম্পৰ্কে সমালোচকৰ দৃষ্টিভঙ্গী আৰু সৰ্বসাধাৰণ পঢ়ুৱৈৰ মনত সৃষ্টি হোৱা ক্ৰিয়া প্ৰক্ৰিয়াৰ যথাৰ্থতা বিচাৰ কৰি চোৱাৰ কোনো সৰ্বসন্মত সিদ্ধান্ত বা নিৰ্দিষ্ট সূত্ৰ উদ্ভাৱন হোৱা নাই। বৰং বহুক্ষেত্ৰত এনে সিদ্ধান্ত বা সূত্ৰ বিতৰ্কমূলক আৰু পৰস্পৰ বিৰোধী হোৱা দেখা যায়। বিশেষকৈ কাব্য-সাহিত্য সম্পৰ্কে গ্ৰীক দাৰ্শনিক প্লেট'ৰ মনোভাব আক্ৰমণাত্মক আছিল। তেওঁৰ মতে কবিতা দৃশ্যমান পৃথিবীখনৰ

এটা অনুকৰণ (Imitation) মাত্ৰ, কবিসকলে কল্পনাৰ অবাস্তৱ ৰাজ্যত বাস কৰে আৰু তেওঁলোকৰ অনুগামী সকলকো তেনে এখন কল্পলোকত (World of Illusion) বিচৰণ কৰিবলৈ প্ৰলোভিত কৰে। কিন্তু ইয়াৰ বিপৰীতে আন এজন গ্ৰীক চিন্তাবিদ পণ্ডিত এৰিষ্টটলে মত প্ৰকাশ কৰিছে যে কবিতা কেৱল অনুকৰণ নহয়, মানৱ জীৱনৰ পৰা আহৰণ কৰা বিভিন্ন অভিজ্ঞতাৰ উপাদানেৰে নতুন সৃষ্টিৰ (Recreation) ই এক মাধ্যম। গতিকে কাব্য-সাহিত্য সৃষ্টিধৰ্মী (Creative) কলা। সাম্প্ৰতিক কালৰ এজন খ্যাতনামা ইংৰাজ চিন্তাবিদ বেনজনছনৰ মতে কাব্য-সাহিত্য বিচাৰ কৰিবৰ অৰ্হতা কেৱল কবিসকলৰহে আছে। আনহাতে কবি ওৱাৰ্ডচৱাৰ্থে কাব্য-সাহিত্য মূলতঃ 'জীৱন সমীক্ষা' (Criticism of life) বুলি কৈছে। তদুপৰি কল্পনা-শক্তিয়েই কাব্য-সাহিত্য সৃষ্টিৰ প্ৰধান উৎস বুলিও স্বীকাৰ কৰা হৈছে। কিন্তু কল্পলোকত বিচৰণ কৰি কল্পনাশক্তিৰে কাব্য-সাহিত্য সৃষ্টি কৰিলেও কবি-সাহিত্যিক সকলে বাস্তৱতাক অস্বীকাৰ কৰিছে বুলি কব নোৱাৰি। ইংৰাজী 'ৰোমাণ্টিক' কাব্য-সাহিত্যকে ধৰি অসমীয়া 'ৰোমাণ্টিক' কাব্য-সাহিত্যতো এই কথা প্ৰযোজ্য বুলি কব পাৰি। শ্যেলীৰ 'স্কাইলাৰ্ক' পৃথিবীৰ বুকুৰ পৰা উৰি গৈ দূৰ আকাশত বিলীন হ'লেও পৃথিবীখনৰ লগত সম্পৰ্ক ছেদ কৰিব পৰা নাই। কীটচে 'নাইটিঙ্গেলৰ' মনোৰম কল্পনা ৰাজ্যত বিচৰণ কৰিও অৱশেষত কঠোৰ বাস্তৱৰ সচেতন পৃথিবীখনলৈ ঘূৰি আহিব লগা হ'ল। সেইদৰে কবি চৌধাৰীৰ 'কেতেকী' কবিতাত দৃশ্যমান হোৱা কল্পনাৰ জগতখন তাচপাতৰ ঘৰৰ দৰে (House of Cards) ভাগি পৰিল, পখীজনী অদৃশ্য হ'ল আৰু কবি পুনৰ নিষ্ঠুৰ বাস্তৱৰ মুখামুখী হব লগা হ'ল। 'দহিকতৰাত' প্ৰতিধ্বনিত হোৱা বিশ্বজনীন সুৰৰ ছন্দও মায়াময় স্বপ্নপুৰীত অন্তৰ্হিত হৈ গল—

ধীৰে ধীৰে মিলি গল গীতৰ মাধুৰী  
বিয়োৰত পৰি বল মায়া স্বপ্নপুৰী।

গতিকে ইয়াৰ পৰাই প্ৰতীয়মান হয় যে চৌধাৰীৰ দৰে কবিয়ে বিস্তীৰ্ণ কল্পলোকত বিচৰণ কৰিলেও তেওঁৰ কাব্য-সাহিত্য বাস্তৱ বিবৰ্জিত হোৱা নাই। সেয়ে ইংৰাজী সাহিত্যৰ 'ৰোমাণ্টিক' কবিসকলৰ দৰেই এই কবিসকলৰ অৱস্থান হয়তো এনেদৰে নিৰ্ণয় কৰিব পৰা যায়—'তেওঁলোক এই পৃথিৱীখনতে আছে, কিন্তু পৃথিৱীখনৰ নহয়'—[They are in the world, but not of the world]

সামগ্ৰিকভাবে ৰঘুনাথ চৌধাৰীৰ কাব্যিক জীৱন আৰু কাব্য-সাহিত্যত এক অবিৰত প্ৰবাহ পৰিলক্ষিত হয়। কবিতা তেওঁৰ বাবে মাত্ৰ যৌৱনৰ চঞ্চল পৰিত্যক্ত প্ৰেমৰ উচ্ছ্বাস বা অনুভূতি বুলি কব নোৱাৰি। বৰং নিষ্ঠুৰ বাস্তৱতাৰ যি গৰল কবিয়ে পান কৰিছিল তাৰ পৰাই হয়তো তেওঁৰ কবিতাৰ অমৃত নিৰ্গত হৈছিল। বিশেষকৈ কঠোৰ বাস্তৱৰ নিৰ্মম পৰিহাসৰ পৰা প্ৰকৃতিৰ বুকুত অব্যাহতিৰ যি পথ নিৰ্দেশ পাইছিল সেই পথ অনুসৰণ কৰি তেওঁ এক 'বিশেষ শান্তি, আনন্দ' লাভ কৰিছিল। কবিতা সম্পৰ্কে নিজেই ডাঙি ধৰা সংজ্ঞাৰ পৰা কাব্য-সাহিত্যৰ প্ৰতি চৌধাৰীদেৱৰ দৃষ্টিভঙ্গীৰ এটা আভাস পাওঁ। তেওঁ লিখিছে—'সাহিত্যৰ সৌন্দৰ্য্যই কবিতা। কল্পনাৰ স্বাভাৱিকতাই কবিতা। জীৱনৰ তৰঙ্গত অসংযত ভাবে জাগি উঠা ভাবতৰঙ্গৰ কৰুণ উচ্ছ্বাসেই কবিতা। মানুহে যেতিয়া গভীৰ নিৰাশাত ডুব গৈ সংসাৰৰ অলসতা অনুভৱ কৰে, মৰ্মভেদী বেদনাৰ কৰুণ সুৰত মানুহৰ হৃদয় উদ্বেলিত হয়, দুৰ্জয় আকাংখাৰ প্ৰবল ধুমুহাত মানুহে যেতিয়া জীৱনৰ অন্ত হেৰুৱায়, আশা মৰীচিকাত পৰি বাসনাৰ তীব্ৰ পিয়াহত কণ্ঠগত হৈ প্ৰাণে যেতিয়া সান্ত্বনাৰ শীতল ছায়া স্বৰূপ 'ৰেচিচ' বিচাৰিবলৈ প্ৰয়াস কৰে, তেতিয়াই ভাব-ৰাজ্যত কবিতাৰ সৃষ্টি হয়; অন্তৰৰ এই হ্লাদিনী শক্তিয়েই কবিতা।' চৌধাৰীদেৱৰ কবিতাৰ এনে সংজ্ঞা বা কাব্যিক দৃষ্টিভঙ্গীয়ে কবিতা সম্পৰ্কে ইংৰাজ কবিয়ে ব্যক্ত কৰা অভিমতৰ লগত সংহতি প্ৰকাশ কৰিছে যেনে—'কবিতা শক্তিশালী অনুভূতিৰ বহিঃ প্ৰকাশ'। [Poetry is the spontaneous overflow of powerful feelings]

# অসমীয়া ব্যঙ্গ সাহিত্যত হেমচন্দ্ৰ বৰুৱাৰ স্থান

প্ৰকৃততে অসমীয়া সাহিত্যত ব্যংগাত্মক, হাস্যৰসাত্মক, ধেমেলীয়া বা লঘুৰচনা হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আৰু লম্বোদৰ বৰাৰ লেখনিৰ পৰাই সূচনা হয়। হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' আৰু 'কানীয়াৰ কীৰ্ত্তন' এই দুখন গ্ৰন্থই অসমীয়া ব্যংগাত্মক বা বিদ্ৰূপাত্মক সাহিত্যৰ পথ প্ৰশস্ত কৰে বুলি কব পাৰি। গুণাভিৰাম বৰুৱাই তেওঁৰ 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা'ত ধেমেলীয়া বা লঘুৰচনাৰ এটা নতুন দিশ, নিৰ্ণয় কৰি গৈছে। লম্বোদৰ বৰাৰ ব্যংগাত্মক লেখা হেমচন্দ্ৰ বৰুৱাৰ দৰে সুতীক্ষ্ণ বা তীব্ৰ নহ'লেও সামাজিক দোষ-ত্ৰুটিৰ প্ৰতি তেওঁৰ ব্যংগ-বিদ্ৰূপ প্ৰত্যক্ষ আছিল, যেনে-- 'সদানন্দৰ কলাঘুমতি'। কিন্তু সমসাময়িক সমাজক লৈ ব্যংগ বিদ্ৰূপাত্মক সাহিত্য ৰচনাত হেমচন্দ্ৰ বৰুৱাৰ স্থান ঊনবিংশ শতাব্দীৰ অসমীয়া সাহিত্যত অদ্বিতীয় আৰু একক বুলিয়েই কব লাগিব।

হেমচন্দ্ৰ বৰুৱাৰ ব্যংগাত্মক ৰচনা যি খন সমাজক লৈ লেখা হৈছিল সেই সমাজখনৰ ৰেহ-ৰূপ কেনে আছিল? উল্লেখযোগ্য যে বৃটিছ শাসনৰ অধীনত এক বিশেষ অনুশাসন আৰু শৃঙ্খলাবোধেৰে 'পিঞ্জৰাবন্ধ' হৈ থকা ঊনবিংশ শতাব্দীৰ ভাৰতবৰ্ষৰ সমাজ জীৱনত ইউৰোপীয় নৱজাগৰণৰ (Renaissance) প্ৰভাৱ পৰিবলৈ আৰম্ভ কৰিছিল। প্ৰথম অৱস্থাত সাহিত্য, কলা, জ্ঞান বিকাশৰ ক্ষেত্ৰত পুনৰোত্থানৰ আহবান ৰূপে আত্মপ্ৰকাশ কৰি ইটালীত উদ্ভাসিত হোৱা এই নৱজাগৰণৰ প্ৰবাহে ক্ৰমে চৈধ্য, পোন্ধৰ আৰু যোল্ল শতিকাৰ ভিতৰতে সমগ্ৰ ইউৰোপতে প্ৰসাৰ লাভ কৰিছিল। আনহাতে মধ্যযুগীয় সমাজ ব্যৱস্থাৰ পৰা

আধুনিক যুগলৈ বিৱৰ্তনৰ এক পদক্ষেপ ৰূপে এই নৱজাগৰণৰ প্ৰবাহে ভাৰতবৰ্ষৰ সমাজ জীৱনো স্পৰ্শ কৰিবলৈ আৰম্ভ কৰিছিল। আৰু ভাৰতবৰ্ষৰ পূব প্ৰান্তত অৱস্থিত অসম ৰাজ্যখনো এই প্ৰভাৱৰ পৰা আঁতৰি থাকিব পৰা নাছিল। প্ৰচলিত অন্ধবিশ্বাস আৰু কুসংস্কাৰৰ আৱৰণ আঁতৰাই এক নতুন বিশ্বাস আৰু প্ৰমূল্য প্ৰতিষ্ঠা কৰাৰ মানসৰে এচাম শিক্ষিত ব্যক্তিয়ে অসমৰ সমাজ জীৱনৰ ওপৰত দৃষ্টি আৱন্ধ কৰিবলৈ ধৰিলে। এওঁলোকে ইউৰোপীয় নৱজাগৰণৰ প্ৰভাৱত সমাজখন এক নতুন পোহৰেৰে আলোকিত হৈ পৰাৰ সম্ভাৱনা দেখিছিল। আৰু ইয়াৰ লগে লগে সমাজখনৰ অন্ধকাৰ দিশটোও তেওঁলোকৰ দৃষ্টিত স্পষ্ট ভাবে ধৰা দিছিল। এই ইউৰোপীয় নৱজাগৰণৰ চেতনাৰে প্ৰভাবান্বিত হৈয়ে আনন্দৰাম ঢেঁকিয়াল ফুকনে ঊনবিংশ শতিকাৰ চল্লিশ দশকৰ অসমীয়া সমাজ জীৱনৰ বিভিন্ন দিশ বিশ্লেষণ কৰি শিক্ষাৰ প্ৰসাৰ, শ্ৰমৰ মৰ্যাদাৰ স্বীকৃতি আৰু বিজ্ঞান ভিত্তিক বাস্তৱমুখী দৃষ্টিভঙ্গীৰে এখন নতুন অসম গঢ়াৰ আকাঙ্খা ব্যক্ত কৰিছিল। অসমৰ সমাজ জীৱনৰ এই সংস্কাৰধৰ্মী আৰু পৰিৱৰ্তনকামী মনোভাবে পৰৱৰ্তী কালৰ হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱাৰ পৰা আৰম্ভ কৰি লক্ষ্মীনাথ বেজবৰুৱা আৰু তেওঁৰ উত্তৰসূৰী কেইবাজনো লেখকৰ ৰচনালৈকে সম্প্ৰসাৰিত হোৱা দেখা যায়। যদিও ঈশ্বৰ বিশ্বাস, আধ্যাত্মবাদ বা ৰাজনৈতিক স্থিতাৱস্থাৰ বিৰুদ্ধাচৰণ নকৰাৰ অৰ্থত সাম্প্ৰতিক কালৰ সমালোচকৰ দৃষ্টিত এওঁলোক 'ট্ৰেডিশ্বনাল' আছিল তথাপি সামাজিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক দিশত এওঁলোকৰ মনোভাব নিশ্চিত ভাবেই পৰিৱৰ্তনকামী হৈ পৰিছিল। আৰু এই সকলৰ ভিতৰত হেমচন্দ্ৰ বৰুৱাৰ মনোভাবেই আছিল অতিশয় 'আনকম্প্ৰমাইজিং'—অৰ্থ্যাৎ এক আপোচহীন কঠোৰ মনোভাব। সেই সময়ৰ অসমীয়া জাতীয় বা সমাজ জীৱনৰ পৰিপ্ৰেক্ষিতত এনে এটা মনোভাব গঢ় লৈ উঠাত হয়তো একো অস্বাভাৱিকতা নাছিল। আগতেই উল্লেখ কৰাৰ দৰে সেই সময়ৰ অসমীয়া সমাজখনৰ অন্ধকাৰ দিশটোৰ প্ৰতিফলন হৈছিল অন্ধ-বিশ্বাস জনিত, কুসংস্কাৰাচ্ছন্ন যুক্তি বিবেচনাৰ্বজিত

আচাৰ-অনুষ্ঠান, ৰীতি-নীতিৰ প্ৰাধান্যৰ মাজেদি। এইহাতে যেনেকৈ নিৰক্ষৰ অশিক্ষিত জনগোষ্ঠীৰ মাজত বিধি, ভাগ্য, দৈৱ আদি 'অদৃশ্য-শক্তি'ৰ প্ৰভাৱ অতি গুৰুত্বপূৰ্ণ হৈ পৰিছিল তেনেদৰে শিক্ষিত সমাজ-খনতো ভণ্ডামি, শঠতা, সঙ্কীৰ্ণতা, অনাচাৰ, অতিচাৰৰ পয়োভৰ কম নাছিল। এফালে যেনেকৈ ইংৰাজী শিক্ষা 'কুশিক্ষা' বুলি উপহাস কৰা হৈছিল আনফালে দুটা এটা ইংৰাজী আখৰ শব্দ শিকিয়েই চৰকাৰৰ অনুগ্ৰহপ্ৰাৰ্থী ৰাজকৰ্মচাৰী হৈ ৰাতিটোৰ ভিতৰতে ভব্য গব্য নপতাফুকন হৈ পৰা ব্যক্তিৰো অভাৱ নাছিল। সেইদৰে মানুহক 'মুক্তি'ৰ সঠিক পথ নিৰ্দেশ দিয়াৰ পৰিবৰ্তে যুক্তি বিবৰ্জিত, লৌকিকতাৰে ভাৰাক্ৰান্ত হৈ পৰা ধৰ্মীয় অনুষ্ঠান আৰু ধৰ্মীয় ব্যক্তি সকলৰ তথাকথিত ধাৰ্মিক আচৰণ আৰু কাম-কাজ ব্যক্তিবাদ আৰু স্বাধিপত্য বিস্তাৰৰ আহিলা ৰূপেহে ব্যৱহৃত হৈছিল। ফলস্বৰূপে ধৰ্মৰ নামত অনাচাৰ, অতিচাৰ, বা অবিচাৰে গা কৰি উঠিছিল। মুঠতে এনে ধৰণৰ অৱনতি আৰু অনাচাৰে এটা সুস্থ সবল জাতি গঠনৰ প্ৰক্ৰিয়াক ব্যাহত কৰিছিল আৰু সেই কাৰণেই সমসাময়িক সমাজখনৰ প্ৰতি হেমচন্দ্ৰ বৰুৱাৰ মনোভাৱ আপোচহীন বা কঠোৰ হোৱাটো সময় সাপেক্ষহে আছিল।

আগতেই উল্লেখকৰা হেমচন্দ্ৰ বৰুৱাৰ দুখন গ্ৰন্থ 'কানীয়াৰ কীৰ্তন' আৰু 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' তীব্ৰ ব্যঙ্গ, সামাজিক অন্যায়, অনাচাৰ, ভণ্ডামি, কপটতাৰ প্ৰতি বিদ্বেষ আৰু সংস্কাৰধৰ্মী মনোভাৱৰ সম্যক পৰিচায়ক। 'কানীয়াৰ কীৰ্তন'ত লেখকে কানিৰ প্ৰতি আসক্ত হৈ পৰা এচাম অসমীয়া মানুহৰ দুৰৱস্থাৰ চিত্ৰ আৰু 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী'ত তথাকথিত ধৰ্মপ্ৰাণ ব্যক্তিৰ অধাৰ্মিক আচৰণ আৰু কাৰ্য্যৰ আলেখ্য ডাঙি ধৰিছে। 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' বহুতে এখন যেমেলীয়া নাটক বা উপন্যাসিকা বুলি ধাৰণা কৰে। অৱশ্যে আন অভিমতৰ পৰিপ্ৰেক্ষিতত গ্ৰন্থখনক এখন সুদীৰ্ঘ বিদ্ৰূপাত্মক বা ব্যংগাত্মক ৰচনা বুলিহে কব পাৰি। অৱশ্যে গ্ৰন্থখনৰ বিষয়বস্তু সম্পৰ্কে লিখকে এটা আভাস নিজেই দাঙি ধৰিছে সংস্কৃত শ্লোক এটাৰ উদ্ধৃতিৰে যাৰ অৰ্থ হৈছে—'শত্ৰুৰো গুণ

গাৰা, গুৰুৰো দোষ খুচৰিবা'। আৰু যাক উদ্দেশ্য কৰি গ্ৰন্থখন লেখা হৈছে সেই কথা পাতনিত উল্লেখ কৰিছে এনেদৰে—'আমি জানিবা এটা চোলা যুগুত কৰি থৈছো, সি যাৰ গাতে খাপ খায় তেৱেঁই তাক পিন্ধিব।

'হেমচন্দ্ৰ বৰুৱাই যুগুত কৰি থোৱা এই চোলাটো অতি সুন্দৰ ভাবে খাপ খাই পৰিছিল উনবিংশ শতিকাৰ শেষ পৰ্য্যায়ৰ অসমীয়া সমাজখনত। গোবিন্দ দেউ আতা সত্ৰাধিকাৰ, বৰগোহাঁই ফৈদৰ মৰ্কটেশ্বৰ ফুকন, চিৰস্তাদাৰ ভণ্ডেশ্বৰ বৰুৱা, তান্ত্ৰিক ব্ৰাহ্মণ বীৰেন্দ্ৰ বৰুৱা, ইমামুদ্দিন দাৰোগা, মিঃ ড্ৰিংকব্ৰাণ্ডি ইটৰেল চাহাব, জ্যোতিষী কোদোলৰাম বৰদলৈ— সমাজৰ বিভিন্ন স্তৰৰ এই প্ৰতিষ্ঠিত ব্যক্তি সকলৰ 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' স্বভাৱৰ স্বৰূপ প্ৰকাশ পাবলৈ ধৰিছিল হেমচন্দ্ৰ বৰুৱাৰ লেখাত—

'বাহিৰে ৰং চং দেখিবলৈ ভাল
ভিতৰৰ ভাগ কিন্তু নৰকৰ খাল।'

এই গ্ৰন্থখনত লেখকৰ ব্যংগ বিদ্ৰূপৰ প্ৰধান উপলক্ষ্য হৈছে গোবৰ্ধনদেউ সত্ৰাধিকাৰ, ভণ্ডেশ্বৰ বৰুৱা আৰু বীৰেন্দ্ৰ বৰুৱা। গোবৰ্ধনদেউ আতা সত্ৰাধিকাৰৰ বৰ্ণনা গ্ৰন্থখনত ডাঙি ধৰা হৈছে এনেদৰে—'কৰখনীয়া সত্ৰৰ গোবৰ্ধনদেউ আতা পৰম বৈষ্ণৱ, সাক্ষাৎ গুৰুজনাৰ পৰা পৰমাৰ্থৰ ভাব পোৱা গোপীনাথ দেউ আতাৰ পৰিনাতি। ঘোষা, কীৰ্ত্তন, ৰত্নাৱলী এই তিনিখন শাস্ত্ৰ ওষ্ঠাগ্ৰে, য'ত বাজে গুণমালা, ভটিমা, টোটয়, এইবিলাক মুখে আখৈ ফুটাৰ দৰে ফুটে। বৰগীতত গোসাইদেউ এনে পাৰ্গত যে তেওঁ পুৱতি নিশা গীত ধৰিলে ওচৰৰ গছ বিলাকেও গালৰাৰ চলেৰে তাল ধৰে আৰু কুকুৰ শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে।'—এইদৰে ইয়াত এজন কাল্পনিক ধৰ্মগুৰুৰ বৰ্ণনা দিয়া হৈছে যি জনৰ বংশ পৰিচয়, পদমৰ্য্যদা অতি চমকপ্ৰদ কিন্তু যাৰ শাস্ত্ৰজ্ঞান বাস্তৱিকতে অতিশয় তৰল আৰু হাস্যজনক। সেইদৰে চিৰস্তাদাৰ ভণ্ডেশ্বৰ বৰুৱাৰ শাৰীৰিক অৱয়ৱৰ বৰ্ণনাও সমানেই হাস্যৰসাত্মক। ভণ্ডেশ্বৰ বৰুৱা যেতিয়া তেওঁৰ বৰচৰাত

এটা ওখ বৰ গাৰু লৈ পৰি থাকে হেমচন্দ্ৰ বৰুৱাৰ ভাষাত তেতিয়া তেওঁক 'কিলিং নৈৰ বালিত পৰি থকা বৰঘৰীয়ালটো' যেন দেখি। কেবল ভাষাৰ প্ৰয়োগৰেই নহয়, এটা লৌকিক উপমাৰে লিখকে ভণ্ডেশ্বৰ বৰুৱাৰ শাৰীৰিক অবয়বৰ এটা জীৱন্ত বিদ্ৰূপাত্মক ৰূপ ডাঙি ধৰিছে। সেইদৰে তান্ত্ৰিক পণ্ডিত বীৰেন্দ্ৰ বৰুৱাৰ ভণ্ড নৈষ্ঠিকতাৰ স্বৰূপ ডাঙি ধৰিবলৈ তেওঁ উল্লেখ কৰিছে—'সূৰ্য্যদেৱতা পাটত থাকে মানে তেওঁ কাৰো ঘৰত জল গ্ৰহণ নকৰে। শূদ্ৰে অনা পানীৰো ব্যৱহাৰ নাই। বৰু মাৰি পানী খালে গোঁসাইৰ বাপেকেও নেদেখে।' ইয়াত লেখকৰ বিদ্ৰূপাত্মক উক্তি দ্ব্যৰ্থবোধক আৰু ইয়াৰ অন্তৰ্নিহিত ব্যংগই অতি তাৎপৰ্য্যপূৰ্ণ হৈ ধৰা দিছে। এনেদৰে 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী'ত এনে এচাম ব্যক্তিৰ চৰিত্ৰাঙ্কণ কৰা হৈছে যাৰ অৱস্থানে সমাজত প্ৰকৃত শাস্ত্ৰজ্ঞান, নতুন প্ৰমূল্য বা সুস্থ দৃষ্টিভঙ্গী প্ৰৱৰ্তনৰ পথত অন্তৰায় হৈ থিয় দিছে আৰু যি সকলক নিৰস্ত্ৰ কৰিবলৈকে লেখকে তীব্ৰ ব্যংগ-বিদ্ৰূপৰ বাক্যবান নিক্ষেপ কৰিব লগা হৈছে।

হেমচন্দ্ৰ বৰুৱাৰ আনখন গ্ৰন্থ 'কানীয়াৰ কীৰ্তন'ৰ বিষয়বস্তু হৈছে—অসমত একশ্ৰেণীৰ লোকৰ কানি পানৰ প্ৰতি আসক্তি আৰু ইয়াৰ ফলত উদ্ভৱ হোৱা শোকাবহ পৰিণতি। এই গ্ৰন্থখনক বহুতে এখন নাটক বুলি কব খোজে। কাৰণ এখন নাটকৰ দৰে ইয়াত চাৰিটা অঙ্ক, চৰিত্ৰ, সংঘাত আৰু পৰিণতি সন্নিবিষ্ট কৰা হৈছে। তথাপি 'কানীয়াৰ কীৰ্তন'ক এখন আধুনিক নাটকৰ পৰ্য্যায়ভুক্ত কৰিব নোৱাৰি। অৱশ্যে শঙ্কৰীযুগৰ নাটকৰ দৰেই কথোপকথন, ঘটনাপ্ৰবাহ আৰু অভিনয়ৰ যোগেদি সৰ্বসাধাৰণক জ্ঞান বা শিক্ষা দিয়াৰ উদ্দেশ্য লৈয়ে এই গ্ৰন্থখন লেখা হৈছিল। সেয়ে 'কানীয়াৰ কীৰ্তন'ক অসমত কানি বৰবিহৰ প্ৰচলনৰ বিৰুদ্ধে লিখা এখন প্ৰচাৰমূলক সাহিত্যৰচনা (Propagandist Literature) বুলিহে হয়তো কিছুমানে ধাৰণা কৰিব পাৰে। সৰ্বনশীয়া কানি বৰবিহে অসমৰ এচাম মানুহক কেনেদৰে গ্ৰাস কৰিবলৈ ধৰিছিল আৰু ফলস্বৰূপে সেই চাম মানুহৰ কেনেদৰে শাৰীৰিক, অৰ্থনৈতিক, সামাজিক অৱনতি ঘটিছিল তাৰে এটা উদ্দেশ্যধৰ্মী আলেখ্য গ্ৰন্থখনত

ডাঙি ধৰিবলৈ বিচৰা হৈছে। সমসাময়িক সমাজৰ প্ৰায় সকলো স্তৰৰ লোকেই এই কানি ৰবিহৰ কবলত পৰিছিল। আনকি গোঁসাই, মহন্ত, গোঁহাই, গগৈ আদি ডা-ডাঙৰীয়া সকলৰ ভিতৰতো এই বিধ নিচাৰ সেৱকৰ অভাৱ নাছিল। কেৱল ডা-ডাঙৰীয়া সকলেই নহয়, তেওঁলোকৰ লগুৱা লিগিৰাবোৰো কানিৰ একান্ত সেৱক হৈ এলেহুৱা, কপটীয়া, মিছলীয়া হৈ পৰিছিল। এসময়ৰ প্ৰতিপত্তিশালী মৌজাদাৰ ভদ্ৰেশ্বৰ বৰুৱাৰ একমাত্ৰ পুত্ৰ কীৰ্তিকান্ত এই কানিভক্ত সমাজৰ প্ৰতিভূৰূপে গ্ৰন্থখনত অৱতীৰ্ণ হৈছে। প্ৰথম অৱস্থাত কানি পানৰ এজন অভক্ত ব্যক্তিৰূপে আত্মপ্ৰকাশ কৰা ডেকা কীৰ্তিকান্তই ক্ৰমে কানি পানৰ এজন একনিষ্ঠসেৱক ৰূপে কানিৰ লগতে আন বহুতো কুঅভ্যাস লগৰীয়া কৰি লৈছিল—

অৰুচি, এলাহ আৰু কলা ঘুমটীয়া,
চুৰ কৰা, মিছা কোৱা তোৰ লগৰীয়া।

মাক ললিতা, পত্নী চন্দ্ৰপ্ৰভাৰ সকলো প্ৰচেষ্টা বিফল কৰি পিতৃ-মাতৃৰ লগতে মৌজা হেৰুৱাই শেহান্তৰত মিছা গোচৰত পৰি ফাটেকত সোমাব লগা হয় কীৰ্তিকান্ত। অৱশেষত ফাটেকৰ ভিতৰতে নিজৰ অভিশপ্ত জীৱনটোক ধিক্কাৰ দি কীৰ্তিকান্তই মৰণক আকোৱালি লয় কানি ৰবিহৰ বিৰুদ্ধে এটা বক্তব্য ডাঙি ধৰি —'কানি, তোৰ ভাল মহিমা। তই মানুহৰ ইহকাল, পৰকাল দুয়োকে নষ্ট কৰ। আমাৰ দেশৰ পৰা এই কালকূট কেতিয়া দূৰ হব।' —এনেদৰে 'কানীয়াৰ কীৰ্ত্তন'ত মৌজাদাৰ ভদ্ৰেশ্বৰ বৰুৱাৰ ঘৰখনক কাহিনীটোৰ কেন্দ্ৰবিন্দু (Central point) ৰূপে লৈ কীৰ্তিকান্তৰ চৰিত্ৰটোৰ যোগেদি কানিৰ সৰ্বনশীয়া প্ৰভাৱৰ এটা আলেখ্য ডাঙি ধৰা হৈছে। গ্ৰন্থখনত বিয়োগান্ত পৰিণতি আৰু বিভিন্ন কৰুণ দৃশ্যৰ মাজেদি লেখকৰ ব্যংগ বিদ্ৰূপাত্মক দৃষ্টিভঙ্গী স্পষ্ট ভাবে পৰিলক্ষিত হৈছে। তদুপৰি 'কানীয়াৰ কীৰ্ত্তন'ত মূল কাহিনীটোৰ লগতে সমসাময়িক সমাজৰ আন কেইটামান দিশো প্ৰতিফলিত কৰা হৈছে। তিৰোতাক বিশ্বাস নকৰা, তিৰোতা মানুহৰ প্ৰতি নিৰ্দয় ব্যৱহাৰ, গ্ৰহ, দৈৱ, অপদেৱতা আদি অলৌকিক, অদৃশ্যশক্তিৰ ওপৰত সৰ্বসাধাৰণ মানুহৰ অগাধ অন্ধ-

বিশ্বাস (যেনে কানি বৰ্বাবিহে জর্জৰিত কৰা কীৰ্তিকান্তৰ বিকৃত শাৰীৰিক, মানসিক অৱস্থা অপদেৱতাৰ কু-দৃষ্টিৰ ফল বুলি প্ৰথম অৱস্থাত মাক ললিতাৰ ধাৰণা) আদি সমসাময়িক সমাজৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰা হৈছে মূল বিষয়-বস্তুৰ লগতে।

আমাৰ আলোচনাৰ প্ৰসঙ্গত উল্লেখনীয় হেমচন্দ্ৰ বৰুৱাৰ আন দুখন গ্ৰন্থ হৈছে 'আত্মজীৱন চৰিত' আৰু ইংৰাজী ভাষাত লিখা 'মেৰেইজ চিস্টেম্‌ ইন আসাম'। এই গ্ৰন্থ দুখনত বিধবা বিবাহৰ সপক্ষে এক সমাজ সচেতন সংস্কাৰধৰ্মী মনোভাবেৰে মত প্ৰকাশ কৰাৰ লগতে বিধবা বিবাহ সম্পৰ্কে সেই সময়ৰ অসমীয়া শিক্ষিত সমাজৰ মনোভাৱৰ প্ৰতি বিদ্ৰূপ বা কটাক্ষপাত কৰা হৈছে। অৱশ্যে এই সন্দৰ্ভত তেওঁৰ লেখা আগৰ শ্লেষাত্মক উক্তি আৰু তীক্ষ্ণধাৰ বাক্যবানৰ তুলনাত বহু পৰিমাণে প্ৰশমিত আৰু ভোটা হৈ পৰা দেখা যায়। এই সন্দৰ্ভত তেওঁৰ 'আত্মজীৱনচৰিত'ৰ পৰা এষাৰ উক্তি তুলি দিয়া হ'ল—
"মই পুনৰায় বিয়া নকৰালো। আজি-কালি আমাৰ সমাজৰ অৱস্থালৈ চাই ভাৰ্য্যা মৰা পুৰুষে পুনৰায় বিয়া কৰোৱা গোটেই নিন্দনীয়। মই ভাবি চালো ঃ মোৰ ভাৰ্য্যাৰ নহৈ মোৰ মৃত্যু হোৱা হ'লে তেওঁৰ কি অৱস্থা হ'লহেঁতেন? তেওঁ মৰিছে; তথাপি মোৰ ইচ্ছা হ'লেই মই এটা কিয়, তিনিটা বা অধিক বিয়া কৰিব পাৰো, কিন্তু বিধবা হোৱাৰ পাচত পুনৰ বিয়াৰ নাম লোৱা মাত্ৰেই তেওঁৰ জাতি গলহেঁতেন, সমাজে বাঁজিলেহেঁতেন, আৰু তেওঁ জীৱন্তে মৰা যেন হৈ থাকিলহেঁতেন। ই কেনে অসঙ্গত। কেনে অযুগুত!" উল্লেখযোগ্য যে নিজে এটা নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰা বিপত্নীক হেমচন্দ্ৰ বৰুৱাৰ বিধবা বিবাহ সম্পৰ্কীয় মনোভাব সেই সময়ৰ বহুতেই অস্বাভাৱিক বা অবাস্তৱ বুলি ধাৰণা কৰি বিৰূপ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল। কিন্তু বৰ্তমানৰ পৰিৱৰ্তিত সামাজিক অৱস্থাৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰি চালে তেওঁৰ বিধবা বিবাহ সম্পৰ্কীয় দৃষ্টিভঙ্গীৰ ইতিবাচক (Positive) দিশটো বহুতেই হয়তো অস্বীকাৰ কৰিব নোৱাৰিব। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি

যে হেমচন্দ্র বৰুৱাৰ বিধবা বিবাহ সম্পৰ্কীয় দৃষ্টিভঙ্গী বংগদেশৰ এজন অগ্ৰণী মনিষী ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ দ্বাৰা বহুপৰিমানে প্ৰভাবান্বিত হৈছিল। এই কথা হেমচন্দ্ৰবৰুৱাৰ নিজৰ বক্তব্যৰ পৰাই প্ৰতীয়মান হয়—"শাস্ত্ৰ নেলাগে যুক্তিৰে চালেই বিধবাৰ বিয়াত যে কোনো দোষ নাই, তাক বুজিব পাৰি···পূজনীয় বিদ্যাসাগৰে বিধবাবিবাহ যে শাস্ত্ৰ সিদ্ধ ইয়াক সপ্ৰমাণ কৰিয়েই ক্ষান্ত নেথাকিল, আপোনাৰ পুতেকৰ সৈতে বিধবাক বিয়া দিলে। কালৰ সোঁতত তেওঁ উটি গল, কিন্তু তাৰ বালিত তেওঁ যি খোজৰ ছাঁ থৈ গৈছে, সি চিৰকাললৈ থাকিব, লুপ্ত নহয়, সেই খোজৰ পাচত চলোতা মানুহ আমাৰ দেশত ওলাব কেতিয়া? প্ৰতিধ্বনিয়ে সুধিছে—কেতিয়া?" উল্লেখযোগ্য যে বিধবাবিবাহৰ দৰে এটা অতিশয় বিতৰ্কমূলক বা স্পৰ্শকাতৰ বিষয়ৰ ওপৰত প্ৰকাশিত হেমচন্দ্ৰ বৰুৱাৰ এনে 'চিৰিয়াচ' উক্তি সমূহৰ মাজতো সূক্ষ্ম শ্লেষ বা বিদ্ৰূপৰ সুৰে ভুমুকি নমৰাকৈ থকা নাই।

সেই সময়ৰ আন আন অসমীয়া লেখকো হেমচন্দ্ৰ বৰুৱাৰ ব্যংগ বিদ্ৰূপৰ পৰা হাত সাৰিব পৰা নাছিল। বিশেষকৈ অসমীয়া লেখকৰ আখৰ জোটনিৰ ব্যতিক্ৰম তেওঁ কঠোৰ ভাষাৰে সমালোচনা কৰিছিল। অশুদ্ধ ভাষাৰে প্ৰবন্ধ লেখি তেওঁৰ সম্পাদিত সাপ্তাহিক কাকত 'আসাম নিউজ'ত প্ৰকাশৰ বাবে পঠোৱা লেখক সকলৰ অৱস্থা 'চিঠি লিখোতা সকলৰ প্ৰতি' শিতানত পৰিষ্কাৰ ভাবে প্ৰতিফলিত হৈছিল। আপোনাৰ চিঠিয়ে আমাৰ ফটা কাকতৰ পাচিতহে ঠাই পালে—এনে নিৰ্দয় সমিধান বহুতে পাইছিল।

হেমচন্দ্ৰ বৰুৱাৰ ব্যংগাত্মক লেখাসমূহ সামগ্ৰিক ভাবে তীব্ৰ বিদ্ৰূপাত্মক আৰু শ্লেষাত্মক। কাল্পনিক চৰিত্ৰ সৃষ্টি কৰি ঘটনা প্ৰবাহৰ লগত সংযোগ স্থাপনৰ দ্বাৰা বিষয়বস্তু উপস্থাপন কৰি সমাজৰ অন্ধকাৰ দিশটোৰ আলেখ্য ডাঙি ধৰাটো তেওঁৰ লেখা সমূহৰ প্ৰধান বৈশিষ্ট্য। কপটতা, শঠতা, ভণ্ডামি আৰু অজ্ঞতা, অন্ধবিশ্বাসেৰে আচ্ছন্ন সমাজখন পৰিবৰ্তন কৰিবলৈ

যেন তেওঁ অতিশয় ব্যগ্ৰ আৰু উদ্বিগ্ন হৈ পৰিছিল। আৰু এই কাৰণেই বোধহয় তেওঁৰ ব্যংগাত্মক লেখা নিৰ্মম বা কঠোৰ হবলৈ বাধ্য হৈছিল।

"No Satire can be great which is not forceful and outspoken and crushing."—ইংৰাজী ব্যংগ সাহিত্য সম্পৰ্কে উল্লেখিত এই বক্তব্যৰ তাৎপৰ্য্য হেমচন্দ্ৰ বৰুৱাৰ ব্যংগাত্মক লেখাৰ ক্ষেত্ৰত সুন্দৰ ভাবে প্ৰযোজ্য বুলি আমাৰ ধাৰণা হয়। আৰু এই কাৰণেই বোধহয় 'অসমৰ জনচন' বুলি অভিহিত হেমচন্দ্ৰ বৰুৱাৰ লেখা সমূহে অসমীয়া ব্যংগ সাহিত্যত এতিয়াও এক অভিনৱ স্থান অধিকাৰ কৰি আছে।

# মহীচন্দ্ৰ বৰাৰ গল্পৰ বৈশিষ্ট্য

অসমীয়া চুটি গল্পৰ জনক বুলি অভিহিত লক্ষ্মীনাথ বেজবৰুৱাৰ পৰৱৰ্তী গল্পকাৰ সকলৰ ভিতৰত মহীচন্দ্ৰ বৰা অন্যতম। তেওঁৰ গল্পসমূহে 'আৱাহন' আলোচনীৰ যোগেদি বিশেষ জনপ্ৰিয়তা লাভ কৰিছিল। আনকি তেওঁৰ গল্পসমূহৰ জনপ্ৰিয়তাৰ প্ৰতি লক্ষ্য কৰি আলোচনীখনৰ তৎকালীন সম্পাদক দীননাথ শৰ্মাদেৱে 'আপোনাৰ গল্প বিহীন আৱাহন নীৰস' বুলি প্ৰতিটো সংখ্যাৰ বাবে গল্প পঠাবলৈ অনুৰোধ জনাই চিঠি লিখিছিল আৰু আৱাহন যুগৰ 'গল্প সম্ৰাট' আখ্যাৰে অভিহিত কৰিছিল। সাম্প্ৰতিক কালৰ কোনো সমালোচকে হয়তো এই গল্পকাৰ জনৰ সম্পৰ্কে এনে ধৰণৰ প্ৰশংসাসূচক মন্তব্য নিতান্ত ব্যক্তিগত বা সাময়িক বুলি ধাৰণা কৰি ইয়াৰ প্ৰকৃত তাৎপৰ্য্য অনুধাবন কৰিব নোৱাৰিবও পাৰে। কিন্তু যিসকল আধুনিক সমালোচকে মহীচন্দ্ৰ বৰাকে ধৰি সমগোত্ৰীয় গল্পকাৰ সকলৰ গল্প সাহিত্য গুৰুত্ব সহকাৰে বিশ্লেষণ কৰিছে তেওঁলোকৰ দৃষ্টিত এই গল্পকাৰ সকলৰ গল্পসমূহৰ গুণগত বৈশিষ্ট্য সমূহ ধৰা নপৰাকৈ থকা নাই। উল্লেখযোগ্য যে সাম্প্ৰতিক কালৰ এজন খ্যাতনামা সাহিত্য সমালোচক হোমেন বৰগোহাঁইৰ দৃষ্টিত বেজবৰুৱা আৰু তেওঁৰ পৰৱৰ্তী গল্পকাৰ মহীচন্দ্ৰ বৰা, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, হলিৰাম ডেকা, লক্ষ্মীনাথ ফুকন আদিৰ গল্প সমূহ অসমৰ সমাজ জীৱনৰ বিভিন্ন চিত্ৰশালা (Picture Gallary) ৰূপে প্ৰতিভাত হৈছে। এই সম্পৰ্কে তেওঁ বিস্তৃত বিশ্লেষণাত্মক সমালোচনাও আগবঢ়াইছে। সেইদৰে অসমৰ এজন খ্যাতনামা ৰাজনীতিবিদ সাহিত্য-সমালোচক হেমবৰুৱা আৰু মহিলা সাহিত্যিক নিৰ্মল প্ৰভা বৰদলৈয়ে মহীচন্দ্ৰ বৰাৰ গল্প-সাহিত্যৰ হাস্যৰসাত্মক দিশটো সম্পৰ্কে অভিমত ব্যক্ত কৰিছে।

হেমবৰুৱাদেৱে লেখিছে—'আৱাহন আৰু সমসাময়িক কালতে অসমীয়া গল্প-সাহিত্যত এক নতুন শ্ৰেণীৰ গল্পলিখকৰ জন্ম হয়—ত্ৰৈলোক্য গোস্বামী, মুনীন বৰকটকী, কৃষ্ণ ভূঞা, উমা শৰ্মা, হলিৰাম ডেকা, লক্ষ্মীনাথ ফুকন, মহীচন্দ্ৰ বৰা আৰু আন কেইবাজনেও এই সময়তে তেওঁলোকৰ গল্পসমূহ লেখিছিল। শেহৰ তিনিজনৰ গল্পত মানৱ জীৱনৰ অন্ধকাৰ দিশটো প্ৰায়ে হাস্যৰসৰ মাজেদি প্ৰতি-ফলিত হৈছিল আৰু এই ক্ষেত্ৰত মহীবৰাক কোনেও পৰাভৱ কৰিব পৰা নাছিল। [In the last three, the seamy side of life is very often projected into a canvas of rippling laughter, and Mahi Bora is unbeatable in this.] সাম্প্ৰতিক কালৰ আন এজন সাহিত্য-সমালোচকে লেখিছে—'আৱাহন যুগতে ৰচনা কৰা মহীচন্দ্ৰ বৰাৰ গল্পত সেই যুগৰ অসমৰ সামাজিক পৰিবেশ তথা ভাবধাৰাহে মূলতঃ প্ৰতিফলিত হৈছিল যদিও তেখেতৰ ৰচনাই কেইবাটাও কাৰণত সাৰ্বজনীনতা তথা স্থায়িত্ব লাভ কৰিবলৈ সক্ষম হ'ল। ইয়াৰ প্ৰধান কাৰণটো হ'ল বৰাদেৱৰ গল্পৰ হাস্যৰস। ......মহীচন্দ্ৰ বৰাৰ গল্পত প্ৰতিফলিত হোৱা হাস্যৰস কিন্তু নিৰ্ভেজাল হাস্যৰসেই নহয়, তাৰ মাজেদি প্ৰতিফলিত হৈছে সামাজিক দোষ-ত্ৰুটিবোৰৰ বিৰুদ্ধে তীক্ষ্ণ কষাঘাত।'

আনহাতে মহীচন্দ্ৰ বৰাকে ধৰি আৱাহন যুগৰ গল্পকাৰৰ গল্পসমূহে একাধিক পণ্ডিত আৰু চিন্তাবিদৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। খ্যাতনামা পণ্ডিত কৃষ্ণকান্ত সন্দিকৈদেৱে মহীচন্দ্ৰ বৰাৰ গল্প সম্পৰ্কে উচ্চধাৰণা পোষণ কৰি তেখেতলৈ এখন চিঠি যোগে জনাইছিল— 'দেশৰ কামত লগাত আপোনাৰ সময়ৰ নাটনি হৈছে। আপুনি লেখিবলৈ নেৰিব। বেজবৰুৱাৰ আসনখন আপুনিহে পুৰাব পাৰিব।' সন্দিকৈদেৱে বেজবৰুৱা আৰু মহীচন্দ্ৰ বৰাৰ গল্পৰ মাজত কি কি গুণগত বৈশিষ্ট্যৰ সাদৃশ্য দেখা পাইছিল সেই সম্পৰ্কে আমি বিস্তৃত ব্যাখ্যা পোৱা নাই। অৱশ্যে কোনো সমালোচকে মহীচন্দ্ৰ বৰাৰ গল্পত বেজবৰুৱাৰ গল্প সমূহত পঢ়ুৱৈয়ে অনুধাৱন কৰাৰ দৰে থলুৱা মাটিৰ

গোষ্ঠ, চিনাকি পৰিবেশ, চিনাকি মুখ, আৰু দোষ-গুণৰ চিত্ৰনৰ সামঞ্জস্যৰ কথা উল্লেখ কৰিছে। সেইদৰে আন এগৰাকী বিশিষ্ট ভাষাবিদ পণ্ডিত ড° বাণীকান্ত কাকতিদেৱে আৱাহন যুগৰ আন এজন গল্পকাৰ লক্ষ্মীনাথ ফুকনক কি কাৰণে বেজবৰুৱাৰ এজন যোগ্য উত্তৰাধিকাৰী হব বুলি ধাৰণা কৰিছিল সেই সম্পৰ্কেও বিস্তৃত আলোচনা হোৱা নাই। তথাপি এই বিশিষ্ট ব্যক্তি-সকলৰ এনে ধৰণৰ অভিমতে এই কথাকে সূচায় যে মহীচন্দ্ৰ বৰাকে ধৰি সমসাময়িক গল্পকাৰৰ গল্পই তেওঁলোকৰ দৰে অনুসন্ধিৎসু পঢ়ুৱৈকো বেজবৰুৱাৰ গল্প-সাহিত্যৰ কথা সোঁৱৰাই দিবলৈ সক্ষম হৈছিল। এই প্ৰসঙ্গটো উল্লেখ কৰি হোমেন বৰগোহাঁই দেৱে 'অসমীয়া গল্প সংকলন'ত মহীচন্দ্ৰ বৰাৰ গল্প সম্পৰ্কে লেখিছে—'বস্তুতঃ বেজবৰুৱাৰ পিছত তেৱেঁই অসমীয়া সাহিত্যৰ একমাত্ৰ উল্লেখযোগ্য হাস্যৰসিক আৰু ব্যংগ লেখক।' ……তেওঁৰ গল্পৰ চিত্ৰশালাত যি সকল লোকে প্ৰধানকৈ ঠাই পাইছে তেওঁলোক হ'ল কাছাৰীৰ হাকিম, আৰু আমোলা, উকীল, মেল-মোকৰ্দমাৰ যোগেদি উকীল আৰু আমোলাৰ সংস্পৰ্শলৈ অহা গাঁৱৰ মেলুৱৈ, বৃটিছ চৰকাৰৰ খিতাপ খোৱা ৰাজভক্ত বিষয়া আদি। ……তেওঁৰ প্ৰধান কৃতিত্ব বিশাল চিত্ৰশালা নিৰ্মাণৰ মাজত নাই। মনোজগতৰ ৰহস্য উন্মোচন বা সমাজৰ সংঘাত চিত্ৰনো তেওঁৰ উদ্দেশ্য নহয়। ব্যক্তিগত অভিজ্ঞতা আৰু সংস্পৰ্শৰ যোগেদি এটা সীমাবদ্ধ পৰিসৰৰ ভিতৰত তেওঁ যিবোৰ মানুহক লগ পাইছিল আৰু অতি নিবিড় ভাৱে চিনি পাইছিল, সেই মানুহবোৰৰ জীৱনধাৰা, মাতকথা, আচাৰ-আচৰণ, ক্ষুদ্ৰ আশা-আকাঙ্খা, হিংসা, বিদ্বেষ-প্ৰীতি আদিৰ একোটা জীৱন্ত বাস্তৱানুৰাগ চিত্ৰ তেওঁ আঁকি থৈ গৈছে। দৰাচলতে মফচলীয়া চহৰ আৰু গাঁৱৰ ক্ষুদ্ৰ পৰিবেশত ক্ষুদ্ৰ আশা-আকাঙ্খা আৰু সমস্যা লৈ জীয়াই থকা এই ক্ষুদ্ৰ মানুহবোৰৰ এনে জীৱন্ত চিত্ৰ মহীচন্দ্ৰ বৰাৰ বাহিৰে আন কোনেও বোধহয় আমালৈ থৈ যাব পৰা নাই। তদুপৰি গল্প সৃষ্টিৰ কাৰণে তেওঁ যিবোৰ চৰিত্ৰ বা সমাজ জীৱনৰ যিটো দিশ বাচি লৈছিল সিও গহীন

মন্তব্য বা আবেগতকৈ ব্যংগ, বিদ্রূপ, আৰু হাস্য-পৰিহাসৰহে অধিক উপযোগী বিষয়বস্তু। আৰু যিহেতু ব্যংগৰচনা মাত্ৰেই প্ৰচ্ছন্ন বা প্ৰকাশ্য সমালোচনা, গতিকে স্বাভাৱিকতে মহীচন্দ্ৰ বৰাৰ গল্পই সমসাময়িক সমাজৰ সমালোচনাৰ ৰূপ লৈছে। ......এই ক্ষেত্ৰত তেওঁক প্ৰধানকৈ সহায় কৰিছে ভাষাৰ স্বচ্ছন্দ গতিয়ে।... মহীচন্দ্ৰ বৰাৰ যিবোৰ স্বকীয় বৈশিষ্ট্যৰ কাৰণে তেওঁৰ গল্পবোৰ বিখ্যাত, সেই আটাইবোৰ বৈশিষ্ট্য 'চাকনৈয়া' নামৰ গল্পটোত একেলগে দেখা যায়। ............অসমৰ ইতিহাসৰ এটা বিশেষ যুগৰ সামাজিক দাপোন হিচাবে আৰু লগতে এক আকৰ্ষণীয় চিত্ৰশালা হিচাবে মহীচন্দ্ৰ বৰাৰ এই গল্পটো স্মৰণীয় হৈ ৰব।'

প্ৰকৃততে হাস্যৰস, ব্যংগ আৰু সূক্ষ্ম পৰ্য্যবেক্ষণৰ যোগেদি অসমৰ গাঁৱলীয়া আৰু নগৰৰ মধ্যবিত্ত সমাজৰ বাস্তৱ পৰিস্থিতি আৰু চৰিত্ৰ অংকণৰ দক্ষতাই তেওঁৰ গল্প সাহিত্যৰ প্ৰধান বৈশিষ্ট্য। আৰু এনে পৰিস্থিতি আৰু চৰিত্ৰাংকণৰ বাবে প্ৰয়োগ কৰা হাস্যৰসাত্মক আৰু শ্লেষাত্মক বাক্যবাণৰ কৌশলেই আছিল তেওঁৰ গল্পসমূহৰ প্ৰধান আকৰ্ষণ। উল্লেখযোগ্য যে মহীচন্দ্ৰ বৰাৰ ৰচনা-ৰীতি বিশেষকৈ ভাষাৰ প্ৰয়োগত আৰু সমাজ জীৱনৰ অন্ধকাৰ দিশটোৰ প্ৰতিফলনত পূৰ্ববৰ্তী হেমচন্দ্ৰ বৰুৱা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাৰ হাস্যৰসাত্মক দিশটোৰ প্ৰত্যক্ষ বা পৰোক্ষ ভাবে এটা প্ৰভাৱ পৰিছিল বুলি ধাৰণা হয়। যেনেদৰে সমসাময়িক কালৰ অসমীয়া মানুহৰ 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰীয়া' স্বভাৱ বা স্বভাৱজাত আলস্য, কৰ্ম-বিমুখতা, উদ্যমহীনতা ক্ৰমে হেমচন্দ্ৰ বৰুৱা বা লক্ষ্মীনাথ বেজবৰুৱাৰ ব্যংগ বিদ্ৰূপৰ প্ৰধান বিষয়বস্তু হৈ পৰিছিল তেনেদৰে সমসাময়িক সমাজ জীৱনৰ সামগ্ৰিক গাঠনিৰ বিভিন্ন স্তৰত লুকাই থকা ভণ্ডামী, কপটতা, মূঢ়তা, নিৰ্দয়তা, নিষ্পেষণ, শোষণৰ সৰু সৰু ঘটনা বিলাকেই মহীচন্দ্ৰ বৰাৰ গল্প সমূহৰ প্ৰধান উপজীব্য হৈ পৰিছিল।

এইখিনিতে আগতে উল্লেখিত মহীচন্দ্ৰ বৰাৰ 'চাকনৈয়া' গল্পটোৰ এটা বিশ্লেষণাত্মক আলোচনা ডাঙি ধৰা হ'ল। 'পিতৃহীন পীতাম্বৰ যিদিনা অৰ্থনীতিৰ 'অনাৰ্চ' পৰীক্ষাত প্ৰথম বিভাগত প্ৰথম ঠাই অধিকাৰ কৰি বি-এ ডিগ্ৰীৰে ঘৰলৈ উভটিল, সেইদিনা গাঁৱত এফালে যেনেকৈ ধন্য ধন্য পৰিল, আনফালে তেনেকৈ পীতাম্বৰৰ সমনীয়া অনেক ডেকা ল'ৰাই মাক-বাপেকৰ তিতা-কঠুৱা মাতো শুনিব লগা হ'ল। পিচদিনা পুৱাতে পীতাম্বৰৰ পজাত লেখতলবলগীয়া গাঁৱৰে পাঁচজনৰ পদধূলি পৰিল' এই কেইটা বাক্যৰে আৰম্ভ কৰা 'চাকনৈয়া' গল্পটোত এটা সময়ৰ অসমৰ গ্ৰামাঞ্চলৰ দৰিদ্ৰ পৰিয়ালৰ এমুঠি শিক্ষিত যুৱকে চাকৰি আৰু বৈবাহিক সম্বন্ধৰ আশাত আৰু জীৱনত প্ৰতিষ্ঠা লাভৰ মানসেৰে চহৰৰ অভিজাত প্ৰতিপত্তিশালী ব্যক্তিৰ অনুগ্ৰহ প্ৰাৰ্থী হৈ নিজৰ ব্যক্তিত্ব হেৰুৱাই শেহান্তৰত জীৱন সাগৰৰ চাকনৈয়াত কেনেকৈ হেৰাই যাব লগা হৈছিল তাৰে এটা হাস্য-বিষাদৰ আলেখ্য গল্পটোত উপস্থাপন কৰা হৈছে। উচ্চশিক্ষাৰ ডিগ্ৰী লৈ গাঁৱৰ ডেকা ল'ৰা পীতাম্বৰ গাঁৱলৈ ঘূৰি অহাত স্বাভাৱিকতে গাঁওখনত এটা বিশেষ খবৰ ৰূপে প্ৰচাৰিত হৈছিল—তেওঁৰ খবৰ লবলৈ অহা ওচৰ-চুবুৰীয়া বিভিন্ন ব্যক্তিৰে তেওঁৰ ঘৰ ভৰি পৰিছিল। পীতাম্বৰৰ সৰুকালৰ পঢ়াশালিৰ শিক্ষক পঞ্চানন পণ্ডিত, সম্বন্ধত নিচেই আপোন হলধৰ হাজৰিকা, প্ৰতিবেশী মনোহৰ মণ্ডল, কীৰ্তিকান্ত আদিয়ে পীতাম্বৰৰ প্ৰশংসাত মুখৰ হ'ল যদিও এই সকলৰ অন্তৰৰ গোপন স্থলত কু-অভিপ্ৰায়, কু-চক্ৰান্ত, হিংসা-বিদ্বেষৰ বিভিন্ন ভাবৰ ক্ৰিয়া-প্ৰক্ৰিয়াইহে খেলা কৰি আছিল। কালক্ৰমত ঘটনাচক্ৰই গতি সলায় আৰু গাঁৱৰ ল'ৰা পীতাম্বৰে চাকৰি লাভৰ উদ্দেশ্যেৰে চহৰত ভৰি দিয়ে। আনহাতে চহৰৰে ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰত প্ৰভাৱশালী ব্যক্তি 'এৰিষ্টক্ৰেট' ৰায়বাহাদুৰ ভৈৰবচন্দ্ৰ কাগতীৰ একমাত্ৰ কন্যা কলিকতা চহৰত অধ্যয়ন কৰি থকা মেৰীৰ বাবে যুগুত কৰা ভাবী জোৱাইৰ লিষ্টত চাকৰি আৰু প্ৰতিষ্ঠাৰ অন্বেষণত থকা পীতাম্বৰৰ নামটো সুমাইছিল গৈ। আৰু ঘটনাক্ৰমে পীতাম্বৰৰ লগত সুদীৰ্ঘ সময়ৰ বাবে প্ৰেম প্ৰীতিৰ নিবিড় সম্পৰ্ক গঢ়ি উঠা

সহজ-সৰল মিনতিৰ লগত সকলো সম্পৰ্ক হঠাতে ছেদ কৰি যেতিয়া পীতাম্বৰে উচ্চবিষয়া হৈ আধুনিকা মেৰীৰ লগত বৈবাহিক সম্পৰ্ক স্থাপনৰ আশাত ৰায়বাহাদুৰৰ 'হায়াৰ চাৰ্কোল'ত সোমালগৈ তেতিয়াই পীতাম্বৰৰ জীৱনলৈ দুৰ্যোগ-ধুমুহাৰ অভিসম্পাত নামি আহিল। 'প্ৰভিন্সিয়েল' চাৰ্ভিচৰ চাকৰিৰ আশাত পিতৃহীন, সম্বলহীন পীতাম্বৰে বিধবা মাতৃৰ সহৃদয়তা আৰু মিনতিৰ সৰল সহজ আন্তৰিকতা পৰিহাৰ কৰি অভিজাত ৰায়বাহাদুৰৰ আশীষ ধন্য হৈ আধুনিকা যুৱতী মেৰীৰ সঙ্গ সুখত', ৰায়বাহাদুৰ পৰিয়ালৰ বিলাস বহুল পৰিবেশত এক নতুন জীৱন যৌৱনৰ সন্ধান পাইছিল। কিন্তু জীৱন আৰু যৌৱনৰ এই মাদকতাই পীতাম্বৰক বিশ্বাসঘাটকতা কৰিলে। এক অপ্ৰত্যাশিত ঘটনা ক্ৰমে পীতাম্বৰে 'চাৰ্ভিচ কমিচন'ৰ সাক্ষাৎকাৰত উপস্থিত হ'ব নোৱাৰিলে আৰু ফলত চৰকাৰী চাকৰি লাভৰ আকাঙ্খা মৰীচিকাত পৰিণত হ'ল। ইয়াৰ পিচত ভাগ্যৰ নিৰ্মম পৰিহাস আৰু ৰায়বাহাদুৰ পৰিয়ালৰ বিদ্ৰূপ আৰু অবজ্ঞাৰ বাহিৰে পীতাম্ধৰৰ একো নেথাকিল। জন্মদাত্ৰী মাতৃৰ প্ৰতি অৱহেলা আৰু সৰল প্ৰাণা মিনতিৰ প্ৰতি অন্যায় অবিচাৰৰ আত্মগ্লানিয়ে কালসৰ্পৰ দৰে দংশন কৰা পীতাম্বৰৰ জীৱনৰ কৰুণ পৰিসমাপ্তিৰে অসমৰ সমাজ জীৱনৰ এটা সময়ৰ এক বাস্তৱিক প্ৰামাণ্য আলেখ্য ডাঙি ধৰা হৈছে এই গল্পটোত—

ধ্বংসৰ আহিলা লৈ ধুমুহা আহিল
চাকনৈয়া—নাও বুৰিল।

সহানুভূতিৰ এটুপি চকুলো, সমবেদনাৰ এটা হুমুনিয়াহ বিচাৰি উন্মাদৰ দৰে উধাতু খাই পীতাম্বৰ যেতিয়া ঘৰ ওলালগৈ, তেতিয়া তেওঁৰ জননীৰ জীৱনবন্তিৰ শলিতা গছি পুৰি প্ৰায় শেষ হৈছিল। চৰণ দুখনি বুকুত সাবটি মাকৰ সেই শীতল শেতাঁ মুখখনিলৈ হতভগীয়াই থৰ লাগি চায়েই ৰল।..... তাৰ পিচত? গুৰিয়ালৰ অভাৱত পীতাম্বৰৰ জীৱনতৰী বহুমুলীয়া সমলেৰে সৈতে দাৰিদ্ৰ্য সাগৰৰ ডকা-চাকনৈয়াৰ পাকত বুৰি অদৃশ্য হ'ল।'

মহীচন্দ্ৰ বৰাৰ গল্প সমূহত সাধাৰণতে চৰিত্ৰ সমাবেশৰ প্ৰাচুৰ্য্য বা প্ৰাধান্য দেখা যায়। সেই কাৰণেই বোধকৰো তেওঁৰ গল্পসমূহত কাহিনী বা বক্তব্য পশ্চাদসৰণ হোৱা যেন এটা ধাৰণাৰ উদ্ৰেক হব পাৰে। কিন্তু তেওঁৰ গল্প এটা পঢ়িলে বিভিন্ন চৰিত্ৰৰ সমাবেশৰ যোগেদি গল্পকাৰে যে সমসাময়িক সমাজ জীৱনৰ বিভিন্ন সাৰ্থক আৰু বাস্তৱখণ্ড চিত্ৰ অঙ্কন কৰিব পাৰিছে সেই কথা পঢ়ুৱৈৰ দৃষ্টিত প্ৰতীয়মান হৈ পৰে। আৰু সমাজ জীৱনৰ এই বিভিন্ন খণ্ড চিত্ৰবোৰেই তেওঁৰ গল্পসমূহৰ কাহিনী বা বক্তব্য আকৰ্ষণীয় ভাবে উপস্থাপন কৰাত সহায় কৰিছে। তদুপৰি তেওঁৰ চৰিত্ৰাঙ্কনৰ আন এটা উল্লেখযোগ্য দিশ এইয়ে যে সংখ্যাধিক চৰিত্ৰ সমাবেশ সত্ত্বেও কোনো চৰিত্ৰই অধিক সবল বা প্ৰাণৱন্ত আৰু কোনো চৰিত্ৰ ততোধিক দুৰ্বল বা নিস্তেজ বুলি কোৱাৰ থল নাই। 'সম্ভৱামি যুগে যুগে' গল্পটোৰ ধন সৰ্বস্ব ভণ্ড সুবিধাবাদী ৰাজনৈতিক দালাল দুৰ্যোধন দুৱৰাৰ পৰা আৰম্ভ কৰি মিঃ শৰ্মা, বৃকোদৰ বৰুৱা, 'অসাৰে খলু সংসাৰে' গল্পৰ মহিলা সমিতিৰ নেত্ৰী মিচ্ লবঙ্গলতিকাৰ পৰা ছোৱালীৰ মাক সুলী বুঢ়ীলৈকে, 'চাকনৈয়া' গল্পত কপটতা, পৰশ্ৰীকাতৰতা, কুসংস্কাৰ আদিৰে আছন্ন গ্ৰাম্য সমাজৰ প্ৰতিভূ সত্ৰাধিকাৰ মহন্ত, হলধৰ হাজৰিকা, পঞ্চানন পণ্ডিত, মনোহৰ মণ্ডল, পুৰোহিত বাপুৰ পৰা প্ৰভুভক্ত ৰাজবিষয়াবৰ্গৰ পৃষ্ঠপোষকতাত গঢ়ি উঠা অভিজাত সম্প্ৰদায়ৰ প্ৰতিভূ ভৈৰবচন্দ্ৰ কাকতি, বুচিনাৰায়ণ ৰাজখোৱা, 'উকীলৰ আশা' গল্পৰ ডেকা উকীল প্ৰিয়কান্তৰ পৰা টুটকীয়া মোক্তানীবাইলৈকে, 'শৰশয্যা' গল্পৰ বাকসৰ্বস্ব, সুবিধাবাদী, দেখাত মহান সংগ্ৰামী কিন্তু ভিতৰি স্বাৰ্থান্বেষী 'নৱযুৱান' সমিতিৰ তথাকথিত অসমীয়া বিপ্লৱী কেইজন, 'উকীলৰ জন্মৰহস্য' গল্পৰ গায়ন বৰা, তিখৰ, বসুৱায়নৰ পৰা কাকমাৰিৰ কে-কেণ ককালৈকে, 'আৱিষ্কাৰ' গল্পৰ সুদূৰ কলিকতাৰ আচহুৱা পৰিবেশ আৰু ঘটনাচক্ৰৰ মাজেদি উপস্থাপন কৰা সঞ্জয় শৰ্মা, অশ্বিনী বৰুৱাৰ পৰা বুঢ়া শইকীয়া, উকীল হাজৰিকালৈকে, 'চৰ্দাৰ বিল' গল্পটোৰ অসমীয়া মধ্যবিত্ত সমাজৰ দুতলীয়া স্বভাৱৰ প্ৰতিভূ মনীন্দ্ৰ খাউণ্ড

আৰু 'লাভলোকচান' গল্পৰ ধনগুৰৈ কৃপণ সিন্ধিনাথ শইকীয়ালৈকে প্ৰায়বোৰ চৰিত্ৰই কমবেছি পৰিমাণে প্ৰাণৱন্ত হৈ পৰিছে আৰু কোনো চৰিত্ৰই আমনিদায়কভাৱে নিস্তেজ বা মৰণমুখী হৈ পৰা নাই। আৰু গল্পকাৰৰ বৰ্ণনা চাতুৰ্য্য তথা বাক্যবাণৰ কৌশলৰ বাবেই চৰিত্ৰাঙ্কনৰ এনে সাফল্য সম্ভৱ হৈ উঠিছে। কোনো কোনো সমালোচকে উল্লেখ কৰাৰ দৰে 'আৱাহন যুগ'ৰ অসমীয়া গল্পকাৰৰ অতিকথনৰ অসংযত প্ৰৱণতা আৰু স্পষ্ট ৰেখায়িত চিত্ৰ বা চৰিত্ৰৰ পৰিবৰ্তে অবিনস্ত্য বৰ্ণ-প্ৰলেপৰ অভিযোগেৰে মহীচন্দ্ৰ বৰাকো অভিযুক্ত কৰা হৈছে। কিন্তু এই অভিযোগৰ যথাৰ্থতা স্বীকাৰ কৰি ললেও, বহু চৰিত্ৰ আৰু আনুসঙ্গিক ঘটনাৰ সমাবেশ সত্ত্বেও গল্পকাৰে গল্পৰ কাহিনী বা বক্তব্য উপস্থাপন কৰাত ব্যৰ্থ হোৱা নাই। এই প্ৰসঙ্গত 'উকীলৰ জন্ম ৰহস্য' গল্পটোৰ এটা বিশ্লেষণ ডাঙি ধৰা হ'ল—

'মূৰে কপালে হাত দি সেই পুহমহীয়াও একলহ পানী গায়ন বৰাই গিলিলে।

তৰণিয়ে হাঁহি হাঁহি কলে—'জিতিলা গায়ন বৰা জিতিলা। আচল কথা হৈছে তোমাৰ হাৰজিত। বসু বায়নৰ মুখ ক'লা পৰিছে।

'নাই, মোলৈ চাই সি মৰতাই সোৱা হাঁহি খিকিন্দালি কৰি পেংলাই কৰিহে আছে।' মহৰীয়ে বুজালে—'হাঁহিব পাৰে কিন্তু তাৰ গৰ্ভ গেলি গৈছে। দিয়া ডিক্ৰী জাৰি তিথৰৰ ওপৰত —আকৌ জোলোকা জোলোকে পানী সি খাওক।'

'মইহে দেখোন এই পুহমহীয়াও পানী খাব লগা হৈছো, ধৰ্ম নাই।'

'জগতত ধৰ্ম আছেনে নাই কব নোৱাৰো। কিন্তু আদালতত ধৰ্ম আৰু পৰ্বতত কাছকণী বিচৰা একে কথাই, অসাৰ।'

এইয়া হৈছে মেল-মোকৰ্দমা, মিছা সাক্ষী-বাদীৰ আও ভাও নোপোৱা, ২০০৲ টকাৰ বাবে 'কেচ' কৰি তিনি বছৰ পৰ্য্যন্ত যুজি প্ৰায় ৭০০৲ শ ভৰি সামান্য টকাৰ 'ডিক্ৰী' পোৱা, গাঁৱৰ পৰা টাউনলৈ আহি উকীলৰ ওচৰ চপা সহজ-সৰল, দুৰ্দশাগ্ৰস্ত

গায়ন ৰবা আৰু উকীলৰ তৰ্ক, মহৰীৰ কথা-বতৰাৰ এটা উদ্ধৃতি 'উকীলৰ জন্ম ৰহস্য' গল্পৰ।

আপাত দৃষ্টিত মাত্ৰ বাক্যবাণৰ প্ৰলেপ যেন লগা উক্ত কথোপ-কথনটোৰ এই শব্দ কেইটাই কোনো এজন সচেতন পঢ়ুৱৈক গল্পটোৰ মূল বক্তব্য বা বিষয়বস্তুৰ এটা সংক্ষিপ্ত আভাস দিবলৈ সমৰ্থ হব। গ্ৰাম্য সমাজত প্ৰচলিত কথিত ভাষা, মাত-কথাৰেই 'মকতমা বুলিলে ককথনা, বোপাই বেজাৰ নকৰিবি' বুলি শাস্ত্ৰজ্ঞ কেকো ককাই গায়ন ৰবাক সান্ত্বনা দি উকীলৰ জন্ম কথাৰ উপকাহিনীটোৰ ব্ৰাহ্মণ যণ্ডামাৰ্ক আৰু তেওঁৰ লগুৱা নিঃকিন কেৰকণৰ যোগেদি ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ, নাৰদৰ মৰ্তাগমনৰ আলৌকিক ঘটনাক্ৰমৰ সহায়ত উকীলৰ জন্ম ৰহস্যৰ কাহিনী উপস্থাপনৰ অতি নাটকীয় পৰিসমাপ্তিয়েও গল্পটোৰ মূল বক্তব্য বাধাগ্ৰস্ত কৰা নাই। প্ৰকৃততে এই গল্পটোৰ যোগেদি গল্পকাৰে আনুসঙ্গিক ঘটনা, উপকাহিনী, বিভিন্ন চৰিত্ৰ আৰু বাক্যবাণৰ যোগেদি আধুনিক আইন-কানুন আৰু বিচাৰ ব্যৱস্থাৰ প্ৰহসন তথা অন্ধকাৰ দিশটোৰ ওপৰত আলোকপাত কৰি চহৰৰ আদালত, কাছাৰীত সংঘটিত হব পৰা অন্যায়, অসততা, প্ৰবঞ্চনাৰ এক স্মৰণীয় বাস্তৱ চিত্ৰ অঙ্কন কৰিবলৈ সমৰ্থ হৈছে। উল্লেখযোগ্য যে 'উকীলৰ জন্ম ৰহস্য' গল্পটোৰ নামেৰেই মহীচন্দ্ৰবৰাৰ এটা গল্প সংকলন প্ৰকাশিত হৈছে।

এই প্ৰসঙ্গতে উল্লেখযোগ্য মহীচন্দ্ৰবৰাৰ আন এটা গল্প হৈছে 'ভূমিকা'। কোনো কোনো সমালোচকে উল্লেখ কৰাৰ দৰে মহীচন্দ্ৰ-বৰাৰ গল্পত পৰিলক্ষিত হোৱা ভাবৰ আতিশয্য বা ভাষাৰ অতিশ-য়োক্তিৰ পৰিবৰ্তে এটা সুসংহত ৰচনা-ৰীতিৰে, সংযত বাক্যবাণেৰে বিষয়বস্তু উপস্থাপন কৰাৰ এটা বৈশিষ্ট্য পৰিলক্ষিত হয়, এই গল্পটোত। গুৰু প্ৰভুপাদৰ আশীষ ধন্য হৈ ৰবাগী হোৱা বিশ্বেশ্বৰে সৰ্পদংশনৰ ফলত নিশ্চিত মৃত্যু মুখত পৰা গুৰু কন্যাক নিজৰ জীৱন বিপন্ন কৰিও ৰক্ষা কৰাৰ প্ৰতিদানস্বৰূপে কেনেকৈ 'গুৰু কন্যা'ৰ অঙ্গক্ষতৰ গুৰুতৰ অপৰাধৰ বাবে গুৰুৰ ক্ৰোধাগ্নিৰ হে বলি হব লগা হৈছিল আৰু কেনেকৈ এসময়ত ৰবাগীৰ আদৰ যত্নত সুস্থ হৈ পৰা এটা বুঢ়া কুকুৰেহে ৰবাগীৰ প্ৰতি

কৃতজ্ঞতাৰ পাশত আৱদ্ধ হৈ ৰৈছিল তাৰে দুখন বিপৰীত ধৰ্মী চিত্ৰৰ সহায়ত এটা সংবেদনশীল আলেখ্য গল্পটোত ডাঙি ধৰা হৈছে। গুৰুকন্যাক ৰক্ষা কৰিবলৈ গৈ কালসৰ্পৰ বিষ নিজে পান কৰি মৃত্যু মুখত পৰা বৰাগীৰ পৰিত্যক্ত মৃতদেহটোৰ ওচৰতে পৰি ৰৈছিল বৰাগীৰ 'বাঘৈ' সেই আধামৰা কুকুৰটো। এই চিত্ৰটোৰ যোগেদি এহাতে যেনেকৈ মানুহৰ প্ৰতি ইতৰ জন্তুৰ সহৃদয়তা, কৃতজ্ঞতাৰ নিদৰ্শন ডাঙি ধৰা হৈছে আনহাতে মানুহৰ প্ৰতি মানুহৰেই নিৰ্দয়তা আৰু নিষ্ঠুৰতাৰ আভাস দিবলৈ চেষ্টা কৰা হৈছে। বৰাগীৰ মৃত্যুৰ 'ট্ৰেজিক' পৰিবেশেৰে পৰিসমাপ্তি ঘটোৱা গল্পটোৰ শেষ অংশৰ বৰ্ণনা আৰু ভাষাৰ প্ৰয়োগ আকৰ্ষণীয় আৰু তাৎপৰ্য্যপূৰ্ণ হৈ ধৰা দিছে—যেনে,

'তোমাৰ পৰম কাৰুণিক কৰুণাময়ৰ নিকৰুণ কৰুণাৰ স্বাক্ষৰ লৈ দুয়ো আঁতৰিল।

আঁতৰত ৰৈ থকা শগুণ দুটাই লাজতে ডেউকাৰ মাজত ডিঙি বেকাকৈ মূৰ লুকুৱালে, চকু মুদিলে।

শূনা বন্ধু, তেতিয়া তাত আকাশ নাছিল—বতাহ নাছিল। তোমাৰ সৰ্বব্যাপী ভগৱন্তৰ ব্যাপকতা, তেতিয়া তাত তিমিৰ স্তব্ধ।'

জোনাকীযুগতে অংকুৰিত হোৱা অসমীয়া গল্প সাহিত্যই আৱাহন যুগতহে পৰিপক্কতা লাভ কৰিছিল। আনহাতে যদিও আৱাহন যুগৰ এচাম গল্পকাৰৰ গল্পত উদাৰ মানৱতাবাদ আৰু প্ৰগতিশীল মনোভাৱ অনুধাৱন হয় তথাপি ৰচনাৰীতি বা প্ৰকাশ-ভঙ্গীৰ দিশৰ পৰা পাশ্চাত্য গল্প সাহিত্যৰ প্ৰভাৱ ইয়াত পৰিলক্ষিত নহয়। সেয়ে বোধকৰো গল্প সাহিত্যৰ প্ৰয়োজনীয় পৰিৱৰ্তিত কলা-কৌশলৰ প্ৰয়োগৰ সহায়ত বিষয়বস্তু উপস্থাপ-নৰ প্ৰচেষ্টা এওঁলোকৰ গল্পত দেখা নেযায়। মহীচন্দ্ৰবৰাকে ধৰি সমগোত্ৰীয় একাধিক গল্পকাৰৰ ৰচনাও ইয়াৰ ব্যতিক্ৰম নাছিল। এইখিনিতে অসমীয়া গল্প সাহিত্যৰ এই ধাৰাটোৰ ঐতিহাসিক পটভূমি বিশ্লেষণ কৰি চোৱাটো প্ৰয়োজন হয়। উল্লেখযোগ্য যে পূৰ্বসূৰী বেজবৰুৱাকে ধৰি আৱাহন যুগৰ

এই গল্পকাৰ সকলে অসমৰ জাতীয় জীৱনৰ এটা সন্ধিক্ষণত তেওঁলোকৰ লেখা আৰম্ভ কৰিছিল। এহাতে যেনেকৈ আনন্দৰাম ঢেকিয়ালফুকন আৰু আমেৰিকান মিছনেৰী সকলৰ প্ৰচেষ্টাত অসমীয়া ভাষা-সাহিত্যৰ প্ৰাণ-প্ৰতিষ্ঠা আৰু জাতি গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল তেনেদৰে মহাত্মাগান্ধীৰ নেতৃত্বত সমগ্ৰ ভাৰত-বৰ্ষতে আৰম্ভ হোৱা স্বাধীনতা আন্দোলনৰ ঢৌৱে অসম ভূমিকো স্পৰ্শ কৰিছিল। গতিকে এনে এটা সময়তে সাহিত্য-কৰ্ম আৰম্ভ কৰা এই গল্পকাৰ সকলৰ ৰচনা পাশ্চাত্য সাহিত্যৰ ভাবাদৰ্শ বা কলা-কৌশলৰ প্ৰক্ৰিয়াতকৈ জাতীয় জীৱনৰ ভাবাদৰ্শ বা সমাজ জীৱনৰ বাস্তৱতাৰ দ্বাৰাহে প্ৰভাৱান্বিত হৈ পৰাটো স্বাভাৱিক আছিল। আৰু ইয়াৰ পৰিপ্ৰেক্ষিতত্তেই এওঁলোকৰ স্বকীয় ৰচনা-ৰীতি বা প্ৰকাশভঙ্গী গঢ় লৈ উঠিছিল। গতিকে আধুনিক সাহিত্যত বহুল ভাবে প্ৰচলিত উক্তিৰেই কবলৈ হ'লে সামগ্ৰিক-ভাবে এই গল্পকাৰ সকলৰ সাহিত্য সৃষ্টিৰ দায়বদ্ধতা (Commitment) তেওঁলোকৰ দেশপ্ৰেম বা সমাজ চেতনাৰ ভাবাদৰ্শৰ মাজতেই বিচাৰি চাব লাগিব। উল্লেখযোগ্য যে দেশপ্ৰেম তথা স্বজাতি প্ৰেমেৰে উদ্বুদ্ধ এই লেখক সকলৰ সাহিত্যত অসমৰ জাতীয় জীৱনৰ দোষ-ত্ৰুটি, আসোঁৱাহ-দুৰ্বলতাবোৰ পৰিহাৰ কৰি এখন পৰিবৰ্তিত সমাজ গঠনৰ আকাঙ্খা স্পষ্ট ভাবে প্ৰতী-য়মান হয়। সেয়ে বোধহয় সাম্প্ৰতিক কালৰ সমালোচকৰ দৃষ্টিত এই গল্পকাৰ সকলৰ গল্পসাহিত্য অসমীয়া জাতীয় আৰু সমাজ জীৱনৰ বিভিন্ন 'চিত্ৰশালা' ৰূপে প্ৰতিভাত হৈছে। আৰু এনে এটা বৈশিষ্ট্যৰ বাবেই আৱাহন যুগৰ জনপ্ৰিয় গল্পকাৰ মহী-চন্দ্ৰবৰাৰ গল্প-সাহিত্যই স্থায়িত্ব লাভ কৰিবলৈ সমৰ্থ হৈছে।

# তিনিজন গল্পলেখক
# আৰু
# অসমীয়া গল্প সাহিত্যৰ এটা ধাৰা

লক্ষ্মীনাথ বেজবৰুৱা আৰু আবাহন যুগৰ এচাম গল্পকাৰে সামগ্রিক ভাবে জাতীয় জীৱনৰ লগত যি সমন্বয় ৰক্ষা কৰি আহিছিল, সেই সমন্বয়ৰ জৰীডাল পৰবৰ্তীকালৰ গল্পকাৰ সকলৰ হাতত প্ৰায় হেৰাই যোৱাৰ উপক্ৰম হৈছিল। এনে এটা পৰিস্থিতি সৃষ্টিত অৱশ্যে বিশ্বজনীন আৰু ৰাষ্ট্ৰীয় ঘটনাচক্ৰয়ো ইন্ধন যোগাইছিল। ইউৰোপীয় নৱজাগৰণে সূচনা কৰা পৰিবৰ্তনৰ ধুমুহাই ভাৰতৰ পূব প্ৰান্তত অৱস্থিত অসম ৰাজ্যকো স্পৰ্শ কৰিছিলহি। আনহাতে দ্বিতীয় মহাযুদ্ধ আৰু বিয়াল্লিছ চনৰ স্বাধীনতা আন্দোলনৰ ঢৌৱে অসমৰ সামাজিক আৰু বৌদ্ধিক জীৱনত প্ৰত্যক্ষ প্ৰভাৱ পেলাবলৈ আৰম্ভ কৰিছিল। ৰাজনৈতিক আৰু অৰ্থনৈতিক মুক্তিৰ আদৰ্শই যেনেদৰে ব্যক্তি স্বাধীনতাৰ দাবীৰ গতিবেগ বৃদ্ধি কৰিছিল তেনেদৰে সমাজ জীৱনৰ লগত ব্যক্তি জীৱনৰ সংঘাতো তীব্ৰ হৈ পৰিছিল। বিশেষকৈ মহানগৰ আৰু নগৰবিলাকত গতানুগতিক সমাজ ব্যৱস্থা, ৰাজনৈতিক স্থিতাৱস্থা আৰু প্ৰচলিত প্ৰমূল্য সমূহৰ প্ৰতি এটা প্ৰত্যাহ্বান আহি পৰিছিল। মুঠতে সামাজিক আৰু ব্যক্তিগত সম্পৰ্কৰ অৱনতি, সমাজ জীৱনৰ প্ৰচলিত প্ৰমূল্য সমূহৰ প্ৰতি প্ৰত্যাহ্বান, ক্ৰমবৰ্দ্ধমান অৰ্থনৈতিক সংকটৰ ফলত উদ্ভৱ হোৱা দাৰিদ্ৰ্য আৰু প্ৰাচুৰ্য্যৰ সংঘাত—এই সকলোবিলাকে আমাৰ জাতীয় তথা সমাজজীৱনত এক সংকটজনক পৰিবৰ্তনমুখী পৰিস্থিতিৰ সূচনা কৰিছিল। আৰু ইয়াৰ লগে লগে স্পৰ্শ-কাতৰ বৌদ্ধিক শ্ৰেণীটো এই পৰিবৰ্তনৰ ধুমুহাৰ দ্বাৰা বিশেষ ভাবে আক্ৰান্ত হৈ পৰিছিল। আনহাতে বিশ্ববিদ্যালয় আৰু বিদ্যালয়

সমূহৰ পৰা ওলাই অহা শিক্ষিত শ্ৰেণীটোৰ আধুনিক জ্ঞান-বিজ্ঞানৰ দুটা বৈশিষ্ট্যপূৰ্ণ প্ৰবাহ—মনোবিজ্ঞান আৰু সমাজবিজ্ঞানৰ লগত মানসিক সংযোগ স্থাপন হৈছিল। বিশেষকৈ এই সময়ছোৱাত মাৰ্ক্সীয় দৰ্শন, ফ্ৰয়েদীয় মনস্তাত্বিক বিশ্লেষণ, চাৰ্টেৰ অস্তিত্ববাদ, উদাৰ মানৱতাবাদ আদি ভাবধাৰাৰ চিন্তা চৰ্চাৰ পৰিসৰ অসমীয়া বুদ্ধি-জীৱীৰ মাজত বৃদ্ধি পাইছিল। গতিকে ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আৰু বৌদ্ধিক ক্ষেত্ৰত আহি পৰা এই পৰিবৰ্তনৰ বতাহে গতানুগতিক ধাৰাত চলি অহা সাহিত্য-কলা ক্ষেত্ৰত স্বাভাৱিকতে এক অস্থিৰতা বা সংকটজনক পৰিবেশৰ সৃষ্টি কৰিছিল—যি পৰিস্থিতি সামগ্ৰিক ভাবে ইউৰোপীয় সাহিত্যত 'সাহিত্যৰ সংকট' (Crisis in literature) বুলি গণ্য কৰা হৈছিল। কিন্তু এই সংকটৰ মূল কাৰণ সমূহৰ বাস্তৱিক অনুধাবন আৰু সমাধান উদ্ভাৱনাৰ প্ৰচেষ্টাৰ অভাৱো অসমীয়া সাহিত্য ক্ষেত্ৰত বিশেষ ভাৱে পৰিলক্ষিত হৈছিল। ইয়াৰ পৰিবৰ্তে এই পৰিস্থিতিৰ সন্ধিক্ষণত বহু সংখ্যক গল্পকাৰ আৰু ঔপন্যাসিকে তেওঁলোকৰ ৰচনা সমূহত এই সামাজিক আৰু মানৱীয় মূল্যবোধৰ অৱক্ষয়ৰ অতিৰঞ্জিত আলেখ্যহে প্ৰকাশ কৰিবলৈ ধৰিছিল। ফৰাচী সাহিত্যিক এলবাৰ্ট কেম্যু বা ইংৰাজ নাট্যকাৰ জৰ্জ বাৰ্নাড শ্বই আধুনিক জীৱনত উদ্ভৱ হোৱা সমস্যাৰ প্ৰতি প্ৰদৰ্শন কৰা অনুৰাগ বা দৃষ্টিভঙ্গী আমাৰ সাহিত্যত প্ৰত্যক্ষ হোৱা নাছিল। অসমৰ জাতীয় বা সমাজ জীৱনত উদ্ভৱ হোৱা সমস্যাৰ বাস্তৱ উপলব্ধি আৰু সম্যক অনুধাবনৰ ব্যৰ্থতাৰ বাবেই সমকালীন গল্পকাৰ বা ঔপন্যাসিক সকলে অসমীয়া গল্প আৰু উপন্যাস সাহিত্যত এটা নিৰ্দিষ্ট দৃষ্টিভঙ্গী বা ধাৰা নিৰ্ণয় কৰিবলৈ অসমৰ্থ হৈছিল বুলি কলে হয়তো অতিশয়োক্তি নহব। বৰং এই পৰিৱৰ্তিত পৰিস্থিতিৰ ফলত উদ্ভৱ হোৱা সামাজিক পটভূমিৰ আলমত এক অতিৰঞ্জিত অৰ্থনৈতিক সংকট, তৰল প্ৰেমৰ অনুভূতি বা অস্বাভাৱিক যৌন জীৱনক উপজীব্য কৰি লেখা বহু সংখ্যক গল্প, উপন্যাস আৰু এইবোৰৰ অনুৰাগী পঢ়ুৱৈৰে অসমীয়া সাহিত্যক্ষেত্ৰ পৰিপূৰ্ণ হৈ পৰিছিল। নিজস্ব বাস্তৱতা আৰু মূল্যবোধৰ সমন্বয়ৰ অভাৱত আমেৰিকান বা

ইটালীয়ান লেখকৰ অন্ধ অনুকৰণত অসমীয়া জাতীয় বা সমাজ জীৱনৰ বাবে অসম্ভৱ বা অবাস্তৱ যৌন অভিজ্ঞতাৰ চিত্ৰ বৰ্ণনা কৰিলে তাৰ ফলাফল কি হ'ব পাৰে সহজেই অনুমেয়। এই প্ৰসঙ্গত আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ গ্ৰন্থকাৰ, এজন বিশিষ্ট সাহিত্য সমালোচকে আক্ষেপ আৰু অভিযোগৰ সুৰত লেখা মূল ইংৰাজী বক্তব্যৰ অসমীয়া সাৰাংশখিনি এনে ধৰণৰ—'লক্ষ্মীনাথ বেজবৰুৱা আৰু তেওঁৰ যোগ্য উত্তৰাধিকাৰী শৰৎচন্দ্ৰ আৰু অনুগামী মহীচন্দ্ৰকে ধৰি গল্পকাৰ সকলে অসমীয়া জাতীয় বা সমাজ জীৱনৰ প্ৰতি প্ৰদৰ্শন কৰা মনোভাৱ নতুন ফ্ৰয়েদীয় বা মোপাছা 'স্কুলৰ' গল্পকাৰ লক্ষ্মীধৰ, ত্ৰৈলোক্যনাথ, ৰমাদাস, আব্দুল মালিক, আদিৰ ক্ষেত্ৰত অনুধাৱন নহৈছিল। বৰং পৰিৱৰ্তনৰ নামত তেওঁলোকে অসমীয়া সাহিত্য ক্ষেত্ৰত এক বিজাতীয় প্ৰভাৱহে আমদানি কৰিছিল। তদুপৰি এওঁলোকে গল্প সাহিত্যত নতুন কলা-কৌশলৰ প্ৰয়োগৰ বাবে আধুনিকতাৰ ধ্বজাবাহী হোৱাৰ গৌৰৱবোধ কৰে যদিও চৰিত্ৰাংকন আৰু ভাষাৰ ক্ষেত্ৰত বেজবৰুৱাৰ দৰে সাফল্য লাভ কৰিব পৰা নাই।— [After Laksminath, again a founder, and Sarat Chandra, his worthy follower, there are Mahi Chandra and others still adhering to the early school; and Laksmidhar, Trailokyanath, Roma Das, and Abdul Malik, as types of writers of the new Freudian or Maupassant school of short stories. Those who read these new writers generally do not see the Assamese society as such, but see only a section of it intellectually diseased, by so called education or abominably Anglicised, and a population of college going boys and girls on the same road, who, in their turn, are the admirers of these writers. An unsophisticated society, when they would go to paint, they would not find themselves in their own elements, for the plain nature and

**simple psychology of these people never attracted them. If they have thus failed to touch the society at large even as Laksminath did, they have neither the finish of his characterisation nor the command of his language, they would still boast of their uptodate technique !" : New light on History of Assamese literature : Dimbeswar Neog]**

যদিও এই অভিমত বহুতৰ বাবেই গ্ৰহণযোগ্য নহব বা ইয়াৰ যথাৰ্থতা বিচাৰ সাপেক্ষ হব তথাপি ইয়াৰ অন্তৰ্নিহিত তাৎপৰ্য্যও সম্পূৰ্ণভাবে প্ৰত্যাখ্যান কৰিব নোৱাৰি। কাৰণ বেজবৰুৱা আৰু সমগোত্ৰীয় গল্পকাৰ সকলৰ পিচত উল্লেখিত গল্পকাৰ কেইজনকে ধৰি আন কেইবাজনেও বিক্ষিপ্ত ভাবে গল্প উপন্যাস ৰচনা কৰি জনপ্ৰিয়তা লাভ কৰিলেও সামগ্ৰিকভাবে গল্পসাহিত্যৰ এটা ধাৰা প্ৰবৰ্তন কৰিবলৈ এওঁলোক সক্ষম হোৱা নাছিল। আগতেই উল্লেখ কৰি অহা দৰে পৰিবৰ্তিত পৰিস্থিতি আৰু সামাজিক প্ৰমূল্য সমূহে অসমৰ জাতীয় আৰু সমাজ জীৱনত এক 'সংকট'ৰ সৃষ্টি নকৰাকৈ থকা নাছিল আৰু ইয়াৰ ফলস্বৰূপে সাহিত্যক্ষেত্ৰত এটা 'ভাবসাম্যহীনতাৰ' পৰিবেশহে সৃষ্টি হৈছিল। বিশেষকৈ এই পৰিবৰ্তিত পৰিস্থিতিৰ সন্ধিক্ষণত অসমৰ বিস্তীৰ্ণ গ্ৰামাঞ্চল, নগৰ আৰু নগৰৰ উপকণ্ঠ অঞ্চলত বাস কৰা সহজ-সৰল, অনাড়ম্বৰ, অৱহেলিত, অনাদৃত জনগোষ্ঠীৰ আদিম বিশ্বাস আৰু সনাতন মূল্যবোধৰ আধাৰত প্ৰতিষ্ঠিত সৰল মানসিকতা আৰু জীৱনবোধ এক গুৰুতৰ প্ৰত্যাহ্বানৰ সন্মুখীন হৈছিল। আৰু এই জনগোষ্ঠীৰ সৰল মানসিকতাৰ (Simple psychology) ক্ৰিয়া প্ৰক্ৰিয়াক উপজীব্য ৰূপে লৈ গল্প ৰচনাত প্ৰবৃত্ত হোৱা তিনিজন গল্পলেখকে অসমীয়া গল্পসাহিত্যত এক নতুন দিশ প্ৰবৰ্তন কৰিবলৈ সক্ষম হোৱাটো এটা উল্লেখযোগ্য ঘটনা। এই অৰ্থত এই গল্পকাৰ কেইজন— মহিম বৰা, ভবেন্দ্ৰনাথ শইকীয়া আৰু লক্ষ্মীনন্দন বৰা সমসাময়িক লেখক সকলৰ ভিতৰত 'ব্যতিক্ৰম' বুলি কব লাগিব। তদুপৰি এওঁলোকৰ গল্পত 'বেজবৰুৱাযুগ'ৰ গল্পকাৰ সকলৰ গল্পত

পৰিলক্ষিত হোৱা হাস্য-ব্যংগ ৰসে এক নতুন ৰূপত ধৰা দিবলৈ আৰম্ভ কৰিছিল। এইখিনিতে এই গল্পকাৰ কেইজনৰ গল্পৰ এটা সম্যক পৰ্য্যালোচনা আৰু তুলনামূলক বিশ্লেষণ ডাঙি ধৰা হ'ল।

মহিম বৰাৰ গল্প—কাব্যিক অন্তৰ্দৃষ্টি, পৰিবেশ সৃষ্টিৰ দক্ষতা, নাটকীয়তা, ইঙ্গিত ময়তা, হাস্য কৰুণ ৰস,—এই উপাদান সমূহ মহিম বৰাৰ গল্পৰ বৈশিষ্ট্য। তেওঁৰ প্ৰকাশিত গল্প সংকলন হৈছে—(১) কাঠনিবাৰীঘাট (২) বহু ভূজী ত্ৰিভূজ, (৩) মই, পিপলি আৰু পূজা, (৪) এখন নদীৰ মৃত্যু, আৰু (৫) ৰাতি ফুলা ফুল। তেওঁৰ 'মাছ আৰু মানুহ' নামৰ গল্পটো ইংৰাজী ভাষালৈ অনুদিত হৈছে। মহিম বৰাৰ গল্প সমূহৰ ভিতৰত আমাৰ বিবেচনাত 'কাঠনিবাৰী ঘাট', 'এখন নদীৰ মৃত্যু', 'হেড্মাষ্টৰ' এই গল্প কেইটাই বিশেষত্বৰ দাবী কৰিব পাৰে। 'কাঠনিবাৰীঘাট' এটা পৰিবেশ প্ৰধান গল্প। গল্পকাৰৰ হাতত কাঠনিবাৰীঘাটৰ সকলো সুপ্ত পদাৰ্থ যেন সাৰ পাই জীৱন্ত হৈ উঠিছে। এহাতে মানৱীয় আবেগ-অনুভূতি, আশা-আকাংখা, আৰু আনহাতে ভাগ্যৰ পৰিহাসৰ এক বিপৰীতমুখী অভিজ্ঞতাৰ বাবে পটভূমিক প্ৰস্তুত কৰিছে গল্পকাৰে এক পৰিবেশ সৃষ্টিৰ যোগেদি। কোনো কোনো সমালোচকে মত প্ৰকাশ কৰিছে যে পৰিবেশ সৃষ্টিত অধিক গুৰুত্ব দিয়াৰ বাবে গল্পটোৰ প্ৰধান চৰিত্ৰটোৰ মানসিক অৱস্থা, অনিশ্চয়তা, সংশয় মিশ্ৰিত কাৰুণ্যৰ চিত্ৰখন স্পষ্ট হৈ উঠা নাই। এই অভিমতৰ যুক্তি-যুক্ততা মানি ললেও এইটো অস্বীকাৰ কৰিব নোৱাৰি যে পৰিবেশ সৃষ্টিৰ বাবে প্ৰয়োগ কৰা সাৰ্থক খণ্ড চিত্ৰ সমূহৰ অবিহনে 'কাঠনিবাৰীঘাট' গল্পটোৰ কলাত্মক সৌষ্ঠৱ বহু পৰিমাণে হ্ৰাস হ'লহেঁতেন। উল্লেখযোগ্য যে গল্পটোত প্ৰয়োগ কৰা প্ৰতীকি ইঙ্গিতময়তাই বিশেষ সাৰ্থকতা লাভ কৰিছে। উদাহৰণস্বৰূপে নদীৰ বুকুৰেদি নাৱত গৈ থকা সদ্যবিবাহিতা বোৱাৰীজনীৰ কপালত জিলিকি উঠা 'ৰঙা সেন্দুৰৰ ফোটটো' দুৰ্ঘটনাগ্ৰস্ত স্বামীৰ আকস্মিক মৃত্যুৰ আগজাননীৰ এটা আকৰ্ষণীয় ইঙ্গিতধৰ্মী প্ৰতীক হৈছে। আনটো গল্প 'এখন নদীৰ মৃত্যুত' গল্পকাৰে পূৰ্বৰ ঐতিহ্য হেৰুৱাই পেলোৱা কলং-নদীৰ আৰু নদীপাৰৰ অধিবাসীসকলৰ বৰ্তমান অৱস্থাৰ এখন

চিত্ৰ অংকন কৰিবলৈ প্ৰয়াস কৰিছে। যান্ত্ৰিক সভ্যতাৰ অগ্ৰগতিৰ লগে লগে সমাজ জীৱনত আহি পৰা নতুন মূল্যবোধে কেনেকৈ সহজ-সৰল কলংপৰীয়া গাওঁবাসীৰ সনাতন আৰু পৰম্পৰাগত মূল্যবোধৰ ওপৰত আঘাট হানিছে আৰু ফলস্বৰূপে মাছমৰীয়া সম্প্ৰদায়টোৰ জীৱিকা নিৰ্বাহৰ পথত কেনেদৰে অনিশ্চয়তা আৰু নৈৰাশ্যৰ ভাব ঘনীভূত হৈছে তাৰে এটা বাস্তৱিক আলেখ্য গল্পটোত উপস্থাপন কৰা হৈছে। পৰিবেশ সৃষ্টি, বিষয়বস্তু আৰু চৰিত্ৰাংকনৰ সু-সমন্বয়ৰ ফলত গল্পটোৰ সামগ্ৰিক আবেদন মূৰ্ত হৈ উঠিছে। 'হেডমাষ্টৰ' গল্পটোত বৰ্তমান যুগৰ এজন সৎ আৰু কৰ্তব্যপৰায়ণ হেডমাষ্টৰে কেনেকৈ এহাতে কৰ্তব্যবোধ আৰু আনহাতে পৰিবৰ্তিত সমাজ ব্যৱস্থাৰ পৰিবৰ্তিত মূল্যবোধৰ লগত আপোচ কৰি শেহান্তৰত আদৰ্শৰ যুদ্ধত পৰাজয় স্বীকাৰ কৰিব লগা হৈছে তাৰ এটা চিত্ৰ অংকন কৰিছে। মহিম বৰাৰ এটা বিতৰ্ক-মূলক গল্প 'কুমাৰী অটবী' কমিউনিষ্ট সন্ত্ৰাসবাদী আন্দোলন বিৰোধী এক প্ৰচাৰধৰ্মী ৰচনা বুলি বহুতে ধাৰণা কৰিলেও গল্পটোত কমিউনিষ্ট সন্ত্ৰাসবাদ সম্পৰ্কে আদৰ্শগত বা তাত্ত্বিক আলোচনাৰ অভাৱত ইয়াক প্ৰচাৰধৰ্মী বা তাত্ত্বিকগল্প (Story of Ideas) বুলি ভাবিবৰ স্থল নাই। তদুপৰি গল্পটোৰ পৰিবেশ, নাটকীয়তা আৰু আকস্মিকতাই প্ৰত্যাশিত সাৰ্থকতা লাভ কৰাত ব্যৰ্থ হৈছে বুলি কব লাগিব। সনাতন মূল্যবোধ আৰু আদিম বিশ্বাসৰ ওপৰত গঢ় লৈ উঠা সমাজৰ এচাম মানুহৰ সৰল মানসিকতা মহিম বৰাৰ কাব্যিক চেতনাত ধৰা পৰিছে 'স্মৃতি গন্ধা' গল্পটোত। চৰকাৰী চাকৰিৰ পৰা অৱসৰ প্ৰাপ্ত বৃদ্ধ জনাৰ্দন চৌধুৰীয়ে ক্ৰমবৰ্ধমান প্ৰজন্মৰ ব্যৱধানৰ (Generation gap) মাজত অনুভৱ কৰিছে অসত্য, অন্যায় আৰু নিৰ্মম স্বাৰ্থপৰতাৰ এক ধ্বংসলীলা ; কিন্তু ইয়াৰ মাজতো মানৱহৃদয়ৰ চিৰাচৰিত অনুকম্পা, আৰু জীৱন-নিষ্ঠাৰ আকৰ্ষণ তেওঁ অস্বীকাৰ কৰিব পৰা নাই। চক্ৰবৎ, অপৰা-জিতা, ওচৰ-চুবুৰীয়া, আদি গল্পত হাস্যৰসৰ মাজেদি জীৱনৰ বিচিত্ৰ সূক্ষ্ম আৰু খণ্ডচিত্ৰ অংকন কৰা হৈছে। মহিম বৰাৰ 'মই, পিপলি আৰু পূজা' সংকলনৰ গল্পসমূহত ব্যংগহীন সূক্ষ্মহাস্যৰসৰ (Subtle Humour) উপাদান পোৱা যায়।

**ভবেন্দ্ৰ নাথ শইকীয়াৰ গল্প ঃ** মনস্তাত্ত্বিক বিশ্লেষণ, সূক্ষ্ম পৰ্য্যবেক্ষণ, উপস্থাপনৰ বক্ৰতা, আৰু কলাত্মক নিৰ্লিপ্ততা (Artistic Detachment) ভবেন্দ্ৰ নাথ শইকীয়াৰ গল্পৰ বৈশিষ্ট্য। তেওঁৰ প্ৰকাশিত গল্প পুথি হৈছে (১) প্ৰহৰী, (২) বৃন্দাবন, (৩) গহ্বৰ, (৪) সেন্দুৰ আৰু (৫) শৃঙ্গল। 'শৃঙ্গল' গল্প সঙ্কলনৰ বঙলা ভাষালৈ অনুবাদকে ধৰি তেওঁৰ কেইবাটাও গল্প ইংৰাজী, হিন্দী আদি আন ভাৰতীয় ভাষালৈ অনূদিত হৈছে। ভবেন্দ্ৰ নাথ শইকীয়াৰ কেইটামান গল্প যেনে—এন্দুৰ, গহ্বৰ, অসুৰ, সেন্দুৰ আদিয়ে অসমীয়া গল্প সাহিত্যত উল্লেখনীয় স্থান লাভ কৰিছে। 'এন্দুৰ' গল্পটো সমাজ জীৱনৰ বাস্তৱ অভিজ্ঞতাৰ এটা সাৰ্থক ৰূপায়ণ। গল্পটোত নগৰীয়া জীৱনৰ নিম্ন স্তৰৰ মানুহৰ এক আলেখ্য ডাঙি ধৰোতে সেই জীৱনৰে আন এটা দিশৰ বীভৎস ৰূপ চিত্ৰিত হৈছে। এজনী নিঃসহায় আশ্ৰয়হীনা তিৰোতাই একমাত্ৰ সম্বল পুতেকক হেৰুৱাই সুদীৰ্ঘ দুখ-দুৰ্গতিৰ অন্তত হঠাতে এদিন নিজৰ জৈৱিক তাড়নাৰ ওচৰত কেনেদৰে পৰাজয় স্বীকাৰ কৰিব লগা হৈছিল তাৰে এটা সংবেদনশীল আলেখ্য ডাঙি ধৰা হৈছে এই গল্পটোত। জৈৱিক ক্ষুধাৰ প্ৰতীক ৰূপে আত্মপ্ৰকাশ কৰা এন্দুৰটোৱে মানুহজনীৰ মানৱীয় আবেগ-অনুভূতি, বিবেক-বিবেচনাৰ আবেষ্টনীৰ মাজত কেনেকৈ সুমাই পৰিছিল তাৰে এটা ইঙ্গিতধৰ্মী চিত্ৰৰে পৰিসমাপ্তি ঘটোৱা এই গল্পটো নিঃসন্দেহে ভবেন্দ্ৰ নাথ শইকীয়াৰ এটা সাৰ্থক সৃষ্টি। 'গহ্বৰ' গল্পটোত আধুনিক চিকিৎসা বিজ্ঞানৰ এক নৱতম অৱদান কৃত্ৰিম অঙ্গ সংযোজনৰ ঘটনা বিন্যাসক কেন্দ্ৰ কৰি যান্ত্ৰিক সভ্যতাৰ নগ্ন ৰূপ আৰু মানৱীয় আবেগ-অনুভূতিৰ লগত ইয়াৰ সংঘাতৰ এক স্মৰণীয় আলেখ্য ডাঙি ধৰা হৈছে। সামগ্ৰিক আবেদন, নাটকীয় পৰিবেশ আৰু বিষয়বস্তুৰ অভিনৱত্বৰ বাবে 'গহ্বৰ' গল্পটো ভবেন্দ্ৰ নাথ শইকীয়াৰ এক অনবদ্য সৃষ্টি বুলি কলে হয়তো অতিশয়োক্তি নহব। 'অসুৰ' গল্পটোত বৰ্তমান যুগৰ সমাজ জীৱনৰ কেইটামান গুৰুত্বপূৰ্ণ দিশৰ বাস্তৱ চিত্ৰ অঙ্কন কৰা হৈছে। স্বাধীনোত্তৰ কালত অৰ্থনৈতিক সঙ্কট ঘনীভূত

হোৱাৰ লগে লগে সমাজৰ একশ্ৰেণীৰ মানুহে অৰ্থনৈতিক, সামাজিক আৰু মানসিক ভাৰসাম্য হেৰুৱাৰ অৱস্থাত পৰ্য্যবসিত হৈছিল। এহাতে শিল্প উদ্যোগৰ প্ৰসাৰতাৰ লগে লগে বিভিন্ন শিল্প প্ৰতিষ্ঠান, কল-কাৰখানা গঢ়ি উঠিছে। আনহাতে ইয়াৰ এক পৰোক্ষ ফলস্বৰূপে সমাজৰ একশ্ৰেণীৰ মানুহৰ জীৱনলৈ নামি আহিছে গভীৰ অৰ্থনৈতিক সংকট। এসময়ৰ সামাজিক ভাবে প্ৰতিপত্তি-শালী ধনী ব্যৱসায়ীৰ পুত্ৰ ইন্দ্ৰ ৰাজবংশীও এই সংকটৰ গৰাহত পৰিছে। ইন্দ্ৰ ৰাজবংশীৰ চৰিত্ৰটো সাম্প্ৰতিক কালৰ অসমীয়া মধ্যবিত্ত সমাজ আৰু পৰিয়ালৰ এটা জীৱন্ত প্ৰতিভূ ৰূপে চিত্ৰিত হৈছে। বাস্তৱিকতে আৰ্থিক অনাটন আৰু পৰিৱৰ্তিত পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত মানসিক ভাৰসাম্য হেৰুৱা ৰাজবংশীহঁতৰ দৰে ব্যক্তিৰ সংখ্যা আমাৰ সমাজত ক্ৰমাগত ভাবে বৃদ্ধি হোৱাটোও এটা উল্লেখনীয় ঘটনা। ভবেন্দ্ৰনাথ শইকীয়াৰ আন কেইটামান গল্প ৰাজমিস্ত্ৰী, ঢোঁৰাসাপ, বাৰান্দা, সেন্দুৰ আদিত মনস্তাত্ত্বিক বিশ্লেষণ আৰু ব্যক্তিৰ মানসিক অন্তৰ্দ্বন্দ্বৰ আকৰ্ষণীয় আলেখ্য পাওঁ। তেওঁৰ গল্পৰ আন এটা বৈশিষ্ট্য হৈছে নগ্নযৌন ক্ৰিয়াকলাপৰ চিত্ৰনৰ আশ্ৰয় নলৈ যৌন মনস্তত্ত্বক (Sex psychology) কেন্দ্ৰ কৰি লিখা গল্প সমূহত ব্যক্তিৰ চৰিত্ৰৰ সূক্ষ্ম দিশবোৰৰ বিশ্লেষণ। তেওঁৰ 'গঙ্গাস্নান', 'উপপত্নী' আদি গল্পত এই বৈশিষ্ট্য পৰিলক্ষিত হৈছে। পূৰ্বতে উল্লেখ কৰা দৰে ভবেন্দ্ৰ নাথ শইকীয়াৰ গল্প সাহিত্যৰ আন এটা উল্লেখনীয় বৈশিষ্ট্য হৈছে কলাত্মক নিৰ্লিপ্ততাৰ (Artistic Detachment) দৃষ্টিভঙ্গী। উল্লেখযোগ্য যে বিজ্ঞান বিদ্যা শিক্ষাৰ মানসিকতা আৰু বৈজ্ঞানিক তথ্যৰ গভীৰতায়ো তেওঁৰ কলাসুলভ মানসিকতা ব্যাহত কৰিব পৰা নাই। যদিও কোনো কোনো ক্ষেত্ৰত ভবেন শইকীয়াৰ গল্পৰ ঘটনা বিন্যাস বিক্ষিপ্ত আৰু গল্প সমূহ প্ৰধান ঘটনাৰ লগত আন বহুতো আনুসঙ্গিক ঘটনাৰ সমাবেশৰ ফলত সুদীৰ্ঘ হৈ পৰিছে তথাপি এই বিক্ষিপ্ততা আৰু দীৰ্ঘতাৰ মাজত কলাসম্মত সংযোগ স্থাপনত ব্যৰ্থ নোহোৱাত শইকীয়াৰ গল্প সুখপাঠ্য হৈ পৰিছে।

লক্ষ্মীনন্দন বৰাৰ গল্প ঃ গ্ৰাম্য সমাজৰ চিত্ৰন, মনস্তাত্ত্বিক বিশ্লেষণ আৰু ব্যঙ্গ-বক্ৰোক্তিৰ উপাদান লক্ষ্মীনন্দন বৰাৰ গল্পৰ প্ৰধান বৈশিষ্ট্য। তেওঁৰ প্ৰকাশিত গল্প সংকলন সমূহ হৈছে— (১) দৃষ্টিৰূপা, (২) সেই সুৰে উতলা, (৩) গৌৰী ৰূপক, (৪) নিশাৰ পুৰবী, (৫) মন মাটি মেঘ, (৬) কঠিন মায়া, (৭) আবেশ ইন্দ্ৰজাল, (৮) দেৱতাৰ ব্যাধি, (৯) মাজত তৃষাৰে নৈ, (১০) গোপন গধূলি, (১১) নিষিদ্ধ চেতনা, (১২) এই ৰূপ এই ছন্দ, আৰু ব্যতিক্ৰম। তেওঁৰ গুৰুপৰ্ব, ভাওনা, সখ্যামোদৰ, আৱেশ কুণ্ডলী, স্বীকাৰোক্তি, প্লাবন পৰীক্ষা, আদি গল্প বিভিন্ন অভিজ্ঞতাৰ বাস্তৱ চিত্ৰ সমৃদ্ধ উল্লেখযোগ্য ৰচনা। অসমীয়া গল্প সাহিত্যত গ্ৰাম্য জীৱনৰ প্ৰতিফলন সম্পৰ্কে সাম্প্ৰতিক কালৰ এজন সাহিত্য সমালোচকে লিখিছে—'নিতান্ত আপতিক বা কাকতালীয় সংযোগ যেন লাগিলেও অসমীয়া সাহিত্যত এটা কথা চকুত পৰে যে অসমীয়া গ্ৰাম্য জীৱনৰ নিখুঁত চিত্ৰ অংকাত নগঞা, লেখক কেইজনক আন কোনেও চেৰ পেলাব পৰা নাই।' আমাৰ ধাৰণাত এই কেইজন লেখক হৈছে—বীণাবৰুৱা, মহীচন্দ্ৰবৰা, মহিমবৰা, ভবেন্দ্ৰনাথ শইকীয়া আৰু লক্ষ্মীনন্দন বৰা। অসমৰ গ্ৰাম্য জীৱনৰ লগত একান্ত ভাবে জড়িত কিছুমান বিষয় যেনে—নাট ভাওনা, পুজাপাৰ্বন, নাম-প্ৰসঙ্গ, কৃষি-পথাৰ, গৰুমহ আদি লক্ষ্মীনন্দন বৰাৰ কেইবাটাও গল্পৰ প্ৰধান উপজীব্য হৈ পৰিছে। প্ৰকৃততে এটা সময়ত অসমৰ গাওঁ অঞ্চলত বাস কৰা মানুহৰ বাবে এই বিলাকেই আছিল আনন্দ আৰু প্ৰেৰণাৰ উৎস ; ব্যক্তি আৰু সমাজ জীৱনত ইয়াৰ প্ৰভাব আৰু প্ৰয়োগ আছিল বিস্তৃত। কিন্তু যুগসন্ধিক্ষণৰ পৰিপ্ৰেক্ষিতত বিভিন্ন ৰাজনৈতিক আৰু সামাজিক কাৰণত এই অনুষ্ঠান, উৎসৱ বা পৰম্পৰাৰ ভেটি শিথিল হৈ পৰাৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল। লক্ষ্মীনন্দন বৰাৰ এটা গল্প 'ভাওনা'ত সাম্প্ৰতিক কালৰ ভাওনা আৰু নাটকে গাওঁবাসীৰ মনত জাগ্ৰত কৰা বিভিন্ন ক্ৰিয়া-প্ৰক্ৰিয়াৰ এক বাস্তৱিক আৰু ব্যংগাত্মক চিত্ৰ অঙ্কন কৰিছে। তেওঁৰ আন এটা গল্প 'গুৰু পৰ্ব' সামগ্ৰিক আবেদনৰ কালৰ

পৰা অসমীয়া গল্প সাহিত্যলৈ এটা উল্লেখনীয় অৱদান। গল্প-টোত পতনমুখী এক গুৰু পৰিয়ালৰ কাহিনী চিত্ৰিত হৈছে। সাধাৰণতে প্ৰত্যক্ষ নোহোৱা অথচ গভীৰ মানৱীয় আবেদনেৰে সমৃদ্ধ এই গল্পটো গল্পকাৰৰ বাস্তৱ অভিজ্ঞতাঁৰ স্বাক্ষৰ। আধুনিক যুগত পৰিলক্ষিত হোৱা ক্ৰমবৰ্ধমান প্ৰজন্মৰ ব্যৱধানৰ (Generation Gap) ফলত উদ্ভৱ হোৱা মানসিক আৰু সামাজিক সংঘাতৰ এটা সাৰ্থক চিত্ৰায়ন ৰূপেও 'গুৰু পৰ্ব' গল্পটো বৈশিষ্ট্যপূৰ্ণ। 'সখা দামোদৰ' গল্পটোত কৃষকৰ মাটি আৰু গৰুহালৰ প্ৰতি থকা পৰম্পৰাগত স্বাভাৱিক আকৰ্ষণৰ চিত্ৰ অঙ্কন কৰা হৈছে। তদুপৰি গল্পটোত জীৱন আৰু জীৱিকাৰ বাস্তৱ দিশটোৰ লগত ব্যক্তিৰ মানসিক অন্তৰ্দ্বন্দ্বৰ সমন্বয় ঘটোৱা হৈছে। যুগসন্ধিক্ষণৰ পৰিপ্ৰেক্ষিতত আমাৰ সমাজ জীৱনত আহি পৰা নতুন মূল্যবোধে কেনেকৈ ব্যক্তিজীৱনত প্ৰভাৱ পেলাইছে তাঁৰ এটা সংবেদনশীল আলেখ্য ডাঙি ধৰা হৈছে 'আবেশ কুণ্ডলী' নামৰ গল্পটোত। যান্ত্ৰিক সভ্যতাৰ অগ্ৰগতিয়ে সমাজ জীৱনৰ কিছুমান সনাতন প্ৰেমূল্য যেনে এটা পৰিয়ালৰ মাজত পাৰস্পৰিক সদ্ভাব বা আত্মীয় স্বজনৰ মৰম স্নেহ, সম্প্ৰীতিৰ ভাবাবেগ কেনেদৰে নিঃশেষ কৰিবলৈ উপক্ৰম কৰিছে তাৰে এটা বাস্তৱ চিত্ৰ ডাঙি ধৰা হৈছে অৰুণাৰ মানসিক অৱস্থাৰ যোগেদি। উল্লেখযোগ্য যে লক্ষ্মীনন্দন বৰাৰ কেইটামান শেহতীয়া গল্পত দুৰ্নীতি গ্ৰস্ত জীৱন আৰু যৌনজীৱনৰ বিচিত্ৰ ক্ৰিয়া-প্ৰক্ৰিয়াই অধিক গুৰুত্ব লাভ কৰিছে। বোধহয় সমাজ জীৱনত দেখা দিয়া একশ্ৰেণীৰ মানুহৰ নৈতিকতাৰ অৱক্ষয় আৰু সেই সম্পৰ্কে গল্পকাৰৰ ক্ৰমবৰ্দ্ধমান সজাগতাই ইয়াৰ অন্যতম কাৰণ। কিন্তু মহিম বৰাৰ গল্প-সাহিত্যত পৰিলক্ষিত হোৱা এটা বৈশিষ্ট্য লক্ষ্মীনন্দন বৰাৰ ক্ষেত্ৰতো প্ৰযোজ্য। মহিম বৰাই গ্ৰাম্য জীৱনৰ পটভূমি বা পৰিবেশৰ ওপৰত লিখা গল্প-সমূহ তেওঁৰ আন গল্পসমূহৰ তুলনাত অধিক ৰসোত্তীৰ্ণ হৈছে। তেনেদৰে লক্ষ্মীনন্দন বৰাই গ্ৰাম্য পৰিবেশৰ ওপৰত লিখা গল্প যেনে—গুৰু পৰ্ব, সখাদামোদৰ, ভাওনা, স্বীকাৰোক্তিৰ তুলনাত

সামগ্রিক আবেদনৰ দিশৰ পৰা নগৰীয়া জীৱনৰ বিচিত্র অভি-জ্ঞতাৰ আধাৰত লেখা গল্প যেনে—ৰূপ আৰু স্বৰূপ, আপোন-কক্ষ আদি গল্প বহু পৰিমাণে নিষ্প্ৰভ বুলি কব লাগিব।

## তুলনামূলক বিচাৰ :

তুলনামূলক বিচাৰত এটা কথা প্ৰতীয়মান হয় যে এই তিনিজন গল্পকাৰৰ গল্প-সাহিত্যৰ প্ৰধান উৎস হৈছে সামাজিক বাস্তৱতাৰ পটভূমিত গঢ় লৈ উঠা সংবেদনশীল মানৱতাবোধ। প্ৰকৃততে এই সংবেদনশীল মানৱতাবোধৰ কাৰণেই গল্পকাৰ কেই-জনে সমাজ বাস্তৱতাৰ পৰিপ্ৰেক্ষিতত মানৱ জীৱনৰ বিভিন্ন অভিজ্ঞতাৰ কলাত্মক ৰূপ দিব পাৰিছে। আনকথাত এওঁলোকৰ গল্পসমূহত আমি যি সমাজ চেতনা অনুধাবন কৰো সি মানৱতা-বোধৰ দ্বাৰা উদ্বুদ্ধ হৈ বিভিন্ন ৰূপত ধৰা দিছে। আনহাতে 'সমাজচেতনা' কথাষাৰৰ অৰ্থ ব্যাপক আৰু বিভিন্ন। গতিকে এই গল্পকাৰ তিনিজনৰ ক্ষেত্ৰত অনুধাবিত হোৱা সমাজ চেতনাৰ স্বৰূপ একে বুলি কব নোৱাৰি। উদাহৰণস্বৰূপে মহিমবৰাৰ গল্পত সমাজ চেতনা পৰোক্ষভাৱেহে উপলব্ধি হয়। তেওঁ হয়তো অনুভৱ কৰে সামাজিক আবেষ্টনী বা পৰিৱৰ্তনৰ সোঁত মানুহৰ স্বাভাৱিক জীৱন-যাপন আৰু সহজ-সৰল মানসিকতা বিকাশৰ প্ৰতিকূল। গতিকে সমাজ জীৱনৰ লগত ব্যক্তি জীৱনৰ সংঘাতৰ ফলত উদ্ভৱ হোৱা সমস্যা আৰু সংকটে, দুখ আৰু বিষাদৰ অনুভূতিয়ে তেওঁৰ গল্পত প্ৰায়ে প্ৰতীক আৰু মানসচিত্ৰৰ ৰূপত ধৰা দিছে। আৰু ব্যক্তি জীৱনৰ এই দিশটো চিত্ৰিত কৰিবলৈ যাওতে তেওঁ প্ৰায়ে নিৰ্বাচন কৰি লয় তেওঁৰ পৰিচিত প্ৰকৃতিৰ পৃষ্ঠভূমিত গঢ় লোৱা গ্ৰাম্যজীৱন। সেয়ে কোনো কোনো সমালোচকে অভিযোগ কৰে যে মহিমবৰাৰ সমাজ চেতনা কিছু পৰিমাণে আত্মকেন্দ্ৰিক বা ব্যক্তিকেন্দ্ৰিক। অৱশ্যে এই সীমাবদ্ধতাৰ মাজত অৱস্থান কৰিয়েই লিখা তেওঁৰ এটা গল্প 'এখন নদীৰ মৃত্যু' বাস্তৱ জীৱনৰ এক মৰ্মস্পৰ্শী আলেখ্য হৈ পৰিছে। তদুপৰি তেওঁৰ শেহতীয়া গল্পসংকলন 'বাতিফুলাফুল'ত সমাজ

চেতনাৰ এক নতুন বিস্তৃতি পৰিলক্ষিত হৈছে বুলি একাধিক সমালোচকে মত প্ৰকাশ কৰিছে। আনহাতে লক্ষ্মীনন্দন বৰাৰ গল্পত ধৰা দিয়া সমাজ চেতনা প্ৰত্যক্ষ আৰু তুলনামূলকভাবে ব্যাপকতৰ বুলি কব পাৰি। যদিও গ্ৰাম্য জীৱনেই তেওঁৰ গল্প সাহিত্যৰ প্ৰধান উৎস তথাপি নগৰীয়া জীৱনৰ পৰিৱৰ্তিত পৰিস্থিতি, যান্ত্ৰিকতা আৰু উদ্যোগীকৰণৰ অশুভ পৰিবেশৰ ছবিয়েও তেওঁৰ চেতনাত ধৰা দিছে। এই কাৰণেই তেওঁৰ গল্প সমূহত প্ৰধানকৈ গ্ৰাম্য সমাজ আৰু লগতে নগৰীয়া জীৱনৰ বিভিন্ন ৰূপ আৰু স্বৰূপৰ আলেখ্য আমি পাওঁ। কিন্তু লক্ষ্মীনন্দন বৰাৰ গল্পত ধৰা দিয়া সমাজ চেতনা বেজবৰুৱা আৰু সমগোত্ৰীয় গল্পকাৰ সকলৰ ৰচনাত পৰিলক্ষিত হোৱা জাগ্ৰত আৰু বলিষ্ঠ জাতীয় চেতনা বা সমাজ চেতনাতকৈ নিস্তেজ বুলি ধাৰণা হয়। সমাজ জীৱনৰ অনাচাৰ, অবিচাৰ, ভণ্ডামি, ভ্ৰষ্টাচাৰ-দুৰ্নীতিৰ প্ৰতি তেওঁৰ মন বিদ্ৰোহী হৈ উঠিছে, কিন্তু এই বিদ্ৰোহৰ চেতনাই পঢ়ুৱৈৰ মনত সামাজিক অন্যায়-অনীতিৰ বিৰুদ্ধে তীব্ৰ সচেতনতা বা ভাবাবেগ জাগ্ৰত কৰিব পৰা নাই। সেয়ে বোধহয় এনে বিদ্ৰোহাত্মক ভাব প্ৰকাশক গল্পসমূহে সমালোচকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈয়ো সমৰ্থ হোৱা নাই। তেওঁৰ এটা গল্প 'প্লাবন পৰীক্ষাত' বানপানী বিধ্বস্ত মাজুলী অঞ্চলৰ দুৰ্গত মানুহৰ দুৰ্যোগ আৰু চৰকাৰী বিষয়া, কৰ্মচাৰীৰ ভ্ৰষ্টাচাৰ, দুৰ্নীতিৰ আলেখ্য ডাঙি ধৰিছে এক ব্যঙ্গাত্মক দৃষ্টিভঙ্গীৰে। যদিও গল্পটোত ব্যঙ্গ-বিদ্ৰূপৰ প্ৰয়োগ প্ৰত্যক্ষ তথাপি সাধাৰণ পঢ়ুৱৈৰ মনত নিপীড়িত গ্ৰামবাসীৰ প্ৰতি সহানুভূতি বা দুৰ্নীতিৰ বিৰুদ্ধে চেতনা জাগ্ৰত কৰিবলৈ হয়তো সমৰ্থ নহব—যেনেদৰে মহীচন্দ্ৰবৰাই তেওঁৰ অব্যয়, ভগবানৰ মৃত্যু, ভূমিকা আদি গল্পত নিৰ্য্যাতিত, নিষ্পেষিতৰ প্ৰতি পঢ়ুৱৈৰ মনত সহানুভূতি আৰু অনুকম্পা জাগ্ৰত কৰিবলৈ সমৰ্থ হ'ব বা যেনেকৈ লক্ষ্মীনাথ ফুকনে তেওঁৰ 'মহিমাময়ী' গল্পটোত পঢ়ুৱৈৰ মনত ব্যঙ্গ-বিদ্ৰূপৰ আশানুৰূপ প্ৰতিক্ৰিয়া সৃষ্টি কৰিবলৈ সক্ষম হ'ব, সেইদৰে মহিমবৰাৰ গল্পত প্ৰয়োগ কৰা হাস্যৰস বেজবৰুৱাকে ধৰি তেওঁৰ

উত্তৰাধিকাৰী কেইজনৰ গল্পত প্ৰত্যাক্ষিত হোৱা হাস্যৰসৰ দৰে উদ্দেশ্যধৰ্মী বা সমাজ সমালোচনাৰ অস্ত্ৰ হৈ পৰা নাই। বৰং চক্ৰবৎ, অপৰাজিত, ওচৰচুবুৰীয়া আদি গল্পত প্ৰত্যাক্ষিত হোৱা হাস্যৰস ব্যক্তিৰ বেদনা আৰু কাৰুণ্যৰ বহিঃ প্ৰকাশ বুলিহে কব লাগিব। খ্যাতনামা ইংৰাজ নিবন্ধকাৰ চাৰ্লচলেম্বে তেওঁৰ ধেমেলীয়া বা লঘু ৰচনা সমূহৰ আলোচনা প্ৰসঙ্গত কৈছিল—'মই কান্দিব নিবিচাৰো বাবেই হাঁহি থাকিব বিচাৰো' [I keep myself laughing to prevent myself from weeping] তেওঁৰ গল্প-সাহিত্যত প্ৰয়োগ কৰা হাস্যৰসৰ ক্ষেত্ৰত মহিমবৰাই এনে এটা দৃষ্টিভঙ্গী বা কৌশল (device) অৱলম্বন কৰিছে বুলি ধাৰণা হয়। ভবেন্দ্ৰনাথ শইকীয়াৰ হাস্য-ৰসাত্মক গল্পৰ দুটামান প্ৰচেষ্টা যেনে 'কক্ষভ্ৰষ্ট', 'ৰণভঙ্গ' আদিতো এই কথা পৰিলক্ষিত হয় আৰু তেওঁৰ গল্পৰ হাস্যৰসৰ উপাদান আগতেই উল্লেখ কৰি অহা মহিমবৰাৰ গল্পৰ সূক্ষ্ম হাস্যৰসৰ (Subtle Humour) পৰ্য্যায়ভুক্ত বুলি কব পাৰি। অৱশ্যে ভবেন্দ্ৰ নাথ শইকীয়াৰ গল্প সমূহত পৰিলক্ষিত হোৱা সমাজ চেতনা গভীৰ উপলব্ধিৰ চেতনা আৰু ইয়াৰ পৰিসৰ ব্যাপক বুলি কব লাগিব। কাৰণ সমাজৰ সাধাৰণ, অসাধাৰণ, অনাদৃত, উপেক্ষিত, শিক্ষিত, অশিক্ষিত বিভিন্ন স্তৰৰ মানুহৰ জীৱনৰ বিভিন্ন অভিজ্ঞতাৰ চিত্ৰ তেওঁৰ চেতনাত মূৰ্ত হৈছে। সাধাৰণ জীৱন-যাপনৰ সাধাৰণ সমস্যা-বোৰেই ভবেন্দ্ৰনাথ শইকীয়াৰ গল্পৰ প্ৰধান উপজীব্য আৰু ইয়েই তেওঁৰ অভিজ্ঞতাৰ জগতখনক ব্যাপকতা দিছে। তুলনামূলক বিচাৰত মহিমবৰাৰ সমাজ চেতনাতকৈ ভবেন্দ্ৰনাথ শইকীয়াৰ সমাজ চেতনা অধিক বিস্তৃত আৰু গভীৰ বুলি ধাৰণা কৰাৰ অৱকাশ আছে। যদিও শইকীয়াৰ কলাত্মক দৃষ্টিভঙ্গী সম্পূৰ্ণ নিৰ্লিপ্ত (Detached) তথাপি তেওঁৰ গল্পৰ কাহিনী আৰু বৰ্ণনা বাস্তৱ বিবৰ্জিত নহয়। তেওঁৰ কেইটামান গল্প যেনে—এন্দুৰ, গহ্বৰ, অসুৰ আধুনিক সমাজ ব্যৱস্থাৰ বিৰুদ্ধে এক প্ৰছন্ন অভিযোগ বুলি কলে বোধহয় অতিশয়োক্তি নহব।

এই গল্পকাৰ কেইজনৰ গল্প সম্পৰ্কে সাম্প্ৰতিক কালৰ বিভিন্ন সমালোচকে মূল্যায়ন কৰিবলৈ প্ৰচেষ্টা কৰিছে আৰু তেওঁলোকৰ গল্প-সাহিত্য সম্পৰ্কে বিৰূপ মন্তব্যও কৰা হৈছে। আনহাতে মাৰ্ক্সীয় দৰ্শনৰ আধাৰত এই গল্পকাৰ কেইজনক বিচাৰ কৰি চাবলৈ প্ৰচেষ্টা কৰা হৈছে। কিন্তু মাৰ্ক্সীয় দৰ্শনৰ অন্যতম সিদ্ধান্ত দ্বন্দ্বমূলক বস্তুবাদৰ (Dialectical Materealism) আধাৰত গঢ়ি উঠা সমাজতান্ত্ৰিক বাস্তৱতাৰ (Socialistic Realism) দৃষ্টিভঙ্গীৰে এই গল্পকাৰ কেইজনৰ সাহিত্য বিচাৰৰ যুক্তি-যুক্ততা সম্পৰ্কে অন্য এক আলোচনা প্ৰসঙ্গত আমাৰ মতামত ব্যক্ত কৰিছিলো আৰু সাহিত্য বিচাৰৰ বিসঙ্গতি আৰু বিভ্ৰান্তিয়ে সাহিত্য সমালোচনাত বস্তুনিষ্ঠতাৰ (Objectivity) অভাৱৰ বা পক্ষপাতমূলক (Biased) দৃষ্টিভঙ্গীৰ কথাকে প্ৰতিপন্ন কৰে বুলি উল্লেখ কৰিছিলো। মুঠতে মহিম বৰা, ভবেন্দ্ৰনাথ শইকীয়া আৰু লক্ষ্মীনন্দন বৰাৰ গল্প-সাহিত্য সমাজ বাস্তৱতাৰ (Social Realism) কলাত্মক ৰূপ হিচাবে বিচাৰ্য্য বিষয় বুলি আমি বিবেচনা কৰো আৰু এই দিশৰ পৰাই তেওঁলোকৰ গল্প-সাহিত্যৰ বৈশিষ্ট্য আৰু ধাৰা সম্পৰ্কে আলোচনা আগবঢ়ালো।

বিঃদ্ৰঃ [ এটা সীমাৱদ্ধ পৰিসৰৰ মাজতহে তিনিজন গল্পকাৰ আৰু অসমীয়া গল্প-সাহিত্যৰ ধাৰা সম্পৰ্কে আলোচনা কৰা হৈছে। স্বাভাৱিকতে এই সম্পৰ্কে বিস্তৃত বা সম্প্ৰসাৰিত আলোচনাৰ অৱকাশ আছে বুলি আমি ধাৰণা কৰো। ]

---

# অম্বিকাগিৰীৰ বৈপ্লৱিক ভাবাদৰ্শ

অম্বিকাগিৰী ৰায়চৌধাৰী স্বাধীনতা আন্দোলন তথা জাতীয় মুক্তি আন্দোলনৰ এজন আপোচহীন সংগ্ৰামী আছিল। এজন একনিষ্ঠ দেশপ্ৰেমিক আৰু প্ৰগতিশীল সমাজ সংস্কাৰকামী ব্যক্তি হোৱাৰ উপৰিও তেওঁ আছিল একেধাৰে কবি, সঙ্গীতজ্ঞ, সুবক্তা আৰু বলিষ্ঠ লেখক।

কিন্তু আমাৰ ধাৰণাত অম্বিকাগিৰী ব্যক্তিত্বৰ সবাতকৈ বৈশিষ্ট্যপূৰ্ণ দিশটো হৈছে তেওঁৰ বিদ্ৰোহী চেতনা আৰু বৈপ্লৱিক ভাবাদৰ্শ। বিদেশী শাসকৰ কবলৰ পৰা দেশক মুক্ত কৰাৰ সংগ্ৰামতে আবদ্ধ নেথাকি তেওঁ সামাজিক অন্যায়-অবিচাৰ, অসমতা, হিংসা-বিদ্বেষ, সংকীৰ্ণতা, স্বাৰ্থপৰতা আদি নিৰ্মূল কৰিবলৈ দেশবাসীক বিশেষকৈ যুৱশক্তিক মুক্ত আহবান জনাইছিল। তেওঁ নিজেই ব্যক্ত কৰিছিল—

'মই বিপ্লৱী, মই তাণ্ডৱী'—নিজৰ বিপ্লৱী সত্বা নিজেই এনে স্পষ্ট ভাষাত প্ৰকাশ কৰা ব্যক্তি আমাৰ সাহিত্যক্ষেত্ৰত বিৰল বুলিয়েই কব লাগিব।

অম্বিকাগিৰীৰ এই বিপ্লৱী সত্বাৰ উদ্গীৰণ হৈছিল তেওঁৰ লেখা সমূহৰ মাজেদি। সেয়ে তেওঁৰ সমগ্ৰ সাহিত্যকৰ্মই হৈ পৰিছিল বিপ্লৱমুখী—যেন আসন্ন বিপ্লৱৰ অগ্নিময় বাণী। আৰু বিপ্লৱৰ বাণী কঢ়িয়াই নিয়া এই বহ্নিৰ উত্তাপত তেওঁৰ সমস্ত জীৱনটোৱেই যেন উত্তপ্ত হৈ পৰিছিল। তদুপৰি উদ্দেশ্যৰ সততা, দৃষ্টিভঙ্গীৰ উদাৰতা, কাৰ্য্যসম্পাদনত দৃঢ়তা আৰু কৃতকাৰ্য্যতাত আত্মসংযমে অম্বিকাগিৰীৰ বৈপ্লৱিক ভাবাদৰ্শ মহীয়ান কৰি তুলিছিল। ইয়াৰ উপৰি অসত্য আৰু নীচস্বাৰ্থক প্ৰশ্ৰয় নিদিয়া অম্বিকাগিৰীৰ বৈপ্লৱিক ভাবাদৰ্শৰ আন এটা দিশ আছিল যুক্তিবাদ। স্বাধীনতা আন্দোলন আৰু সমকালীন ৰাজনৈতিক আন্দোলনত জড়িত হৈ

পাৰিলেও তেওঁৰ নীচক 'ক্ষমতাৰ ৰাজনীতি, ব্যৱসায়িক ৰাজনীতি'ৰ লগত সম্পৰ্ক নাছিল। দেশ আৰু মানৱসেৱাইহে যে তেওঁৰ একমাত্ৰ ধ্যান আছিল সেই কথা তেওঁ 'জীৱননীতিক, মানৱনীতিক' নামৰ কবিতাটোত অতি সহজ সৰল ভাবে প্ৰকাশ কৰিছে—

বহুতেই কয়,
মই হেনো এটা 'মস্তধুমা' ৰাজনীতিক,
কাব্যকলা সাহিত্যত কৈ
মোৰ হেনো ৰাপ ৰাজনীতিতে অত্যাধিক।
কিন্তু, মইটো নহও এতিলমানো ৰাজনীতিক।
মই জীৱননীতিক, মানৱনীতিক
অসীম অপাৰ মহামানৱীয়
জীৱন সেৱাই মোৰ প্ৰতীক।

সমাজনীতি আৰু ৰাষ্ট্ৰনীতি কেনে হোৱা উচিত সেই সম্পৰ্কে প্ৰায় চাৰিবছৰকাল জুৰি তেওঁ এখন গ্ৰন্থ লেখিছিল বুলি জনা যায়। কিন্তু প্ৰকাশিত হোৱাৰ পূৰ্বেই এক আকস্মিক দুৰ্ঘনাত তেওঁৰ থকা ঘৰ আৰু ছপাশালৰ লগতে এই গ্ৰন্থখনো বিনষ্ট হয়। গ্ৰন্থখন প্ৰকাশিত হোৱা হলে ৰায়চৌধাৰী দেৱৰ জীৱনাদৰ্শৰ আৰু এটা দিশ আমি হয়তো অবগত হলোহেঁতেন।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ লগত জড়িত হৈ কাৰাৰুদ্ধ হোৱাৰ আগৰ লেখাসমূহত অম্বিকাগিৰীৰ বৈপ্লৱিক ভাবাদৰ্শ বা বিদ্ৰোহী চেতনা প্ৰত্যক্ষ ভাবে ধৰা দিয়া নাছিল। তেওঁৰ বৈপ্লৱিক চেতনা ১৯২০-২১ চনৰ লেখা সমূহতে বিশেষ ভাবে পৰিলক্ষিত হয়। তেওঁৰ ৰচিত অধিকাংশ গীত 'বন্দো কি ছন্দেৰে' কাব্য-সংকলনত প্ৰকাশিত হৈছে। বিশিষ্ট সাহিত্য সমালোচক ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা দেৱে ইয়াৰে কেইটামান গীত ইংৰাজীলৈ অনুবাদ কৰি 'Songs of the cell' নামেৰে এটা সংকলন গুৱাহাটীৰ এটা প্ৰকাশন প্ৰতিষ্ঠানৰ যোগেদি প্ৰকাশ কৰিছিল। এই ইংৰাজী সংকলনটোৰ কেইবাটাও গীতে অসমৰ বাহিৰতো সমাদৰ লাভ কৰিছিল। মূল অসমীয়া সংকলনটোৰ বন্দো কি ছন্দেৰে, আজি কাৰ কি আহ্বান, জাগ ডেকা তেজ, জাগ্ৰত হোৱা ভাই, বলাভাই

আগুৰাই, জাগ, জাগ, জাগ, ভাঙিব লাগিব শিল, এইটো নহয় জেল দিয়া, আজি যায় যায় যায় আদি গীত বৈপ্লৱিক ধ্বনি আৰু ভাবাদৰ্শৰ বাবে সৰ্বকালৰ বাবেই স্মৰণীয় হৈ ৰৈছে। এই গীত সমূহৰ সৃষ্টি, অনুভূতি আৰু অনুপ্ৰেৰণাৰ উৎস কবিজনাৰ নিজৰ ভাষাতে ডাঙি ধৰিব পাৰি।

"গোটেই জীৱনব্যাপি মনন ক্ষেত্ৰত অহৰহ দপদপাই জ্বলি থকা চিন্তা-জুইকুৰাৰ পোহৰত এজনকো দেখা নেপাই, মোৰ স্নায়ুভেদা 'বন্দো কি ছন্দেৰে'ক মহাশূন্যত দলি মাৰি এৰি দিলো। যদি কোনোবা আছে থাপ মাৰি ধৰি লব নহ'লে মাটিৰ বস্তু মাটিতে পৰি মাটি হৈ মিলি যাব। অভিযোগ, অনুতাপ, আক্ষেপ একো নাই।"

অম্বিকাগিৰীৰ বৈপ্লৱিক ভাবাদৰ্শৰ প্ৰধান লক্ষ্য আছিল স্বদেশ আৰু স্বজাতিৰ উন্নতি আৰু কল্যাণ সাধন। 'দেশৰ স্বাৰ্থ' আৰু 'স্বজাতিৰ মঙ্গল চিন্তা' এই দুয়োটাকে তেওঁ ভাবাদৰ্শত অগ্ৰাধিকাৰ দিছিল। আত্মবোধহীন দেশবাসীক জাতীয়তাবোধৰ আত্মচেতনা দিয়াটোৱেই কবি গৰাকীৰ একমাত্ৰ ধ্যান আছিল। অন্তৰৰ অদমিত জাতীয়তাবোধ মুখেৰে প্ৰচাৰ কৰাৰ উপৰিও অগ্নিময় লেখাৰে জনগণক বিশেষকৈ ডেকাশক্তিক অনুপ্ৰাণিত কৰিবলৈ তেওঁ অবিৰাম চেষ্টা কৰিছিল। জাগ ডেকা তেজ, জাগ্ৰত হোৱা ভাই, শুনিবি ভাই দেশৰ কথা কও আদি কবিতা চেতনাহীন, নিষ্ক্ৰীয় আৰু উদ্দেশ্য বিহীন, ডেকা শক্তিক লক্ষ্য কৰিয়েই ৰচনা কৰা হৈছিল। জাতীয় স্বাৰ্থ তথা অস্তিত্ব ৰক্ষাৰ বাবে তেওঁ তিনিটা কথাৰ ওপৰত বিশেষ ভাবে গৰুত্ব আৰোপ কৰিছিল— (১) আত্ম সংৰক্ষণ (২) আত্ম সংগঠন আৰু (৩) আত্মসংবৰ্ন্ধন। দেশৰ ভূখণ্ড বা মাতৃভূমিৰ বুকুত বিদেশী বা বহিঃশত্ৰুৰ অনুপ্ৰৱেশ, আক্ৰমণ বা পশ্চাদঘাতী কাৰ্য্যবোধ কৰিবৰ কাৰণে দেশবাসীক আহ্বান জনাই কঠোৰ ভাষাৰে তেওঁ লিখিছে—

আক্ৰমণকাৰী, অনুপ্ৰৱেশকাৰী, পশ্চাদঘাতী, গুপ্তচৰ
চকুত সোমাই বুকুত কামোৰা যতবোৰ আছে গৰজাধৰ

সকলো কেটাকে একে সাঙুৰতে
সাঙুৰি বান্ধিলৈ,
ভাৰত মহাসাগৰৰ তলিত ঠেকেচি বুৰাই থৈ
নির্মূল কৰিম চিৰকাললৈ।

তেওঁৰ আন এখন কাব্যগ্রন্থ 'অনুভূতি'ৰ একাধিক কবিতাত স্বদেশৰ মানুহক এলাহ পৰিহাৰ কৰি দিবা স্বপ্ন বা নিদ্রাৰ পৰা সাৰ পাই উঠিবলৈ আহ্বান জনাইছে। তেওঁৰ আন লেখা যেনে—'আহুতি, বেদনাৰ উল্কা, স্থাপন কৰ, দেশেই ভগবান' আদিত স্বদেশপ্রেমৰ বলিষ্ঠ অভিব্যক্তি প্রকাশ পাইছে।

সেইদৰে অম্বিকাগিৰীৰ বৈপ্লৱিক চেতনা আৰু ভাবাদর্শৰ বাস্তৱ অভিব্যক্তিৰ স্বাক্ষৰ বহন কৰিছে অধুনালুপ্ত দুখন পষেকীয়া বার্তালোচনী 'চেতনা' আৰু 'ডেকা অসমে'। এই দুখন বার্তালোচনীৰ প্রকাশ আৰু সম্পাদনা কৰিছিল তেওঁ নিজে। এই আলোচনী দুখনৰ মুখ্য উদ্দেশ্য আছিল জাতীয় অস্তিত্ব আৰু স্বাৰ্থক বিপদাপন্ন কৰিব পৰা যিকোনো শক্তিৰ বিৰুদ্ধে স্বজাতিক সজাগ কৰি ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, কৃষি, শিল্প-বাণিজ্য, বিজ্ঞান, সাহিত্য-সংস্কৃতি আদি বিভিন্ন দিশত উৎকৰ্ষ সাধনৰ দ্বাৰা জাতীয় জীৱন শক্তিশালী কৰা। অসমৰ আৰ্থ-সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক দিশৰ ওপৰত আলোকপাত কৰা অম্বিকাগিৰীৰ সম্পাদকীয় টোকা আৰু আলোচনী দুখনৰ বিভিন্ন লেখা সমূহ স্বদেশ আৰু স্বজাতিৰ সংৰক্ষণ আৰু অগ্রগতিৰ প্রতি আকাংক্ষা আৰু আন্তৰিকতাৰ বলিষ্ঠ অভিব্যক্তি। উল্লেখ-যোগ্য যে এই বার্তালোচনী দুখনৰ সম্পাদকীয় আৰু আন শিতানত প্রকাশিত উদ্দীপনাময়, বলিষ্ঠ লেখাসমূহ এজন তিনিকুৰি বছৰ বয়স অতিক্রম কৰা ( সেই সময়ত ) বয়স্ক ব্যক্তিৰ কলমৰ পৰা ওলোৱা বুলি বহুতেই হয়তো ধাৰণা কৰিব পৰা নাছিল। সেয়ে বয়সত জ্যেষ্ঠ কিন্তু মানসিক ভাবে কনিষ্ঠ অম্বিকাগিৰী প্রকৃতাৰ্থত 'ডেকা অসম'ৰ হে প্রতিভূ হৈ পৰিছিল।

অম্বিকাগিৰীয়ে চিঞৰি কৈছিল—'দেশ গ'ল, গ'ল বুলি।' এই উক্তিৰ গূঢ়াৰ্থ এইয়ে আছিল যে দেশখন ধ্বংসৰ মুখত বা

বিপদগ্ৰস্ত, গতিকে দেশবাসীয়ে দেশখন ৰক্ষা কৰিবলৈ কিবা এটা প্ৰতিকাৰ কৰিব লাগে। আৰু অম্বিকাগিৰীৰ চেতনাত 'দেশ'খন হয়তো মাতৃভূমি অসমকে ধৰি সমগ্ৰ ভাৰতবৰ্ষ'-খনেই প্ৰতিভাত হৈছিল। প্ৰশ্ন উঠে এখন দেশ কেনেকৈ 'যাব' পাৰে অৰ্থাৎ ধ্বংসৰ মুখত কেনেকৈ পতিত হব পাৰে? যি কোনো এখন দেশৰ ধ্বংসৰ কিছুমান প্ৰত্যক্ষ বা পৰোক্ষ কাৰণ থাকিব পাৰে। যেনে— (১) দেশবাসীৰ মাজত দেশপ্ৰেম, আৰু আত্মবিশ্বাস বা আত্মচেতনাৰ অভাব, (২) সামাজিক বৈষম্য, অনাচাৰ, অবিচাৰ, (৩) দেশৰ মানুহৰ স্বাৰ্থপৰতা বা কৰ্মহীনতা, (৪) শাসক চক্ৰৰ দুৰ্নীতি বা ভ্ৰষ্টাচাৰ আৰু (৫) বিদেশী বা বহিঃশত্ৰুৰ আক্ৰমণৰ পৰা দেশৰ অস্তিত্ব আৰু সাৰ্বভৌমত্বৰ বিপদগ্ৰস্ততা। উল্লেখ-যোগ্য যে আজিৰ পৰা বহু বছৰৰ আগতেই অম্বিকাগিৰীৰ জাগ্ৰত চেতনাত ধৰা দিছিল স্বদেশ বা স্বজাতিয়ে সম্মুখীন হব পৰা এনে এটা ধ্বংসাত্মক পৰিস্থিতিৰ সম্ভাৱনা আৰু সেয়ে বোধহয় তেওঁ বাধ্য হৈছিল দেশবাসীক সকিয়াই দিবলৈ— 'দেশ গ'ল, গ'ল বুলি।' আৰু নকলেও হব যে সাম্প্ৰতিক কালৰ দেশখনৰ ঘটনাৱলীয়েও অম্বিকাগিৰীৰ এনে ধাৰণাৰ যুক্তি-যুক্ততা প্ৰতিপন্ন কৰিছে।

অম্বিকাগিৰীৰ বৈপ্লৱিক ভাবাদৰ্শৰ আন এটা উল্লেখযোগ্য দিশ, হৈছে প্ৰবল আশাবাদ। বৈপ্লৱিক ভাবাদৰ্শৰে উদ্বুদ্ধ হৈয়ো, 'ওৱেষ্ট উইণ্ড'ৰ প্ৰচণ্ড শক্তিৰ মাধ্যমেৰে সমাজ পৰিবৰ্তনৰ গতি ত্বৰান্বিত কৰাৰ অদম্য ইচ্ছা প্ৰকাশ কৰিও শেহান্তৰত আশাভঙ্গৰ বেদনাত জৰ্জৰিত হৈ ইংৰাজ কবি শ্যেলীয়ে লিখিছিল—

I fall upon the thorns of life
I bleed.

কিন্তু বৈপ্লৱিক ভাবাদৰ্শৰে উদ্বুদ্ধ হৈ অম্বিকাগিৰীয়ে ব্যক্তিগত বা সামাজিক দুৰ্যোগ, বিপদ আৰু প্ৰতিকূল পৰিৱেশ সত্ত্বেও প্ৰবল আশাবাদী মনোভাবেৰে আশাভঙ্গৰ বেদনা জয় কৰিবহে বিচাৰিছিল। 'বেদনা বিজয়'ত তাৰেই অভিব্যক্তি প্ৰকাশ পাইছে—

হিমাদ্ৰীৰ উত্তুঙ্গ শিখৰ ভাঙি গঢ়ি কৰা
কটুৰ, কঠোৰ, নিষ্ঠুৰতৰ,
বজ্ৰ বিজুলী হানেৰে,
সৃষ্টি প্ৰলয় গলাগলিকৈ থুলি পৰা
কোটি তাৰকাৰ আবৰ্তনৰ
প্ৰচণ্ডতম মন্দ্ৰেৰে,
দিয়া তীব্ৰ, তিক্ত, দাৰুণ ধাৰাৰে
বিশ্ব জাৰি জোকাৰি।
ভীষণতৰ ৰুদ্ৰ ৰোষেৰে
ভাণ্ডাৰ সুদা কৰি
হিয়া ভৰি মোৰ পৰক তোমাৰ ককৰ্শ কেদাকাৰ
মই, বেদনা বিজয়ী হ'াহিৰ ফুলেৰে কৰি লম জাতিষ্কাৰ।

অম্বিকাগিৰীৰ 'দেশেই ভগৱান' আদি কবিতাত প্ৰকাশ পোৱা দেশৰ প্ৰতি প্ৰেম-প্ৰীতিৰ অনুৰাগ প্ৰকৃততে কেৱল জন্মভূমি অসম বা স্বদেশ ভাৰতবৰ্ষৰ সীমাৰ মাজতে আৱদ্ধ নেথাকি সমগ্ৰ বিশ্বৰ প্ৰতি সম্প্ৰসাৰিত হৈছে বুলি কলে বোধহয় অতিশয়োক্তি নহব। অসম তথা ভাৰতবাসীৰ মাজেদিয়ে সমগ্ৰ বিশ্ব আৰু বিশ্ব মানৱৰ কল্যাণ সাধনৰ দ্বাৰা বিশ্বভাতৃত্বৰ বান্ধোন শক্তিশালী কৰিবলৈকো তেওঁ আকাংখা কৰিছিল—

বিশ্ব মৈত্ৰী মানব কল্যাণ
মানৱ ভাতৃত্ব, বিশ্ব শান্তি
বীৰত্ব-ধন্য ক্ষমাশীলতা
সহৃদয়তা, সাহস বীৰ্য্য।
ইমান প্ৰখৰ বিশ্বানুভূতি, বিশ্ব ধাৰণা।
সৰ্বত্ৰ একেটা মাত্ৰ অবিনশ্বৰ।
চেতনা-চকিত সত্যালোক উদ্ভাসিত
পৰম-ঐশ্চৰ্য্য।

কিন্তু পৰিহাস আৰু পৰিতাপৰ কথা এইয়ে যে এনে এজন সুস্থ, বলিষ্ঠ ভাবাদৰ্শৰ ব্যক্তিক যিজনে কেৱল স্বদেশ

স্বজাতিৰেই নহয় সমগ্ৰবিশ্ব তথা মানৱ সমাজৰ কল্যাণৰ কথা চিন্তা কৰিছিল তেনে এজন উদাৰমনা নিস্বাৰ্থ ব্যক্তিক আজি স্বদেশৰ বাহিৰে ভিতৰে এজন সংকীৰ্ণমনা উগ্ৰজাতীয়বাদী ভাবাদৰ্শৰ প্ৰবক্তা বুলি একাংশলোকে অভিহিত কৰা বা তেনেদৰে মৌখিক ভাবে হ'লেও বক্তব্য ডাঙি ধৰা পৰিলক্ষিত হৈছে। সেয়ে সমগ্ৰ দেশখনৰ সাম্প্ৰতিক সমস্যা তথা আমাৰ জাতীয় জীৱনৰ সন্ধিক্ষণৰ পৰিপ্ৰেক্ষিতত ৰায়চৌধাৰী দেৱৰ জীৱনাদৰ্শ বা লেখা-সমূহৰ সম্যক মূল্যায়ণ অপৰিহাৰ্য্য বুলি আমি ভাবো।

---

# বিষ্ণু প্ৰসাদ ৰাভা : ব্যক্তি আৰু প্ৰতিভা

'The hero is he who lives in the inward sphere of things, in the true, devine and eternal which exists always unseen.' অৰ্থাৎ বীৰপুৰুষ সেইজনেই যিজনে সত্য, শিব আৰু সনাতন প্ৰমূল্য-সমূহৰ অভ্যন্তৰস্থ স্তৰত অদৃশ্যমান ভাবে অৱস্থান কৰে। বীৰপুৰুষ কোন ? এনে এটা প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ কাৰ্লাইলে উল্লেখিত অভিমতটো প্ৰকাশ কৰিছিল। অৱশ্যে প্ৰকৃত বীৰপুৰুষ (Hero) সম্পৰ্কে সৰ্বসম্মত বা সকলোৰে গ্ৰহণযোগ্য ব্যাখ্যা হয়তো এতিয়াও কোনেও দিব পৰা নাই। তথাপি খ্যাতনামা ইংৰাজ চিন্তাবিদজনৰ মানসত প্ৰতিভাত হোৱা বীৰপুৰুষ জনৰ কথা ভাবিলে আমাৰ মানসপটত আবিৰ্ভাৱ হব পৰা এজন ব্যক্তি হৈছে বিষ্ণু প্ৰসাদ ৰাভা। শাৰীৰিক আৰু মানসিক দুয়োটা দিশতে অসাধাৰণ বৈশিষ্ট্যৰে যেন এজন প্ৰকৃত বীৰপুৰুষ আছিল বিষ্ণুৰাভা।

বিষ্ণুৰাভাৰ ব্যক্তিত্ব আৰু প্ৰতিভা বহুমুখী। তেওঁ আছিল একেধাৰে নৃত্যবিদ, নাট্যকাৰ, অভিনেতা, গীতিকাৰ, সুৰকাৰ, নাট পৰিচালক, সঙ্গীত পৰিচালক, চিত্ৰকাৰ আৰু বিপ্লৱী ৰাজনৈতিক কৰ্মী। উল্লেখযোগ্য যে ৰাভাদেৱৰ ব্যক্তিত্বৰ বৈপ্লৱিক তথা ৰাজনৈতিক দিশটো এতিয়াও বিতৰ্ক বা আলোচনাৰ বিষয় হৈ ৰৈছে। বিষ্ণুৰাভাৰ ব্যক্তিত্বৰ এই দিশটো আলোচনা কৰোতে তেওঁৰ পূৰ্বসূৰী জ্যোতি প্ৰসাদৰ প্ৰসঙ্গ অৱধাৰিত ভাবেই আহি পৰে। স্বাধীনতা সংগ্ৰামী জ্যোতি প্ৰসাদে স্বাধীনোত্তৰ কালৰ মোহভঙ্গৰ তাড়নাত নিজেই যেনেদৰে 'অগ্নিযুগৰ ফিৰিঙতি' হৈ জনগণৰ মুক্তিৰ পথ বিচাৰিছিল তেনেদৰে বিপ্লৱী ৰাভাইয়ো 'ইয়ে আজাদী ঝুথা হ্যায়' বুলি উদাত্ত কণ্ঠেৰে চিঞৰি অসমৰ দলিত, নিপীড়িত জনগণক জাগ্ৰত কৰিব বিচাৰিছিল প্ৰকৃত মুক্তিৰ বাবে জ্যোতিপ্ৰসাদে ওলাই আহিবলৈ

আহ্বান জনোৱা এজন 'বিপ্লৱৰ সন্তান' ৰূপে—

ভাঙ, ভাঙ, ভাঙ, ভাঙ
লোহাৰ শিকলি ভাঙ
চিঙ, চিঙ, চিঙ, চিঙ
শুন মুকুতিৰ সুৰুযৰ আহ্বান
হালোৱা, হজুৱা, হেৰ যুঁজৰ কিষাণ
মুক্তিমান, মুক্তিমান, মুক্তিমান।

আৰু এনে তীব্ৰ সংগ্ৰামী চেতনা সম্পন্ন, বৈপ্লৱিক আদৰ্শৰে উদ্বুদ্ধ ৰাভাদেৱক ৰাজনৈতিক ভাবে কোনো বিশেষ সংগঠন বা আদৰ্শৰ মাজত আবদ্ধ কৰিব পাৰিনে নোৱাৰি সেইটো এটা বিতৰ্কৰ বিষয় হৈ পৰিছে। সেয়ে বোধহয় বিভিন্নজনৰ দৃষ্টিত ৰাভাদেৱৰ ব্যক্তিত্বৰ এই দিশটো বিভিন্ন ৰূপত ধৰা দিছে—যেনে সাম্যবাদী আন্দোলনৰ নেতা, সৈনিক শিল্পী বা সাংস্কৃতিক বিপ্লৱী। এই প্ৰসঙ্গত এজন সমালোচকৰ এষাৰ উক্তি প্ৰণিধান-যোগ্য —ৰাভা প্ৰতিভা গভীৰ অৰণ্য বা নিৰ্জন প্ৰান্তৰত জন্ম গ্ৰহণ কৰা বা উদ্ভূত প্ৰতিভা নহয়। পূৰ্ব্বাঞ্চলৰ জনসাধাৰণেই ৰাভাৰ বাবে প্ৰসাৰিত মাটি আৰু গভীৰ আত্মাৰ ভিতৰেদি তেওঁৰ প্ৰতিভা বিকশিত হৈছিল। ভাৰতবৰ্ষৰ সোণহালধীয়া মাটিত বৃটিছ সাম্ৰাজ্যবাদ তথা দেশীয় শোষকসকলৰ ধাৰাবাহিক উৎপীড়ন জৰ্জৰিত, লুণ্ঠিত ভাৰতীয় জনসাধাৰণেই ৰাভা প্ৰতিভাৰ জন্ম দিছিল। ...... ৰুচ বিপ্লৱত বলচেভিক দলে যিদৰে পাইছিল গৰ্কীক, চীনবিপ্লৱত যিদৰে পাইছিল লু-চুনক, তেনেদৰে ভাৰতবৰ্ষৰ সাম্যবাদী আন্দোলনত সাম্যবাদী দলে পূৰ্বাঞ্চলত পাইছিল কমৰেড্ ৰাভাক। কিন্তু ভাৰতীয় সাম্যবাদী আন্দোলনৰ একাবেকা ইতিহাসে গৰ্কী বা লু-চুনৰ দৰে ৰাভাকো সমুজ্জল চৰিত্ৰ বিশিষ্ট কৰিব নোৱাৰিলে। উত্তৰ পুৰুষৰ বাবে ই এফালে যিদৰে আক্ষেপৰ বিষয়—এই উক্তিৰ তাৎপৰ্য্য এইয়ে যে সাম্যবাদী আন্দোলনৰ লগত এটা সময়ত জড়িত হৈ পৰা ৰাভাক ৰুচবিপ্লৱৰ স্ৰষ্টা গৰ্কী বা চীনবিপ্লৱৰ স্ৰষ্টা লু-চুনৰ দৰে সামগ্ৰিক ভাবে ভাৰতীয় সাম্যবাদী আন্দোলনৰ এজন প্ৰধান প্ৰবক্তা বুলি চিহ্নিত কৰিব নোৱাৰি। সেইদৰে ৰাভাদেৱৰ

একালৰ এজন ৰাজনৈতিক সহকৰ্মীৰ অভিমতো এই প্ৰসঙ্গত উল্লেখযোগ্য। তেওঁ লিখিছে—

"বিষ্ণুৰাভাই নিজেই ৰাজনৈতিক কাৰ্য্যকলাপতকৈ কলা কৃষ্টিৰ চৰ্চ্চাতেই জীৱনৰ অধিক সময় কটাইছিল। সমাজ চিন্তা আৰু বিকাশৰ পদ্ধতি সম্পৰ্কে গভীৰ মনযোগ দিয়া নাছিল। সমাজৰ বৈপ্লৱিক পৰিবৰ্তনৰ প্ৰয়োজন বোধত মাৰ্ক্সীয় পথ গ্ৰহণ কৰিছিল— কিন্তু ইয়াৰ বাস্তবায়নত নিজৰ ভূমিকা আৰু গধুৰ দায়িত্বৰ ওপৰত প্ৰয়োজনীয় গুৰুত্ব আৰোপ কৰিব পৰা নাছিল—"[সৈনিক শিল্পী বিষ্ণুৰাভা : ডঃ হীৰেণ গোহাঁই গ্ৰন্থ দ্ৰষ্টব্য] স্বাভাৱিকতে বস্তু-নিষ্ঠ বিচাৰত (Objective Analysis) ৰাভাদেৱৰ ৰাজনৈতিক ব্যক্তিত্বৰ দুমুখীয়া দিশটোৱেই প্ৰতীয়মান হয়। ৰাভাদেৱৰ ব্যক্তিত্বৰ এই দিশ্‌টো তেওঁৰ বিপ্লৱী জীৱনৰ আন এজন সহকৰ্মী নিৰঞ্জন সেনগুপ্ত ডাঙৰীয়াই স্পষ্টভাৱে উল্লেখ কৰি অভিমত দিছে—"তেওঁ দুজন বিষ্ণুৰাভাক চিনি পাইছিল, এজন বিষ্ণুৰাভাই গান গায়, ৰচনা কৰে, হোহোকৈ হাঁহে। আনজনে মোনাৰ ভিতৰত ষ্টেনগান লৈ কৃষক বিদ্ৰোহৰ সংগঠন গঢ়ে।" এনেদৰেই এটা ৰাজনৈতিক দলৰ বিশিষ্ট সদস্য ৰূপে বিধান সভাৰ মজিয়াত প্ৰবেশ কৰা ৰাভাদেৱৰ ৰাজনৈতিক ব্যক্তিত্বৰ আন দিশটোও সমানেই সমুজ্জ্বল হৈ সমালোচক বা সহযোগীৰ দৃষ্টিত ধৰা নপৰাকৈ থকা নাই। অৰ্থাৎ এহাতে যেনেকৈ ৰাভা হৈ পৰিছিল সন্ত্ৰাসবাদী বিপ্লৱী আনহাতে তেনেকৈ আছিল সাহিত্য-কলা-সংস্কৃতিৰ এজন মহান পূজাৰী।

•

খ্যাতনামা কৃষ্ণাঙ্গ গীতিকাৰ, সুৰকাৰ প'লৰবচনে কৈছিল— 'My song is my weapon.' অৰ্থাৎ মোৰ গানেই মোৰ অস্ত্ৰ। বিষ্ণুৰাভাৰ ক্ষেত্ৰতো তেওঁৰ সমস্ত সাহিত্য সৃষ্টিয়েই ধ্বংস আৰু ন-সৃষ্টিৰ বাবে ব্যৱহৃত এপাট অস্ত্ৰ বুলি কব পাৰি যিটো কথা জ্যোতিপ্ৰসাদৰ ক্ষেত্ৰতো সমানেই প্ৰযোজ্য। জ্যোতি-প্ৰসাদৰ গীত আৰু কবিতাত মূৰ্ত্ত হোৱাৰ দৰে ৰাভাৰ গীত-কবিতা সমূহত গতি আৰু পোহৰৰ প্ৰতি এক দুৰ্বাৰ আকৰ্ষণ দেখা যায়। জ্যোতিপ্ৰসাদে লিখিছিল—

আন্ধাৰত তই থাকিবি কিমানো
জগত পোহৰ হ'ল
জগতত সোৰা জ্ঞান বিয়পিছে
তোৰ দুৱাৰ বন্ধ হ'ল।

জ্যোতিপ্ৰসাদৰ আকাঙ্ক্ষিত এই পোহৰ বা 'জ্যোতি'ৰ প্ৰত্যাশাত ৰাভাইয়ো লিখিছিল—

আহা জ্যোতি
দিয়া জ্যোতি
তোমাৰ জ্যোতিত কৰি স্নান
অগ্ৰবালা সতে হও আমি জ্যোতিষ্মান।

সেইদৰে 'পোহৰ' বিচাৰি ফুৰা এই সংস্কৃতিৰ পূজাৰীজন কেতিয়াবা ভাৱভাষাত 'ৰোমাণ্টিক' ধৰ্মীও হৈ পৰিছিল -

মোৰ জীৱনৰে আকাশতে
ইন্দ্ৰধনু গঢ়িম,
সাত ৰঙৰ মিনা কৰাই
মৰমেৰে তৰিম।

কিন্তু 'জীৱন আকাশত ইন্দ্ৰধনু গঢ়া'ৰ এনে আকাঙ্ক্ষা 'ৰোমাণ্টিক' কবিৰ দৰে কেৱল কল্পনাবিলাস বুলি কব পাৰিনে? বৈপ্লবিক আদৰ্শবাদৰ কবি শ্যেলীৰ দৰে 'শূন্যতে দেউকা কোবোৱা নিষ্ফল দেৱদূতৰ' (An ineffectual angel beating his uminous wings in void) দৰে বিষ্ণুৰাভাৰ ভাবাদৰ্শ বাস্তৱ বিবৰ্জিত আছিলনে? এই প্ৰশ্নৰ উত্তৰ নিশ্চিত ভাৱেই নেতিবাচক হ'ব। কাৰণ প্ৰবল আশাবাদী ৰাভাই বাস্তৱত ৰূপায়ণ কৰিব নোৱাৰা আকাঙ্ক্ষাবোৰ পৰজন্মত পূৰণ কৰাৰ আশাৰেও গাইছিল—

পৰজনমৰ শুভ লগণত
যদিহে আমাৰ হয় দেখা
পূৰাবানে এই জনমৰ
মোৰ হিয়াৰ অপূৰ্ণ আশা।

অৱশ্যে ৰাভাদেৱৰ 'অপূৰ্ণ আশাবোৰৰ' কথা উল্লেখ প্ৰসঙ্গত তেওঁৰ একান্ত ব্যক্তিগত আশা-আকাংক্ষাবোৰৰ কথা ধৰা হোৱা নাই, সামগ্ৰিক ভাবে সমসাময়িক জীৱনবোধ আৰু সমাজচেতনাৰ দ্বাৰা উদ্বুদ্ধ তেওঁৰ ভাবাদৰ্শৰ কথাকেই বুজোৱা হৈছে।

এনেদৰেই সাহিত্য-কলা-সংস্কৃতিৰ প্ৰতি ৰাভাদেৱৰ বৈপ্লৱিক দৃষ্টিভঙ্গীৰ সম্যক আভাস আমি পাওঁ। এই প্ৰসঙ্গতে সমাজ জীৱনৰ লগত সাহিত্য-সংস্কৃতিৰ সম্পৰ্কৰ বিষয়ে আলোচনাৰ প্ৰয়োজন আহি পৰে। সময়ৰ অগ্ৰগতি আৰু সমাজ জীৱনৰ পৰিৱৰ্তনৰ লগে লগে সাহিত্য সংস্কৃতিৰো গতি সলনি হয়। বিশেষকৈ শ্ৰেণীবিভক্ত সমাজ ব্যৱস্থাৰ মাজত সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত শ্ৰেণীচেতনা (class consciousness) প্ৰসাৰিত নোহোৱাকৈ নেথাকে। সাম্যবাদী বা সমাজবাদী সমাজ ব্যৱস্থাৰ বাহিৰেও ধনতান্ত্ৰিক সমাজ ব্যৱস্থাতো এনে চেতনা অনুপস্থিত বুলি কব নোৱাৰি। গতিকে এনে পৰিৱৰ্তিত পৰিস্থিতিত কলাৰ বাবে কলা (Art for Art's sake) আদি বিমূৰ্ত ধ্যান-ধাৰণা সমাজ জীৱন বা জনজীৱনৰ বাবে অপ্ৰয়োজনীয় হৈ পৰিব পাৰে আৰু ইয়াৰ বিপৰীতে 'জীৱনৰ বাবে কলা' (Art for life's sake) আদি ধাৰণাই অগ্ৰাধিকাৰ লাভ কৰাটোত হয়তো অস্বাভাৱিকতা নেথাকে। বিষ্ণু ৰাভাৰ সমস্ত সাহিত্য কৰ্ম আৰু দৃষ্টিৰ মাজত এনে এটা নতুন বা অগতানুগতিক দৃষ্টিভঙ্গী প্ৰতিভাত হয়। কেৱল কলা-কৃষ্টিৰ বাবেই নহয়, সমাজ জীৱন বা জনজীৱনৰ বাবেই যেন তেওঁৰ সমস্ত সাহিত্য কৰ্ম উৎসৰ্গীত হৈছিল। খ্যাতনামা বিপ্লৱী চিন্তা-নায়ক পাবলো নেৰুদাই সাহিত্য আৰু জীৱন সম্পৰ্কে অভিমত ব্যক্ত কৰি লিখিছে—'সাম্প্ৰতিক বছৰবোৰত আমাৰ লেটিন আমেৰিকাত অসাধাৰণ ভাবে গুৰুত্বপূৰ্ণ ঘটনা এটা ঘটি আছে। কলা বিশেষকৈ চিত্ৰশিল্প আৰু সাহিত্য হৈ পৰিছে আমাৰ জনতাৰ জীৱন আৰু ভাগ্যৰ সতে গভীৰ ভাবে জড়িত। চিত্ৰ কলাই—সৰ্বোপৰি অনিন্দসুন্দৰ মেক্সিকোৰ প্ৰাচীৰ চিত্ৰই অতি সুন্দৰ ভাবে সত্য আৰু ইতিহাসৰ কতৃত্ব বহন কৰিছে। সাহিত্য, বিশেষকৈ উপন্যাসে জনজীৱনৰ ওচৰ চাপিছে······। কিছু কিছু

ক্ষেত্রত জর্জ আমাদো, মেন চিচিডৰ বা বোমেলো গালেগাচৰ ক্ষেত্রত হোৱাৰ দৰে আমাৰ জনমানসত শিপাবলৈ লোৱা এই সাহিত্যই মুক্তিৰ পথলৈ আঙুলিয়াই দিবলৈ সমৰ্থ হৈছে।' এনে এটা মনোভাবেৰে উদ্বুদ্ধ হৈয়ে যেন জাতীয় কলা-সংস্কৃতিৰ বিকাশ, প্ৰগতি আৰু প্ৰসাৰৰ বাবেই ন-সৃষ্টিৰ প্ৰতিশ্ৰুতিৰে পোহৰৰ ফালে গতি কৰিছিল ৰাভাদেৱৰ সমস্ত সৃষ্টি।

অসমীয়া সাহিত্য-কলা-সংস্কৃতি সম্পৰ্কে আজিলৈকে বহুল ভাবে বা বিস্তৃত আলোচনা হৈছে আৰু হৈয়ে আছে। তথাপিও প্ৰাচীনতম অসমীয়া সংস্কৃতিৰ উৎস বা চালিকা শক্তিৰ বিষয়টোৰ আলোচনা এতিয়াও গুৰুত্বপূৰ্ণ বা প্ৰয়োজনীয় হৈ ৰৈছে বিশেষকৈ আমাৰ সমকালীন আৰ্থসামাজিক তথা ৰাজনৈতিক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত। আনহাতে মাৰ্ক্সীয় দৰ্শনৰ আধাৰত সমাজৰ গাঠনি বা উৰ্ধগাঠনি (superstructure) আৰু সাহিত্য সংস্কৃতিৰ লগত ইয়াৰ সম্পৰ্কৰ আলোচনা প্ৰসঙ্গত এষাৰ কথা উল্লেখ কৰা হৈছে এনেদৰে— সকলো সামাজিক গাঠনিৰে, সংশ্লিষ্ট উৰ্ধগাঠনিৰ ভেটি থাকে। যেনেকৈ সামন্তবাদী সমাজ ব্যৱস্থাৰ স্বকীয় উৰ্ধগাঠনিৰ ভেটি থাকে আৰু যাৰ ওপৰত ৰাজনৈতিক, আইনৰ বিধি আদি অন্যান্য ক্ষেত্ৰ গঢ় লয় তেনেদৰে ধনতান্ত্ৰিক বা সমাজবাদী সমাজ ব্যৱস্থাতো স্বকীয় উৰ্ধগাঠনিৰ ভেটি নিৰ্ণয় হয়। [Every basis has its own corresponding superstructure. The basis of the Feudal system has its own superstructure, its political, legal and other views and the corresponding institution. The capitalistic basis has its own superstructure, so has the socialist basis.] অৱশ্যে মাৰ্ক্সীয় দৰ্শনৰ মতে উৎপাদন ব্যৱস্থাৰ বিৱৰ্তনৰ লগতহে সমাজ ব্যৱস্থাৰ ৰূপান্তৰ ওতঃপ্ৰোতঃ ভাবে জড়িত আৰু এই উৎপাদন ব্যৱস্থাৰ পৰিৱৰ্তনেই সমাজ ব্যৱস্থাৰ পৰিৱৰ্তনৰ নিৰ্ণয় সূত্ৰ। অৰ্থাৎ সমাজৰ অৰ্থনৈতিক অৱস্থাটোৱেই হ'ল সমাজৰ গাঠনি বা বুনিয়াদ। আৰু উৎপাদনৰ লগত প্ৰত্যক্ষ সম্পৰ্ক থকা শ্ৰমিক, মজদুৰ শ্ৰেণীটোৱেই এই অৰ্থনৈতিক বুনিয়াদটো সংৰক্ষিত কৰে।

আৰু এই অৰ্থনৈতিক বুনিয়াদটোৰ ওপৰতে গঢ় উঠে শিল্প-কলা-সাহিত্য-সংস্কৃতিৰ উৰ্ধ্বগাঠনিৰ ভেটি—"Art and literature are the superstructure built on definite economic basis." মাৰ্ক্সীয় দৰ্শনৰ এই সূত্ৰ অনুযায়ী আমাৰ প্ৰচলিত সমাজ ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত সাহিত্য সংস্কৃতিৰ উৰ্ধ্ব-গাঠনি নিৰূপন কৰিব বিচৰাটো অযুক্তিকৰ বা বিতৰ্কমূলক হব পাৰে। তথাপি নিবন্ধটোৰ বিষয়বস্তুৰ পৰিপ্ৰেক্ষিতত অসমৰ সমাজ জীৱন তথা সাহিত্য সংস্কৃতিৰ গাঠনি বা ভেটিৰ প্ৰশ্নটো এৰাই যাব নোৱাৰি। এই সন্দৰ্ভত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ অভিমত প্ৰণিধানযোগ্য। তেওঁ লিখিছে—"সংস্কৃতিক যদি এটা ত্ৰিভুজ আকাৰত লোৱা হয়, তেন্তে দেখা যাব সি ওপৰলৈ উঠাৰ অনুপাতে তাৰ গুৰিতো বহলাব লাগিব। তেহে সি এটা শক্তিশালী গাঠনি হিচাবে তিষ্ঠিব পাৰিব। মানৱ সংস্কৃতিৰ উচ্চতা বিকাশ হয় মানৱ মনীষা, প্ৰতিভা, কল্পনা, মেধাসম্পন্ন মনটোৰ মাজেদি আৰু ব্যাপকতা বিকাশ হয় জনতাৰ মাজত।" অৰ্থাৎ জ্যোতিপ্ৰসাদৰ ধাৰণাত জনজীৱন বা গণভিত্তিৰ বহল পৰিধিৰ ওপৰতহে সাহিত্য-সংস্কৃতিৰ উৰ্ধ্বগাঠনি বা শিখৰটো (superstructure) গঢ় উঠিব পাৰে। আৰু এই সন্দৰ্ভত জ্যোতিপ্ৰসাদ আৰু বিষ্ণুৰাভাৰ মতাদৰ্শ প্ৰায় একেই বা অভিন্ন বুলিয়েই কব পাৰি। কাৰণ অসমৰ সৰ্বসাধাৰণ মানুহৰ মাজতেই বিষ্ণুৰাভাইয়ো অসমীয়া কলা-সংস্কৃতিৰ উৎস বিচাৰি পাইছিল। 'অসমীয়া কৃষ্টিৰ চমু আভাস' গ্ৰন্থখনত তেওঁ লিখিছে—"কিন্তু এই কৃষ্টি, সংস্কৃতি আৰু সভ্যতা ধনী অসমীয়াৰ হাতত নাই, আছে অসমীয়া গাঁৱলীয়া হিয়াৰ অন্তঃস্থলত। অসমীয়া কৃষ্টি, সংস্কৃতি আৰু সভ্যতা নিৰ্যাতিত, নিষ্পেষিত, দুখীয়া গাঁৱলীয়া, কৃষক-বনুৱা অসমীয়াইহে আজিও অৱহেলিত ভাবে জীয়াই ৰাখিব পাৰিছে, যিবিলাকেৰে আজিও আমি গৌৰব কৰিব পাৰো। গতিকে অসমীয়া জাতিৰ মূল্যবান এই হোজা, দুখীয়া, গাঁৱলীয়া অসমীয়াৰ হাততহে।" বৃহৎ অসমীয়া সমাজৰ এই অৱহেলিত আৰু অনাদৃত জনগোষ্ঠীটোৰ প্ৰতি থকা ৰাভাদেৱৰ অনুকম্পা আৰু আন্থাৰ

মনোভাৱ তেওঁৰ এখন গল্প সংকলন 'সোণপাহি'ৰ পাতনিত প্ৰকাশ পাইছে। ইয়াত তেওঁ লিখিছে—"জনতা অফুৰন্ত কলা শিল্পৰ ভঁড়াল। সেই জনতা, সেই ৰাইজৰ সান্নিধ্য লাভ, তেওঁলোকৰ হিয়াৰ এফাল, বুকুৰ জীউ, কলিজাৰ আমঠু হৈ তেওঁলোকৰ চেনেহ মৰমৰ হিয়া সাগৰত বুৰ মাৰি মই শিল্প সৰস্বতীক লাভ কৰিছো।" এনে ধৰণৰ অভিমত আৰু আন বক্তব্য সমূহৰ পৰা স্পষ্ট ভাবে প্ৰতীয়মান হয় যে যুগ যুগ ধৰি নিজস্ব প্ৰাপ্যৰ পৰা বঞ্চিত, শোষিত এই বৃহৎ জনগোষ্ঠীটোৰ সামাজিক তথা অৰ্থনৈতিক জীৱনৰ মানদণ্ডৰ ওপৰতে জাতীয় সংস্কৃতিৰ বিকাশ আৰু প্ৰগতিৰ প্ৰশ্নটো ওতঃপ্ৰোতঃ ভাবে জড়িত বুলি বিষ্ণুৰাভাই দৃঢ় ভাবে বিশ্বাস কৰিছিল। সেয়ে বোধহয় সৰ্বসাধাৰণ মানুহৰ আৰ্থ সামাজিক দিশটোৰ পৰিবৰ্তন সাধন কৰিবৰ বাবেই এক সাংস্কৃতিক বিপ্লৱৰ (Cultural Revolution) সূচনা কৰিবলৈ তেওঁ সকলোকে আহ্বান জনাইছিল। প্ৰকৃততে বিষ্ণুৰাভাৰ সমগ্ৰ ৰচনাৱলী যেনে—মৰণ নৈৰ সিপাৰে, শকুন্তলা, মুক্তিদেউল, সপোন-কুঁৱৰী আদি নাটিকা, সোণপাহি, লখিমী কুঁৱৰী, অজগৰ কুঁৱৰী, কপাল, মিচিং কনেং আদি গল্প-উপন্যাস ; মুক্তিস্নান, জনতালৈ জ্যোতিপ্ৰসাদ, কাৰবালা, নাৰী-নৰ, আমি যুঁজ দিম আদি কবিতা; কলা আৰু কলাকাৰ, ভাৰতীয় সঙ্গীত কলাৰ ভূমিকা, অসমীয়া কৃষ্টিৰ চমু আভাস, বজ্ৰানৰ বিলুপ্ত কাহিনী, চিফুং বাঁহীৰ সুৰ, বুঢ়া লুইতৰ বিননি, ৰবীন্দ্ৰ প্ৰতিভাৰ জিলিকনি, বানেকেবাং, বোৰতি সূঁতি, বৃহত্তৰ অসমৰ কল্পনা আদি ৰচনা আৰু শতাধিক গীত—এই সকলোবোৰৰে উদ্দেশ্য আছিল জনগণক সচেতন আৰু জাগ্ৰত কৰি সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত এক নতুন প্ৰবাহৰ সৃষ্টি কৰা।

উল্লেখযোগ্য যে জাতীয় সংস্কৃতিৰ উন্নয়নৰ প্ৰশ্নটোৰ লগত সৰ্বসাধাৰণ মানুহৰ জীৱন নিৰ্বাহৰ বা সামাজিক অৱস্থাৰ মানদণ্ডৰ প্ৰশ্নটো প্ৰত্যাখ্যান কৰিব নোৱাৰি। কোনো ধৰ্মমূল বা নিৰ্দিষ্ট ৰাজনৈতিক মতাদৰ্শৰ পৰা বিবেচনা নকৰিলেও সমাজ বাস্তৱতা বা প্ৰচলিত সামাজিক অৱস্থাৰ দিশৰ পৰাই বিষয়টোৰ গুৰুত্ব অস্বীকাৰ কৰিব নোৱাৰি বিশেষকৈ অসমৰ দৰে বিভিন্ন ঐতিহ্য পৰম্পৰাবাহী জনগোষ্ঠীৰে অধ্যুসিত অনগ্ৰসৰ ৰাজ্য এখনত।

গতিকে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ এক দ্ৰুত আৰু স্থায়ী বিকাশৰ পৰিবেশ গঢ়ি তুলিবলৈ বা জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে উল্লেখকৰাৰ দৰে ইয়াৰ উৰ্ধগাঠনিৰ ভেটিটো প্ৰসাৰিত কৰিবলৈ বৰ্তমান সমাজ ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত সাহিত্য-কলা-সংস্কৃতিৰ দিশত পৰিবৰ্তনৰ প্ৰয়োজনীয়তাও নুই কৰিব নোৱাৰি। পৰম্পৰাগত সমাজ ব্যৱস্থাৰ মাজত ৰাজনৈতিক সংকট বা অৰ্থনৈতিক বৈষম্য, শোষণৰ ফলত আৰু আনুষঙ্গিক কাৰণত সমগ্ৰ দেশখনতে বিভিন্ন জাতি, উপজাতি আৰু ভাষিক বা ধৰ্মীয় গোষ্ঠীসমূহৰ ভাষা-সাহিত্য-সংস্কৃতি তথা অস্তিত্ব সংৰক্ষণ বা বিকাশৰ আহুকলীয়া সমস্যা এটা মূৰ ডাঙি উঠিছে দেশখনে স্বাধীনতা লাভ কৰাৰ দুকুৰি বছৰ পাৰ হৈ যোৱাৰ পিচতো। গতিকে এনে এটা জটিল পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত এক সঙ্ঘবদ্ধ সৰ্বাত্মক জাতীয় ঐক্য আৰু সমন্বয়ৰ (Integration) প্ৰয়োজনো ব্যাপক ভাবে অনুভৱ কৰা হৈছে। ধৰ্ম, ভাষা, সাহিত্য, সংস্কৃতিৰ নামত খণ্ড বিখণ্ড বা বিভক্ত হৈ জাতিগত বা গোষ্ঠীগত সমস্যা সমূহৰ সমাধান পোৱাৰ সম্ভাৱনা সুদূৰ পৰাহত। সাম্প্ৰতিক কালৰ ৰাষ্ট্ৰীয় বা আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত সংঘটিত হোৱা ধৰ্মীয় বা ভাষিক বা সাংস্কৃতিক সমস্যা জনিত ঘটনা সমূহে এনে এটা কথাকে সাব্যস্ত কৰিছে। তদুপৰি এনে এটা সংকীৰ্ণ মনোভাবে জাতিগত বা গোষ্ঠীগত ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ আৰু প্ৰগতিৰ পৰিৱৰ্তে এক স্থবিৰ আৰু পশ্চাদগামী অৱস্থাৰ সৃষ্টি নকৰাকৈ থকা নাই। উদাহৰণস্বৰূপে যদিও বৰ্তমান ভাৰতবৰ্ষৰ বিভিন্ন জাতি-উপজাতিৰ একাংশই তেওঁলোকৰ নিজস্ব ভাষা-সাহিত্য-সংস্কৃতিৰ পুনৰুত্থানৰ প্ৰচেষ্টাৰে আন্দোলনমুখী বা বিছিন্নতাবাদী কাৰ্য্যব্যৱস্থাত প্ৰবৃত্ত হৈছে তথাপি তেওঁলোকৰ ভাষা-সাহিত্য-সংস্কৃতিয়ে প্ৰত্যাশিত বিকাশ আৰু অগ্ৰগতি লাভ কৰিব পাৰিছেনে? বৰং বিভিন্ন ক্ষেত্ৰত দেখা গৈছে যে এনে ভাষা-ভাষী লোক সকলে সুপ্ৰতিষ্ঠিত বা সংগঠিত আন্তঃৰাষ্ট্ৰীয় ভাষা বা ৰাষ্ট্ৰীয় ভাষাকে ব্যৱহাৰিক ক্ষেত্ৰত গ্ৰহণ কৰিব লগা হৈছে। অলপতে প্ৰকাশিত ভাষাবিদ সকলৰ এক সমীক্ষাৰ পৰা জানিব পৰা যায় যে দক্ষিণ বিহাৰৰ প্ৰায় দুহেজাৰ

বহুৰৰ ঐতিহ্য সম্পন্ন প্ৰাচীন দ্ৰাবীড় গোষ্ঠীৰ মাল্টো (Malto) ভাষা আৰু প্ৰাচীনতম চাঁওতালী ভাষা (Santhali) সমগ্ৰ আৰু সভ্যতাৰ লগে লগে লুপ্ত প্ৰায় হৈছে। তথাপি এই ভাষা-ভাষী লোক সকলেও শেহতীয়াকৈ তেওঁলোকৰ ভাষা-সংস্কৃতি সম্পৰ্কেও উষ্মা প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছে। তদুপৰি দেশখনৰ আন আন প্ৰান্তত সংঘটিত হোৱা সাম্প্ৰদায়িক সংঘৰ্ষ, ধৰ্মীয় পুনৰুত্থানবাদী, উগ্ৰজাতীয়তাবাদী সংৰক্ষণশীল মনোভাবেৰে অসমীয়া জাতি গঠনৰ ঐতিহাসিক প্ৰক্ৰিয়াক ত্বৰান্বিত কৰিবও নোৱাৰি বা এক পক্ষীয় বিচাৰ আৰু সংকীৰ্ণ দৃষ্টিভঙ্গীৰে সংস্কৃতিৰ সমন্বয়ৰ ভেটিও সুদৃঢ় কৰিব নোৱাৰি। আগতেই উল্লেখ কৰি অহাৰ দৰে জ্যোতিপ্ৰসাদ বা বিষ্ণুপ্ৰসাদৰ ধাৰণাত সভ্যতা-সংস্কৃতিৰ বিকাশৰ চালিকা শক্তি হৈছে সৰ্বসাধাৰণ মানুহ। গতিকে এই বৃহৎ সংখ্যক মানুহৰ ঐক্যবিৰোধী শক্তি সমূহৰ কাৰ্য্য ব্যৱস্থা প্ৰতিহত কৰিব নোৱাৰিলে আমাৰ জাতীয় সাহিত্য-সংস্কৃতিৰ পৰিধি সুদৃঢ় বা বিশাল কৰি তোলাটো প্ৰায় অসম্ভৱ হব। গতিকে ঐক্য, সংহতিৰ ইতিবাচক পথেৰে আগবাঢ়িবলৈ হ'লে বিষ্ণুৰাভা দেৱৰ জীৱনাদৰ্শৰ পৰাই আমি পথ নিৰূপন কৰিব লাগিব কাৰণ তেৰেঁই আছিল অসমীয়া কলা-সাহিত্য-সংস্কৃতি তথা জাতীয়তাবাদৰ সমন্বয়ৰ প্ৰতীক। ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় আদৰ্শৰ আলোচনা প্ৰসঙ্গত সাম্প্ৰতিক কালৰ এজন বিশিষ্ট ঐতিহাসিক চিন্তাবিদ আৰ্নল্ড টইনবিয়ে লিখিছিল—"ভাৰতবৰ্ষৰ 'অনৈক্যৰ মাজত ঐক্য' বা বিভিন্নতাৰ মাজত একতাৰ আদৰ্শ সমগ্ৰ বিশ্বৰ বাবে এক বহুমূলীয়া আদৰ্শ হোৱা উচিত। পুনৰ উল্লেখ নকৰি নোৱাৰি যে যদিও আমি বৰ্তমান আমাৰ মাজত শাৰীৰিক ব্যৱধান সম্পূৰ্ণভাবে হ্ৰাস কৰা এক বিশেষ 'যান্ত্ৰিক যুগত' অৱস্থান কৰিছো তথাপি মানসিক ভাবে বা মনস্তাত্ত্বিক কাৰণত আমি আমাৰ বিভিন্নতা সম্পৰ্কে অতিশয় সচেতন হৈ নিজৰ ভিতৰতে আচহুৱা হৈ পৰি নিজৰ মাজত এক সংশয় আৰু বিদ্বেষৰ ভাব সৃষ্টি কৰিছো। এনেদৰে, আমাৰ ধ্বংসৰ বাবে আমি নিজেই প্ৰস্তুত হৈছো।" [This Indian apprecia-

tion of variety is an object lesson of immense value for the rest of the world of our time. I will venture to repeat, just once more, a point that I have kept on making. We are living in an age in which technology has suddenly 'annihilated distance.' Physically we are now all neighbours, but psychologically we are still strangers to each other. We have never been so conscious of our variety as we are now that we have come to such close quarters. How are we going to react ? Are we going to let this consciousness of our variety make us fear and hate each other ? [Ref. : India's contribution to world unity : Azad Memorial Lectures by Arnold Toynbee] সমগ্ৰ মানৱজাতিৰ এটা সংকটপূৰ্ণ সন্ধিক্ষণত আন্তঃৰাষ্ট্ৰীয় সম্প্ৰীতি আৰু সংহতিৰ বাবে ভাৰতৰ ৰাষ্ট্ৰীয় আদৰ্শ যেনেদৰে তাৎপৰ্য্যপূৰ্ণ হৈ পৰিছে তেনেদৰে আমাৰ জাতীয় সংহতি আৰু সম্প্ৰীতিৰ বাবে বিষ্ণু-ৰাভাৰ ভাবাদৰ্শ আৰু কৰ্মৰাজিও সিমানেই গুৰুত্বপূৰ্ণ হৈ পৰিছে।

বিষ্ণুৰাভাই এটা যাযাবৰী জীৱন-যাপন কৰিছিল। তেওঁৰ এটা সুসংহত সমাজ বা সাংসাৰিক জীৱন নাছিল। তথাপি এই বিক্ষিপ্ততা আৰু বিচ্যুতিৰ মাজতো তেওঁ আছিল প্ৰবল আশাবাদৰ এটা স্তম্ভ। তেওঁৰ ব্যক্তিত্ব আৰু লেখাসমূহত নৈৰাশ্যৰ ভাব ফুটি উঠা নাছিল। আৰু এই বলিষ্ঠ আশাবাদৰ বাবেই তেওঁ ব্যক্ত কৰিব পাৰিছিল এনেদৰে—

আজি প্ৰত্যেক অসমীয়াই সঙ্কল্প কৰা উচিত, অসমক মৰিবলৈ নিদিওঁ, অসমীয়া সংস্কৃতিক লুপ্ত হবলৈ নিদিওঁ। অসমৰ বুকুত বৈচিত্ৰ্যৰ মাজত ঐক্যৰ ডোলেৰে গুথি, দুনাই শক্তিশালী অসমীয়া জাতি গঢ়ো, শক্তিমান ন অসম গঢ়ি সমন্বিত শক্তিৰে সুন্দৰতম, ন অসমীয়া সংস্কৃতি ৰচো, সোণৰ অসম গঢ়ি আশাৰ ৰংঘৰ আকাংখাৰ কাৰেংঘৰ, কামনা-বাসনাৰ তলাতল ঘৰ সাজোঁ।

---

# 'মৃত্যুঞ্জয়' উপন্যাস আৰু ইয়াৰ ঔপন্যাসিক

মহাকবি মিল্টনে তেওঁৰ দৃষ্টিশক্তিহীনতাৰ বাবে আক্ষেপ কৰি এটা 'চনেট' লিখিছিল। ইয়াত তেওঁ ব্যক্ত কৰিছিল কেনেকৈ দৃষ্টিশক্তিৰ অভাৱৰ বাবেই ভগবান প্ৰদত্ত এক অমূল্য দান 'কাব্যপ্ৰতিভা'ৰ সমুচিত ব্যৱহাৰ কৰিব পৰা নাই। অৱশ্যে লগতে তেওঁ এইবুলিও সান্তনা লৈছিল যে তেওঁৰ দৰে এজন দৃষ্টি-হীনৰ পৰা সহৃদয় ভগবানে অধিক সেৱা (Service) নিবিচাৰে। অন্ধ কবি মিল্টনৰ এই আবেগ প্ৰকাশে সামগ্ৰিক ভাবে তেওঁৰ কলাত্মক দৃষ্টিভঙ্গীকে প্ৰকাশ কৰিছে। এই কবিজনাৰ ধাৰণাত তেওঁৰ 'কাব্যপ্ৰতিভা' ভগবান প্ৰদত্ত এক শক্তি আৰু 'কাব্য-ৰচনা' ভগবানৰ প্ৰতি আনুগত্য বা কৃতজ্ঞতা প্ৰকাশৰ এটা মাধ্যম মাত্ৰ। ইয়াৰ পৰা এটা কথা সাব্যস্ত হয় যে মিল্টন আৰু সমপৰ্য্যায়ৰ কবি-সাহিত্যিক সকলে কাব্য চৰ্চা বা সাহিত্য সাধনা এক আধ্যাত্মিক বা নৈতিক কৰ্তব্যহে বুলি বিবেচনা কৰিছিল। মুঠতে সাহিত্য সৃষ্টি বা সাধনাৰ লক্ষ্যৰ বিষয়ে ১৮ শতিকাৰ আগৰ ইংলণ্ডত গঢ়ি উঠা এটা সুনিৰ্দিষ্ট ধাৰণা বা অভিমত উপৰোক্ত আলোচনাৰ পৰা আমি অৱগত হওঁ। কিন্তু সাহিত্য সাধনা বা লক্ষ্য সম্পৰ্কে এটা সম্পূৰ্ণ বিপৰীত অভিমত ডাঙি ধৰিছে ১৮ শতিকাৰে এজন খ্যাতনামা ইংৰাজ চিন্তাবিদ ডঃ জনচনে। তেওঁৰ মতে সাহিত্য সৃষ্টি বা সাধনাৰ 'আধ্যাত্মিক লক্ষ্য' আত্ম-প্ৰতাৰণাৰ নামান্তৰ মাথোন আৰু কেৱল অসৎ প্ৰকৃতিৰ (Scoundrel) ব্যক্তিয়েহে আৰ্থিক বা বৈষয়িক লাভৰ কথা নভবাকৈ সাহিত্য সৃষ্টি বা সাধনা কৰিব পাৰে। ডঃ জনচনৰ এনে অভিমত বহুতেই অতি দুৰ্ভাগ্যজনক আৰু অপ্ৰত্যাশিত বুলি ভাবিছিল। কাৰণ আৰ্থিক লাভৰ কথা চিন্তা নকৰাকৈ কলাসাধনা বা সাহিত্য চৰ্চাত ব্ৰতী হোৱা অধিকাংশ লোকেই 'অসৎ প্ৰকৃতি'ৰ নহয় আৰু ডঃ জনচন নিজেই আছিল এনে এজন ব্যক্তি যি বৈষয়িক বা

অৰ্থনৈতিক সা-সুবিধা লাভৰ কথা নভবাকৈ এক মহান সামাজিক দায়িত্ব ৰূপে সাহিত্য চৰ্চ্চাত ব্ৰতী হৈছিল। তথাপি ডঃ জনচনৰ দৰে এজন ব্যক্তিয়ে এনে এটা বিতৰ্কমূলক অভিমত ব্যক্ত কৰিছিল। সাহিত্য সৃষ্টি বা কলা সাধনাৰ উদ্দেশ্য আৰু লক্ষ্য সম্পৰ্কে এনে বিপৰীতমুখী অভিমতে মূঠতে আন এটা গুৰুত্বপূৰ্ণ প্ৰশ্ন উত্থাপনৰ সুযোগ দিছে—এজন লেখকে লিখে কিয়? আৰু এনে এটা প্ৰশ্নৰেই উত্তৰ বিচাৰি উত্থাপন কৰিব লগীয়া প্ৰশ্ন হৈছে—বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ দৰে লেখকে লিখে কিয়? বা তেওঁৰ লেখাৰ উদ্দেশ্য বা লক্ষ্য কি? জ্ঞানপীঠ বঁটা বিজয়ী 'মৃত্যুঞ্জয়'ৰ ঔপন্যাসিকে গ্ৰন্থখন ৰচনা কৰোতে বিশেষ বঁটা বা পুৰস্কাৰ লাভৰ কথা চিন্তা কৰিছিল নেকি? (উল্লেখযোগ্য যে এই উপন্যাস-খনৰ প্ৰথম প্ৰকাশ হয় ১৯৭০ চনত আৰু জ্ঞানপীঠ বঁটা লাভ কৰে ১৯৭৯ চনত, প্ৰকাশৰ প্ৰায় দহবছৰৰ পিচত।) এই প্ৰশ্নৰ সমুচিত উত্তৰ হয়তো ঔপন্যাসিকে নিজেহে দিব পাৰিব। তথাপি আমাৰ ধাৰণাত বা লেখকে নিজে ব্যক্ত কৰা অভিমতৰ পৰি-প্ৰেক্ষিতত এই কথা কব পাৰি যে বঁটা বা পুৰস্কাৰ লাভৰ উদ্দেশ্য লৈয়ে 'মৃত্যুঞ্জয়' উপন্যাসখন ৰচনা হোৱা নাছিল। ঔপন্যাসিক জনৰ নিজৰ ভাষাত কবলৈ হ'লে—'সাহিত্য সৃষ্টিৰ উদ্দেশ্য বঁটা লাভ নহয়, ই এক সাধনা।' প্ৰকৃততে জ্ঞানপীঠ বঁটা কেবল 'মৃত্যুঞ্জয়' উপন্যাসৰ বাবেই নহয়, লেখকৰ সুদীৰ্ঘ সময়ৰ সাহিত্য সাধনাৰ এটা যথোপযুক্ত স্বীকৃতি বুলিহে আমি কব পাৰো। উল্লেখযোগ্য যে এই লেখকৰে আন এখন উপন্যাস 'ইয়াৰুইঙ্গমে' ১৯৬১ চনত সাহিত্য একাডেমী পুৰস্কাৰেৰে সন্মানিত হৈছিল।

সাম্প্ৰতিক কালত অসমত এক স্পষ্ট সামাজিক চেতনা আৰু এক অবিৰত সাধনাৰ মনোবৃত্তিৰে সাহিত্য সেৱা আৰু বৌদ্ধিক চিন্তা চৰ্চ্চাত ব্ৰতী হোৱা ব্যক্তি কেইজনৰ ভিতৰত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য অন্যতম। একেধাৰে কবি, ঔপন্যাসিক, সমালোচক আৰু সাংবাদিক ডঃ ভট্টাচাৰ্য্য অসমীয়া সাহিত্য জগতত এটা সুপৰিচিত নাম। সমসাময়িক সমাজ জীৱনৰ

বাস্তৱ চিত্র অংকণ, সংবেদনশীল মানৱতাবাদ, সামাজিক মূল্যবোধৰ সচেতন অনুধাৱণ, মাৰ্জিত ভাষা আৰু প্ৰকাশভঙ্গী তেওঁৰ লেখাসমূহৰ উল্লেখযোগ্য দিশ। সমাজবাদী ভাবাদৰ্শত বিশ্বাসী ব্যক্তিৰূপে তেওঁৰ সমাজবাদী চেতনা প্ৰায়বোৰ ৰচনাতে প্ৰকাশ পাইছে। তেওঁৰ ৰচিত প্ৰায় আঠাইকেইখন উপন্যাস, কেইবাটাও গল্প, আৰু কবিতাত এই চেতনাৰ প্ৰতিফলন দেখা যায়। বিশেষকৈ 'বিষ্ণুৰাভা, এতিয়া কিমান ৰাতি' কবিতা, ৰাজপথে ৰিঙিয়ায়, প্ৰতিপদ আদি উপন্যাস ভট্টাচাৰ্যদেৱৰ সমাজবাদী চেতনা আৰু ধ্যান-ধাৰণাৰ সম্যক নিদৰ্শন। তদুপৰি বিভিন্ন সংবাদ পত্ৰত প্ৰকাশিত তেওঁৰ লেখা, বিশেষভাৱে 'দৈনিক অসমৰ—সাম্প্ৰতিক সাময়িকী'ত প্ৰকাশ পোৱা বিভিন্ন প্ৰবন্ধ সমূহে তেওঁৰ গতিশীল চিন্তাধাৰাৰ পৰিচয় দিয়ে। প্ৰকৃততে তেওঁৰ এই বিভিন্ন গতিশীল চিন্তাধাৰাই যেন এক মূৰ্তমান ৰূপত প্ৰকাশ পাইছে 'মৃত্যুঞ্জয়' উপন্যাসখনত।

এই উপন্যাসখনৰ পটভূমি হৈছে বিয়াল্লিছ চনৰ ভাৰতবৰ্ষ তথা অসমৰ স্বাধীনতা আন্দোলনৰ এটা পৰ্য্যায়। ঔপন্যাসিকে নিজেই উল্লেখ কৰাৰ দৰে—"এই উপন্যাসখনত বৰ্ণোৱা ঘটনাৰ কাল ১৯৪২ চন। চৰিত্ৰ সমূহ কাল্পনিক। অৱশ্যে ইয়াত স্বাধীনতাৰ এই শেষ আন্দোলনৰ চিৰস্মৰণীয় ঘটনাৰ আভাস আৰু চিত্ৰন আছে—" সাম্ৰাজ্যবাদী বৃটিছ শাসকক পশ্চাদঘাতী সন্ত্ৰাসমূলক কাৰ্য্য পদ্ধতিৰে দেশৰ মাটিৰ পৰা বিতাৰিত কৰাৰ এক দুঃসাহসিক প্ৰচেষ্টাৰ আলেখ্য উপন্যাসখনত ডাঙি ধৰা হৈছে। উল্লেখযোগ্য যে সমগ্ৰ দেশখনৰ লগতে এই সীমান্তবৰ্তী ৰাজ্যখনতো স্বাধীনতা আন্দোলনৰ এটা পৰ্য্যায়ত সন্ত্ৰাসমূলক কাৰ্য্যৰ দ্বাৰা বিদেশী শাসন অন্ত পেলাবলৈ এটা প্ৰচেষ্টা চলিছিল। বিশেষকৈ নগাঁও জিলাৰ ডিগাৰু অঞ্চলত বিপ্লৱৰ চেতনাই ব্যাপকতা লাভ কৰি এক সন্ত্ৰাসবাদী সংগ্ৰামী চেতনালৈ ৰূপান্তৰিত হৈছিল। ইতিমধ্যে আন্দোলনৰ ঢৌ বিয়পি পৰা কামৰূপৰ অঞ্চলৰ এজন নেতাৰ নিৰ্দেশত কামৰূপৰ তিনিজন,

বহা অঞ্চলৰ তিনিজন আৰু মায়ং অঞ্চলৰ পাঁচজন সংগ্ৰামীৰ সক্ৰিয় সহযোগত সংঘটিত কৰা হৈছিল এক গুৰুত্বপূৰ্ণ ৰেল দুৰ্ঘটনা। ডিগাৰু অঞ্চলত মিলিটেৰী যোগান বিপৰ্যস্ত কৰিবৰ বাবেই প্ৰধানতঃ এই দুৰ্ঘটনাৰ পৰিকল্পনা কৰা হৈছিল। আৰু এই দুৰ্ঘটনাত পতিত হোৱা গাড়ীখন আছিল বৃটিচ চৰকাৰৰ সৈন্যবাহী ৰেলগাড়ী। এই ৰেল দুৰ্ঘটনাৰ ক্ষয় ক্ষতি ইমান ব্যাপক আছিল যে সেই সময়ৰ ইংলণ্ডৰ পাৰ্লিয়ামেণ্টতো এই বিষয়টো আলোচনা হৈছিল। এই ঘটনাটোৰ পিচতে বহা-চৰাইবাহী অঞ্চলৰ বহুতো লোকক গ্ৰেপ্তাৰ কৰা হৈছিল আৰু অমানুষিক অত্যাচাৰ কৰি নগাঁও জেললৈ পঠাই দিয়া হৈছিল। এই গ্ৰেপ্তাৰ কৰা লোকসকলৰ বিৰুদ্ধে ৰেলদুৰ্ঘটনাৰ অভিযোগকে ধৰি আন বিভিন্ন অভিযোগ দাখিল কৰা হৈছিল। কিন্তু যথোপযুক্ত প্ৰমাণৰ অভাৱত অভিযুক্ত বহুতকে খালাচ দিয়া হয় আৰু আন কেইবা-জনকো আটক বন্দীৰূপে সুদীৰ্ঘ সময়ৰ বাবে কাৰাদণ্ড বিহা হয়। এই আটক বন্দীসকলৰ ভিতৰত অন্যতম আছিল ধনপুৰ লস্কৰ, ভিবিৰাম বৰা, লয়ৰাম ডেকা আদি। বৰ্তমান বিস্মৃতিৰ গৰ্ভত প্ৰায় হেৰাই যাব খোজা এই দুঃসাহসিক সন্ত্ৰাসমূলক ঘটনা বিন্যাসেই উপন্যাসখনৰ মূল আধাৰ ৰূপে উপস্থাপিত হৈছে। এনেদৰেই গান্ধীজীৰ নেতৃত্বত অনুপ্ৰাণিত হৈ ভাৰতৰ স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ কৰা নগাঁও জিলাখনৰ স্বাধীনতা প্ৰয়াসী সংগ্ৰামী কেইজনৰ সন্ত্ৰাসমূলক কাৰ্যক্ৰমৰ এক স্থায়ীৰূপ উপন্যাস-খনত দিয়া হৈছে আৰু দেশৰ স্বাধীনতা আন্দোলনৰ লগত সৰ্বতোপ্ৰকাৰে জড়িত হৈ পৰা অসমৰ সহজ-সৰল গাওঁবাসী মানুহৰ ত্যাগ, আত্মোসৰ্গ, আৰু সাম্ৰাজ্যবাদী শাসনৰ অবৰ্ণনীয় অত্যাচাৰ উৎপীড়নৰ বিৰুদ্ধে দৃঢ় প্ৰত্যাহ্বানৰ বাস্তৱ চিত্ৰ অশ্ৰু হাঁহিৰ মিশ্ৰিত প্ৰক্ৰিয়াৰ মাজেদি অংকণ কৰি অখ্যাতনামা মুক্তিযুজাৰু কেইজনক 'মৃত্যুঞ্জয়'ৰ অসাধাৰণ ৰূপত ডাঙি ধৰা হৈছে। 'যদিও এই ঘটনাত পোনপটিয়া ভাবে জড়িত লোকৰ নাম বাদ দি একেবাৰে জড়িত নথকা লোকৰ নাম সন্নিবিষ্ট কৰাত আৰু নিৰ্ভীক, বিশ্বাসী সতীৰ্থ কৰ্মী লয়ৰাম ডেকাক বিশ্বাস-

ঘাটকৰ ৰূপত চিত্ৰিত কৰাত' স্থানান্তৰত কোনো প্ৰকাশ কৰা হৈছে [দ্ৰষ্টব্য ঃ— ভাৰতৰ মুক্তি যুদ্ধত কামৰূপৰ অৰিহনা ঃ শ্ৰীভীমকান্ত বৰা, স্মৃতিগ্ৰন্থ সাহিত্য সভা ঃ কপিলী, পৃষ্ঠা ১৩] তথাপি নগাঁও জিলাৰ এটা বিশেষ অঞ্চলক পটভূমিৰূপে লৈ সামগ্ৰিকভাবে অসমীয়া মানুহৰ স্বাধীনতা প্ৰয়াসী বিপ্লৱী সত্তা আৰু সংগ্ৰামী চেতনাৰ আলেখ্য এক কলাসম্মত ৰূপত ডাঙি ধৰিবলৈ সমৰ্থ হোৱাটো ঔপন্যাসিকৰ মৌলিক সৃজনী প্ৰতিভাৰেই স্বাক্ষৰ।

উপন্যাসখনত লিখকৰ মানৱতাবাদী প্ৰগতিশীল দৃষ্টিভঙ্গীৰ স্পষ্ট আভাস পোৱা যায়। ভাৰতবৰ্ষৰ তথা দেশখনৰ বিভিন্ন প্ৰান্তত ব্যাপকতা লাভ কৰা স্বাধীনতা আন্দোলন প্ৰকৃততে শোষিত, নিষ্পেষিত মানুহৰ মুক্তিৰ বাবে বিশ্বৰ বিভিন্ন দেশত সংগঠিত হোৱা বিপ্লৱ বা মুক্তি আন্দোলনৰেই এটা সম্প্ৰসাৰিত অঙ্গ। এই মানৱমুক্তি আন্দোলনৰ মহত্ব আৰু অনুভূতিৰ তীব্ৰতা সম্যক ভাবে অনুধাবন কৰিব পৰা কাৰণেই মানৱতাবাদী ঔপন্যাসিকে 'মৃত্যুঞ্জয়' উপন্যাসত মুক্তি প্ৰয়াসী মানুহৰ আশা-আকাংক্ষাৰ এটা বাস্তৱ ৰূপ দিব পাৰিছে। প্ৰকৃততে মানৱমুক্তিৰ সাধনাৰ প্ৰতি ঔপন্যাসিকৰ গভীৰ আকৰ্ষণ উপন্যাসখনৰ পাত্ৰনিত ব্যক্ত কৰা কথাবাৰতে স্পষ্ট ভাবে ধৰা পৰিছে—"মানৱমুক্তিৰ সাধনাতকৈ মানুহৰ সমগ্ৰ সত্তা আৰু চিত্ত আলোকিত কৰা আন কিবা কোনোৱা সাধনা আছে বুলি ধাৰণা কৰা টান।" আনহাতে এক হিংসাত্মক পশ্চাদঘাটী ঘটনা বিন্যাসৰ আধাৰত ৰচিত হ'লেও উপন্যাসখনত প্ৰথমৰে পৰা শেষলৈকে হিংসা অহিংসাৰ আদৰ্শগত সংঘাতৰ এটা আলেখ্য বস্তুনিষ্ঠ, নিৰপেক্ষ দৃষ্টিভঙ্গীৰে উপস্থাপন কৰা হৈছে। হিংসাত্মক সন্ত্ৰাসবাদী কাৰ্যাত বিশ্বাসী ৰূপনাৰায়ণক যেতিয়া গোঁসায়ে গান্ধীজীৰ অহিংসাৰ আদৰ্শ অনুধাবন কৰি হিংসাৰ পথ পৰিহাৰ কৰিবলৈ আহ্বান জনাইছিল তাৰ প্ৰত্যুত্তৰত ৰূপ নাৰায়ণে কৈছিল—'অসম্ভৱ! গান্ধীজী মহান। কিন্তু এজন মহান হ'লেই বাকী সকলোবোৰ ভাল হৈ নেযায়। গান্ধীৰ যুক্তি খণ্ডন কৰা নেযায়! কিন্তু পৃথিৱীৰ ইতিহাস চালে দেখা যায় ফ্ৰান্স, ৰাছিয়া,

চীন, যুগোশ্লাভিয়া, বাৰ্মা, সকলোতে মানুহে হিংসা বিপ্লৱেই কৰিছে। ...গতিকে আমি যি কৰিছো তাৰ বাহিৰে ভাৰতৰ মুক্তিৰ পথ আৰু নাই।' হিংসা আৰু অহিংসাৰ এই আদৰ্শগত সংঘাত আৰু অন্তৰ্দ্বন্দ আবহমান কালৰে পৰা চলি আহিছে আৰু হয়তো ভৱিষ্যতলৈকো চলি থাকিব। সাম্প্ৰতিক কালত মানৱসভ্যতাৰ প্ৰতি এক ভাবুকি স্বৰূপ হৈ পৰা এই সমস্যাটোৰ সমাধান বা সিদ্ধান্ত এতিয়াও হোৱা নাই। 'মৃত্যুঞ্জয়'ৰ ঔপন্যাসিকেও বস্তুনিষ্ঠ দৃষ্টিভঙ্গীৰে হিংসা অহিংসাৰ বিবাদমান সমস্যাটো উত্থাপন কৰিছে—গোঁসাই আৰু ৰূপনাৰায়ণে দুটা দিশৰ পৰা এই দুটা ভিন্ন আদৰ্শ বা কাৰ্য্যপন্থাৰ প্ৰতিনিধিত্ব কৰিছে। ফলত উপন্যাসখনত এই সমস্যাটোৰ পৰা উদ্ভৱ হোৱা মানসিক সংঘাত আৰু অন্তৰ্দ্বন্দ অতি প্ৰকট হৈ পৰিছে। কিন্তু অৱশেষত এই সংঘাতে এক আপোচৰ (Compromise) মনোভাৱ গ্ৰহণ কৰাও দেখা গৈছে। প্ৰকৃততে যদিও সাম্প্ৰতিক কালত বিশ্বৰ চিন্তাবিদ আৰু ৰাজনীতিবিদ সকলে এক আদৰ্শৰূপে অহিংসাকে শ্ৰেষ্ঠতৰ বুলি মানি লৈছে তথাপি বাস্তৱক্ষেত্ৰত হিংসা, সন্ত্ৰাসবাদ, সংঘৰ্ষ প্ৰতিৰোধ কৰাত সফল হব পৰা নাই। বৰং ক্ৰমাগত ভাবে ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্য্যায়ত হিংসাত্মক, সন্ত্ৰাসবাদী কাৰ্য্যকলাপ বৃদ্ধি পাইছে আৰু বহুক্ষেত্ৰত হিংসা-অহিংসাৰ মাজত এক সহঅৱস্থান বা আপোচৰ নীতি, কাৰ্য্য-পন্থাকে অনুসৰণ কৰা দেখা গৈছে। 'মৃত্যুঞ্জয়' উপন্যাসখনত এই মানৱীয় সমস্যাটোৰ দুটা দিশ দুটা দৃষ্টিকোনৰ পৰা উপস্থাপন কৰা হৈছে। ইয়াৰ উপৰি উপন্যাসখনত ধৰ্ম সম্বন্ধে এক প্ৰগতি-শীল বিশ্লেষণাত্মক দৃষ্টিভঙ্গীৰে ব্যাখ্যা ডাঙি ধৰা হৈছে—মানৱ সভ্যতাৰ ক্ৰমবিকাশ, মানৱতাবাদী ভাবাদৰ্শৰ প্ৰসাৰ আৰু 'যান্ত্ৰিক যুগ'ৰ অভ্যুদয়ৰ লগে লগে ধৰ্মৰ অৱস্থান আৰু ধৰ্ম সম্পৰ্কে পৰম্পৰাগত দৃষ্টিভঙ্গীৰ পুনৰ বিন্যাসৰ প্ৰশ্নটো গুৰুত্বপূৰ্ণ হৈ পৰিছে। মানিক বৰাৰ এটা প্ৰশ্নৰ উত্তৰত গোঁসায়ে কৈছিল—'ধৰ্ম হৈছে মানৱ ধৰ্ম। মানুহৰ দুখ নিবাৰণ কৰিবলৈ গৈয়ে বুদ্ধ অৱতাৰ হ'ল। চৈতন্য মহাপ্ৰভু আৰু শঙ্কৰ গুৰুৱেও

প্ৰেমৰ ওপৰত জোৰ দিছে। মানুহৰ মাজতেই ঈশ্বৰ আছে।' মানৱ ধৰ্মই যে প্ৰকৃত ধৰ্ম এই সত্য প্ৰতিষ্ঠা কৰিবলৈকে বিশ্বৰ মনিষী সকলে যুগ যুগ ধৰি প্ৰচেষ্টা কৰি আহিছে আৰু 'মৃত্যুঞ্জয়'ৰ ঔপন্যাসিকেও উপন্যাসখনৰ ঘটনা-বিন্যাস আৰু চৰিত্ৰ সমূহৰ বক্তব্যৰ যোগেদি এই মতাদৰ্শকে পুনৰ প্ৰতিষ্ঠা কৰিব বিচাৰিছে। এনেদৰে মূল কাহিনীটো উপস্থাপনৰ লগতে হিংসা-অহিংসা, ধৰ্ম, মানৱতা আদি বিভিন্ন সমস্যাৰ বিতৰ্কমূলক, বিশ্লেষণাত্মক আলোচনাই উপন্যাসখনক এক বিশ্বজনীনতা বা সাৰ্বজনীনতা (Universalism) প্ৰদান কৰিছে।

আনহাতে সাৰ্বজনীন বা বিশ্বজনীন ভাবাদৰ্শ বহন কৰিও সাহিত্য সৃষ্টিয়ে কেনেদৰে জাতীয় জীৱনৰ বিভিন্ন দিশ প্ৰতিফলন কৰিব পাৰে তাৰেই স্বাক্ষৰ বহন কৰিছে 'মৃত্যুঞ্জয়' উপন্যাসে। প্ৰকৃততে ভাৰতৰ স্বাধীনতা আন্দোলনৰ এটা বিক্ষিপ্ত ঘটনাক উপজীৱ্য কৰি উপন্যাসখন লিখা হ'লেও ইয়াত অসমীয়া গ্ৰাম্য জীৱন আৰু সমাজৰ বাস্তৱ চিত্ৰ স্পষ্ট ভাবে প্ৰতিফলিত হৈছে। উপন্যাসখনৰ কেইবাটাও চৰিত্ৰ যেনে মহদা গোসাঁই, ধনপুৰ, ভিভিৰাম, ৰূপনাৰায়ণ, দধিমাষ্টৰ, জয়ৰাম, মধুকেওট, মানিক বৰা আদি নিভাজ অসমীয়া চৰিত্ৰ। চৰিত্ৰসমূহৰ উপৰিও লেখকে উপন্যাসখনত ফুটাই তুলিব পাৰিছে অসমীয়া জাতীয় জীৱনৰ স্বৰূপ আৰু অসমীয়া মানসিকতা। এহাতে যেনেকৈ অসমীয়া মানুহৰ স্বদেশপ্ৰেম, স্বাধীনতাপ্ৰীতি আৰু দুঃসাহসিকতাৰ আলেখ্য উপন্যাসখনত ডাঙি ধৰা হৈছে, আনহাতে এচাম অসমীয়া মানুহৰ স্বভাৱজাত বদগুণৰ প্ৰতিও কটাক্ষপাত কৰা হৈছে— গোসাঁয়ে ভিভিৰামক কোৱা দৰে—"আমাৰ মানুহৰ এটা ৰব বেয়া অভ্যাস আছে, বুজিছা ভিভিকাই, ৰৰ কথা পাতে আৰু জাতপাতৰ কথা লৈ খৰ মুৰ ঘমায়। এই দুয়োটা বদগুণ আমি এই যাত্ৰাত এৰি দিব লাগিব।"

---

# জাতীয় ইতিহাসৰ দুটা অধ্যায়ঃ দুখন অসমীয়া উপন্যাস

ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰথম পৰ্য্যায়ত বিদেশী শাসকৰ বিৰুদ্ধে কেইবাটাও বিদ্ৰোহাত্মক ঘটনা (Uprising) দেশখনৰ বিভিন্ন স্থানত সংঘটিত হৈছিল। এই ঘটনা সমূহৰ প্ৰায়বোৰেই আঞ্চলিক ভাবে সংগঠিত বা বিক্ষিপ্ত ধৰণৰ আছিল। যিটো সময়ত উত্তৰ ভাৰতৰ কেইবাঠাইতো প্ৰথমবাৰৰ বাবে বিদেশী শাসকৰ বিৰুদ্ধে এক সশস্ত্ৰ সংগ্ৰামৰ ঘটনা আৰম্ভ হৈছিল সেই সময়তে ভাৰতৰ পূব প্ৰান্তত অৱস্থিত সীমামূৰীয়া অসম ৰাজ্যতো চন ১৮৫৭-ৰ আগে পিচে এনে ধৰণৰ একাধিক ঘটনা সংঘটিত হৈছিল। উত্তৰ ভাৰতত সংঘটিত উক্ত সশস্ত্ৰ সংগ্ৰামৰ ঘটনাক বৃটিচ চৰকাৰে এমুঠি দেশীয় ৰজাৰ উচটনিত একাংশ অসন্তুষ্ট চিপাহীয়ে সংগঠিত কৰা বিদ্ৰোহাত্মক ঘটনা (Sepoy Mutiny) বুলিহে ঘোষণা কৰিছিল। কিন্তু সাম্প্ৰতিক কালৰ ঐতিহাসিক সকলে এই বিদ্ৰোহাত্মক ঘটনাক ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰথম প্ৰদক্ষেপ বুলি অভিহিত কৰিছে। অসমত সংঘটিত হোৱা বিদ্ৰোহাত্মক ঘটনাৰ সম্পূৰ্ণ তথ্য বা বিস্তৃত বিৱৰণ ইতিহাসৰ পাতত উল্লেখ নথকাত সমসাময়িক কালৰ বিশেষ ব্যক্তি বা অনুসন্ধিৎসু লোকৰ বাহিৰে বৃহৎ সংখ্যক লোক এই ঘটনা সমূহৰ বিষয়ে সম্পূৰ্ণভাৱে অৱগত নোহোৱাকৈ আছে বুলি কলে হয়তো অত্যুক্তি কৰা নহব। উদাহৰণ স্বৰূপে আমাৰ বৃহত্তৰ দৰং-জিলাৰ মঙ্গলদৈ মহকুমাৰ 'পথৰুঘাটৰ ৰণ' বা নগাঁও জিলাৰ 'ফুলগুৰিৰ প্ৰজা বিদ্ৰোহ' সম্পৰ্কে সামান্য উল্লেখহে আছে। গতিকে এই ঘটনা সমূহৰ বিষয়ে আমাৰ নিজৰ ভিতৰতে সম্যক ধাৰণাৰ অভাৱ পৰিলক্ষিত হয়। বিক্ষিপ্ত ভাবে সংঘটিত হ'লেও প্ৰকৃততে ভাৰতৰ স্বাধীনতা আন্দোলনৰ লগত জড়িত এই ঘটনা সমূহৰ বিষয়ে সাম্প্ৰতিক কালতো বিস্তৃত আলোচনা বা নতুন

তথ্য উদ্ভাৱনৰ প্ৰচেষ্টা দায়িত্বশীল মহলত দেখা নেযায়। মাত্ৰ দুজনমান অনুসন্ধিৎসু সাহিত্যানুৰাগী ব্যক্তিয়ে এই সম্পৰ্কে আলো-চনা সমালোচনা আগবঢ়োৱা চকুত পৰে। ফল স্বৰূপে আমাৰ জাতীয় ইতিহাসৰ এনে ধৰণৰ গুৰুত্বপূৰ্ণ ঘটনা কালক্ৰমে বিস্মৃতিৰ গহ্বৰত হেৰাই যোৱাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি।

ইন্দ্ৰেশ্বৰ গোস্বামীৰ সদ্য-প্ৰকাশিত 'কেঁচা মাটিৰ গোন্ধ' উপন্যাসখন আমাৰ জাতীয় ইতিহাসৰ এনে এটা অধ্যায় পুনৰ উজ্জীবিত বা আলোকিত কৰাৰ এক উল্লেখনীয় প্ৰচেষ্টা বুলি কব পাৰি। এজন সমাজ সচেতন নিবন্ধকাৰ ৰূপে আত্ম প্ৰকাশ কৰা গোস্বামীয়ে ইতিমধ্যে আমাৰ আৰ্থ-সামাজিক ৰাজনৈতিক দিশটোত আলোকপাত কৰি কেইবাটাও প্ৰবন্ধ লিখিছে। 'কেঁচা মাটিৰ গোন্ধ' উপন্যাসখন তেওঁৰ প্ৰথম প্ৰকাশিত গ্ৰন্থ। ১৮২৬ চনৰ পৰা ১৮৬২ চনৰ সময়ছোৱাত অসমৰ ৰাজনৈতিক, সামাজিক, পৰিস্থিতিৰ পটভূমিত আৰু বিশেষকৈ 'ফুলগুৰিৰ প্ৰজাবিদ্ৰোহ'ৰ আধাৰত এই উপন্যাসখন লিখা হৈছে। সৰ্বসাধাৰণৰ মাজত 'ফুলগুৰিৰ ধেৱা' নামে জনাজাত এই প্ৰজাবিদ্ৰোহৰ বিষয়ে নগাঁও জিলাৰে এগৰাকী প্ৰবীণ সাহিত্যসেৱী শ্ৰীবেণুধৰ কলিতা দেৱে 'ফুলগুৰিৰ ধেৱা' নামেৰেই এখন তথ্য সম্বলিত গ্ৰন্থ ইতিমধ্যে প্ৰকাশ কৰিছে। এই বিদ্ৰোহ সম্পৰ্কে এনে প্ৰকাশিত বা অপ্ৰকাশিত তথ্য আৰু জনশ্ৰুতিৰ আলমত উপন্যাসখন ৰচনা কৰা হ'লেও প্ৰকৃত ঐতিহা-সিক ঘটনা প্ৰবাহৰ পৰা গ্ৰন্থকাৰ বিচ্যুত হোৱা নাই।

সাম্ৰাজ্যবাদী বৃটিছ শাসকৰ বিৰুদ্ধে অসমত জাগৰিত হোৱা আন্দোলনৰ এক বৈশিষ্ট্যপূৰ্ণ দিশ আছিল গণসমৰ্থনৰ ব্যাপকতা। ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰথম পদক্ষেপ ৰূপে আত্মপ্ৰকাশ কৰা চিপাহী বিদ্ৰোহ সংঘটিত কৰিছিল কিছু সংখ্যক চিপাহী আৰু দেশীয় ৰজাৰ সম্মিলিত শক্তিয়ে। কিন্তু অসমত এই আন্দোলনৰ সূচনা হৈছিল এক সৰ্বাত্মক গণজাগৰণ ৰূপে মণিৰাম দেৱান, বাহাদুৰ বৰুৱা আদিৰ নেতৃত্বত। সম্ভৱতঃ অসমৰ এই আন্দোলন অধিক গুৰুত্বপূৰ্ণ বা ব্যাপকতৰ হৈ পৰিলহেঁতেন

যদিহে দুৰ্ভাগ্যক্ৰমে আহোম ৰজা কন্দৰ্পেশ্বৰ সিংহলৈ মণিৰাম দেৱানে লিখা এখন গোপন চিঠি বৃটিছৰ অনুগ্ৰহ প্ৰাৰ্থী পুলিচ বিষয়া হৰনাথ পৰ্বতীয়া বৰুৱাৰ হাতত নপৰিলহেঁতেন। হৰনাথ বৰুৱাই হস্তগত কৰা এই চিঠিখনৰ পৰাই উক্ত গণ বিদ্ৰোহৰ আঁচনি আৰু প্ৰয়োজনীয় তথ্য সম্পৰ্কে বৃটিছ শাসকবৰ্গ অৱগত হয় আৰু এই বিদ্ৰোহ কঠোৰ ভাবে দমন কৰিবলৈ ব্যাপক সামৰিক প্ৰস্তুতি চলায়। প্ৰকৃততে ১৮৫৭ চনৰ পৰাই অসমৰ দেশপ্ৰেমিক জনগণৰ বুকুত উমি উমি জ্বলি থকা বিদ্ৰোহৰ ফিৰিঙতিবোৰেই যেন ১৮৬১ চনত ফুলগুৰিৰ প্ৰজাবিদ্ৰোহৰ মাধ্যমত একুৰা বহ্নিৰূপে প্ৰজ্বলিত হৈছিল। অৱশ্যে এই প্ৰজাবিদ্ৰোহৰ তৎকালিন বা প্ৰত্যক্ষ কাৰণ আছিল গাওঁবাসী ৰাইজৰ ওপৰত জাপি দিয়া অত্যাধিক কৰকাটলৰ বোজা আৰু পুলিচ অত্যাচাৰ শাসন-শোষণৰ তীব্ৰতা। আনহাতে বৃটিছ শাসকবৰ্গই এই গণ-জাগৰণক জিলা-প্ৰশাসনৰ বিৰুদ্ধে এমুঠি কানীয়াৰ বিদ্ৰোহাত্মক আচৰণ (Opium Eater's Uprising) বুলি ঘোষণা কৰিছিল। উল্লেখযোগ্য যে এই বিদ্ৰোহৰ আৰম্ভণিতে এদল উন্মত্ত লোকৰ প্ৰহাৰত এজন বৃটিছ সামৰিক বিষয়া লেফ্‌টেনেণ্ট চিঙ্গাৰ তিনিজন চিপাহী সহ নিহত হয়। ইয়াৰ চাৰিদিনৰ পিছত উক্ত ঘটনাৰ প্ৰত্যুত্তৰ ৰূপে কেপ্টেইন কেম্পবেলৰ নেতৃত্বত লেফ্‌টেনেণ্ট স্কনৰ সৈন্য বাহিনীয়ে ফুলগুৰি অঞ্চলত সন্ত্ৰাসৰ অভিযান আৰম্ভ কৰে। সেই সময়তে সেই অঞ্চলত বিদ্ৰোহী সকলৰ এখন গুৰুত্বপূৰ্ণ সভা অনুষ্ঠিত হৈছিল। সেই সভাত গোটেই অঞ্চলৰ বিভিন্ন গাৱঁৰ মুখিয়াল লোকসকলে উপস্থিত থাকি আন্দোলনৰ ভৱিষ্যত ধাৰা সম্পৰ্কে আলোচনা কৰিছিল। উক্ত সামৰিক অভিযানত এই সভাস্থলীতে প্ৰায় পঞ্চাচজন লোকক গুলীয়াই নিহত কৰা হয় আৰু বহু সংখ্যক লোক আহত হয়। আহত সকলৰ ক্ষেত্ৰতেও তৎকালীন চিকিৎসাৰ ব্যৱস্থা নথকাত কেইবাশজন লোক গুলী, লাঠী আৰু বুটজোতাৰ আঘাতত চিৰদিনৰ বাবে ঘূণীয়া হয়। "এই অমানুষিক হত্যাকাণ্ডৰ পিছত ফুলগুৰি অঞ্চলত কান্দোনৰ ৰোল উঠিল। মৃত ডেকা সকলৰ জীৱনৰ কেঁাহে কেঁাহে লাগি

থকা অসীম বাসনাবোৰ পুলিচৰ গুলীত অকালতে কলেৱৰৰ ভিতৰতে চুৰমাৰ হৈ গ'ল। বিধৱাসকলে হিয়া ধাকুৰি কান্দিলে। পিতৃ-মাতৃ আৰু পৰিয়ালবৰ্গৰ চকুৰ পানীয়ে বাট নেদেখা হ'ল।" [ফুলগুৰিৰ ধেৱা : বেনুধৰ কলিতাৰ গ্ৰন্থ দ্ৰষ্টব্য] উল্লেখযোগ্য যে এনে এটা গুৰুত্বপূৰ্ণ ঘটনা আৰু অমানুষিক হত্যাকাণ্ডৰ কথা সেই সময়ত ভাৰতৰ অন্য প্ৰান্তত নেলাগে অসমৰ অন্য জিলাৰ লোকেও জানিব পৰা নাছিল যদিও হত্যাকাণ্ডৰ নিষ্ঠুৰতা আৰু সামৰিক অভিযানৰ নৃশংসতাৰ দিশৰ পৰা পাঞ্জাবৰ কুখ্যাত 'জালিয়নাবাগ'ৰ হত্যাকাণ্ডৰ লগতহে ইয়াক তুলনা কৰিব পাৰি। নিহত ব্যক্তি সকলৰ মৃতদেহবোৰ কেইবাদিনো পুলিচৰ পহৰাত ৰখাৰ পিচতহে পৰিয়ালবৰ্গক চমজাই দিয়া হৈছিল আৰু মৃতদেহবোৰ কলং নদীৰ দক্ষিণ পাৰৰ হাবিৰ মাজৰ এখন বিলৰ কাষত সৎকাৰ কৰা হৈছিল। সেয়ে এই বিলখন এতিয়াও 'মানুহপোৰা বিল' নামেৰেই জনাজাত। এই নিহত, আহত সকলৰ উপৰিও বহু সংখ্যক লোকক গ্ৰেপ্তাৰ কৰা হৈছিল আৰু এক পক্ষীয় বিচাৰত দোষী সাব্যস্ত কৰি লক্ষ্ম সিং ডেকা, চাংবৰ লালুং, ৰংবৰ ডেকাক নগাঁও জেলত ফাঁচী দিয়া হয়। গ্ৰেপ্তাৰ কৰি বন্দী কৰা দহ জন মানক যাবজ্জীৱন কাৰাদণ্ড বিহি সাগৰৰ পাৰৰ সুদূৰ আন্দামান দ্বীপলৈ নিৰ্বাসন দিয়া হৈছিল যি আন্দামান দ্বীপক সেই সময়ত দেশীয় ৰজা-প্ৰজা বিলাকে 'কলীয়াপানী' আখ্যা দিছিল। কালক্ৰমত 'এমডেন' নামৰ জাৰ্মান যুদ্ধ-জাহাজ এখনে আন্দামানত দ্বীপান্তৰী হৈ থকা কেইবাজনো বন্দীক মুক্ত কৰি ভাৰতৰ ভুখণ্ডত এৰি থৈ যায়। আৰু এই মুক্ত বন্দী সকলৰ ভিতৰত আছিল বাহু কৈৱৰ্ত্য নামৰ এজন অসমীয়া বন্দী। এই বাহু কৈৱৰ্তই এসময়ত ফুলগুৰি অঞ্চলৰ দেওবালী গাৱঁৰ এজন হৃষ্ট পুষ্ট সাহসী ডেকা বাহু বুলি পৰিচিত আছিল আৰু তেওঁৰ শৌৰ্য্যবীৰ্য্যৰ বিষয়ে বহুত কথা মানুহৰ মুখে প্ৰচাৰিত হৈছিল। সেয়ে বোধহয় বৃটিছ সামৰিক বিষয়া লেফটেনেন্ট ফ্ৰুলৰ ক্ৰোধ আৰু প্ৰতিহিংসাৰ অন্যতম লক্ষ্য হৈ পৰিছিল এই বাহু কৈৱৰ্ত্য। ফুলগুৰি প্ৰজা বিদ্ৰোহৰ প্ৰায় পঞ্চাচ বছৰৰ পিচত আৰু প্ৰথম বিশ্বযুদ্ধৰ আগে আগে

স্বদেশৰ মাটিত, নিজৰ জিলাখনৰ নিজৰ চিনাকি গাওঁখনৰ কে'চামাটিত ভৰি দিয়া বাহু আৰু তেওঁৰ দুঃসাহসিক কাৰ্য্য-ক্ৰমৰ আনুসঙ্গিক ঘটনা সমূহেই উপন্যাসখনৰ কাহিনীটোৰ (Plot) যোগসূত্ৰ হৈ পৰিছে।

'কে'চামাটিৰ গোন্ধ' গ্ৰন্থখনক এখন ঐতিহাসিক উপন্যাস বুলি কব পাৰি এই কাৰণেই যে ইয়াৰ মূল কাহিনীটো আমাৰ জাতীয় ইতিহাসৰ এক স্মৰণীয় অধ্যায়ৰ আধাৰত উপস্থাপন কৰা হৈছে। এই একেটা কাৰণতে উপন্যাসখনে ৰাজনৈতিক গুৰুত্বও লাভ কৰিছে। কাৰণ ফুলগুৰি প্ৰজাবিদ্ৰোহৰ ঘটনাক্ৰমৰ আধাৰত মূল কাহিনীটো উপস্থাপন কৰিবলৈ গৈ লেখকে দেশপ্ৰেমেৰে উদ্বুদ্ধ স্বাধীনতা প্ৰয়াসী অসমীয়া মানুহৰ দুঃসাহসিক মানসিকতা আৰু বিক্ষুব্ধ চেতনাৰ এখন প্ৰামাণ্য চিত্ৰ ডাঙি ধৰিব পাৰিছে। এই ঐতিহাসিক আৰু ৰাজনৈতিক দিশটোৰ লগতে সমসাময়িক কালৰ অসমৰ মানুহৰ সামাজিক আৰু সাংস্কৃতিক আশা-আকাংখাৰ ৰূপৰেখা অংকন কৰিবলৈকো লেখক সমৰ্থ হৈছে। বিগত কালৰ কেইবাগৰাকী বৰেণ্য ব্যক্তি যেনে— আনন্দৰাম ঢেঁকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আদিয়ে কেনেকৈ আমেৰিকান মিচনেৰী সকলৰ সহযোগত আৰু 'জ্ঞানপ্ৰদায়িনী সভা' আদি অনুষ্ঠানৰ জৰিয়তে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক এক নতুন পোহৰেৰে উদ্ভাসিত কৰিবলৈ প্ৰচেষ্টা চলাইছিল আৰু আমেৰিকান মিছনেৰী সকলৰ উদ্দেশ্য আৰু কাৰ্য্যপন্থা সম্পৰ্কে একাংশ অসমীয়া মানুহে কেনেদৰে বিৰূপ মনোভাব পোষণ কৰিছিল তাৰ এটা আভাস উপন্যাসখনত দিয়া হৈছে। তদুপৰি উপন্যাসখনৰ চৰিত্ৰাঙ্কনত লেখকে সাৰ্থকতা লাভ কৰিছে। বিশেষকৈ বাহু কৈবৰ্ত্য, বনমালী কৈবৰ্ত্য, হেৰেৰা লালুং, লক্ষ্মণ সিং সেনাপতি, কৃষ্ণ গোসাঁই—এই চৰিত্ৰ সমূহে ঔপন্যাসিকৰ হাতত বুৰঞ্জীসন্মত ভাবেই জীৱন্ত ৰূপ পাইছে। অৱশ্যে বাহু আৰু জোনাকীৰ প্ৰণয়-বিচ্ছেদৰ ঘটনাবিন্যাস লেখকে স্বকীয় ভাবে উদ্ভাৱন কৰিছে আৰু ই সামগ্ৰীক ভাবে উপন্যাসখনৰ আবেগিক আৰু নাটকীয় দিশটো আকৰ্ষণীয় হোৱাত সহায়ক হৈছে।

জাতীয় ইতিহাসৰ আন এটা অধ্যায়ৰ পটভূমিত ৰচনা কৰা আন এখন উপন্যাস হৈছে ত্ৰৈলোক্য ভট্টাচাৰ্য্যৰ 'সাঁচিপাতৰ পুথি'। সাহিত্য প্ৰকাশৰ উপন্যাস প্ৰতিযোগিতাত পুৰস্কাৰ প্ৰাপ্ত এই গ্ৰন্থখনৰ প্ৰথম প্ৰকাশ হয় ১৯৭৩ চনত। ১৮৩৬ চনৰ পৰা ১৮৫৭ চনলৈকে অসম বুৰঞ্জীৰ এটা সময়ৰ পটভূমিত ৰচিত এই উপন্যাসখন (১) হে বিদেশী বন্ধু, (২) অৰুণোদয়, আৰু (৩) অগ্নিযুগৰ ফিৰিঙতি—এই তিনিটা খণ্ডত সম্পূৰ্ণ কৰা হৈছে।

'হে বিদেশীবন্ধু' খণ্ডত লেখকে নাটকীয় ভাবে আৰম্ভ কৰিছে কেইগৰাকীমান সহৃদয় মিছনেৰী কট্টাৰ, ব্ৰাউন, চাঁফিয়া ব্ৰাউন আদিৰ তেওঁলোকৰ নিজৰ ভাষাতেই 'এখন আশ্চৰ্য্যজনক ভাবে ধুনীয়া দেশ' অসমত পদাৰ্পন। এই সহৃদয় বিদেশী নাগৰিক কেইজনে নিজেই ব্যক্ত কৰাৰ দৰে তেওঁলোক এখন প্ৰদেশৰ ভৌগোলিক অৱস্থানৰ আৱিষ্কাৰক ৰূপে নহয়, ইয়াৰ আত্মাৰ আৱিষ্কাৰক ৰূপেহে আহিছিল।

বিভীষিকাপূৰ্ণ মান-আক্ৰমণৰ পিচত ইয়াণ্ডাবু সন্ধি অনুসৰি অসম বৃটিছৰ অধীনলৈ আহে। মিঃ হানয়, কমাণ্ডেণ্ট অৱ দি চেকেণ্ড আসাম চিবুন্দিৰ ভাষাত 'উই হেড, কংকোৰাৰ্ড দিচ ফাইনলেণ্ড মিঃ ব্ৰাউন, দিচিজ আৱাৰ্চ অব দি বৃটিছ।'... কিন্তু ব্ৰাউনে কয় যে—"আমেৰিকাৰ পৰা আমি লৈ আহিছো 'অনলি দি হলি বাইবেল এণ্ড ডি নেইম অব আৱাৰ লৰ্ড'। আমি দেশ জয় নকৰো, পাৰো যদি কৰিম মানুহৰ মন।" মিঃ হানয় আৰু মিঃ ব্ৰাউনৰ এই বিপৰীতমুখী বক্তব্যৰ যোগেদি 'ৰাইফল' আৰু 'বাইবেল'ৰ চিৰাচৰিত সংঘাতৰ আলেখ্যকে উপস্থাপন কৰা হৈছে। আনহাতে দেশ শাসন কৰি 'নেটিভক' সভ্যতা শিকাবলৈ, পাশ্চাত্য অনুকৰণত সিহঁতক শিক্ষা দিবলৈ বিচৰা লৰ্ড মেকলেৰ বিৰুদ্ধে উপস্থাপন কৰা হৈছে উদাৰ আৰু মহানুভৱতাৰ প্ৰতীক উইলচনক। তদুপৰি মেকলেৰ উদ্দেশ্যত সমৰ্থন জনাই অসমীয়া ভাষা আন এটা ভাষাৰ অপভ্ৰংশ বুলি প্ৰমাণ কৰিবলৈ প্ৰচেষ্টা কৰা সকলৰ অন্যতম প্ৰতিনিধি ৰূপে অৱতীৰ্ণ কৰোৱা হৈছে কমাণ্ডেণ্ট অফিচৰ কৰ্মচাৰী বৃটিছৰ অনুগত অৰ্দ্ধেন্দু চক্ৰৱৰ্তীক।

প্ৰসঙ্গক্ৰমে ঔপন্যাসিকে 'কনফাৰেন্স অব দি ষ্টেট অব ইণ্ডিয়াৰ' মিঃ হোৱাইটক অৱতীৰ্ণ কৰাইছে যি জন তথাকথিত 'ফৌলক ওৱৰ্চিপাৰ্চ' অসমীয়াৰ স্বকীয় ধৰ্ম, দৰ্শন আৰু ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাশীল হৈ পৰিছিল। এনেদৰেই লেঃ জেনেৰেল জেনকিন্স, কমিছনাৰ অব আসামৰ মতামতৰ বিপৰীতে, মিঃ হানয়ৰ ঘোৰ প্ৰতিবাদ সত্ত্বেও অসমীয়া ভাষাৰ স্বতন্ত্ৰ অৱস্থিতি প্ৰতিপন্ন কৰিব বিচৰা মিঃ ব্ৰাউন, অসমীয়া জাতিৰ ঐতিহ্য আৰু ধৰ্মীয় পৰম্পৰাৰ প্ৰতি শ্ৰদ্ধাশীল মিঃ হোৱাইট বিদেশী হ'লেও প্ৰকৃততে অসম আৰু অসমীয়া জাতিৰ বন্ধু আছিল। ইয়াৰ উপৰি উপন্যাস-খনৰ চফিয়া ব্ৰাউন আৰু দয়াৰামৰ মাজত সম্প্ৰীতি আৰু সহৃদয়তাৰ ঘটনাক্ৰমৰ যোগেদি লেখকে ধৰ্ম, বৰ্ণৰ বিভিন্নতা সত্ত্বেও দুখন দেশৰ মানুহৰ মিলন 'অসম্ভৱ' কথাটোৰ অসাৰ্থকতাকে প্ৰমাণ কৰিলে। আপাতত দৃষ্টিত অসম্ভৱ আৰু অস্বাভাৱিক যেন লাগিলেও এগৰাকী সুশিক্ষিতা মিছনেৰী গাভৰু আৰু এজন তথাকথিত 'আনকালচাৰ্ড' 'ক্লেকনিগাৰ' অসমীয়া ডেকাৰ মাজত গঢ়ি উঠা মধুৰ সম্পৰ্কৰ বাস্তৱতাই 'West is west, East is east, The Twin shall never meet.' আদি ধ্যান-ধাৰণাৰ অসাৰ্থকতা প্ৰমাণ কৰাৰ লগে লগে চফিয়াৰ অকাল মৃত্যুৰ যোগেদি সত্য আৰু ন্যায়ৰ হকে চৰম আত্মত্যাগৰ এটা উজ্জ্বল নিদৰ্শনো ডাঙি ধৰিছে।

উপন্যাসখনৰ 'অৰুণোদয়' খণ্ডত লেখকে বয়সস্থ বৃটিছ নাগৰিক ফাদাৰ ব্লণ্ড, মিঃ জেনকিন্স, মিঃ মফাট মিলচ, মিঃ হানয়, মেথী, বজ্ৰ, আনন্দৰাম, গুণাভি আদিৰ চৰিত্ৰাংকন আৰু প্ৰাসঙ্গিক ঘটনা বিন্যাসৰ যোগেদি অসমীয়া ভাষা-সাহিত্যৰ পুনৰুদ্ধাৰযুগ 'অৰুণোদয়'ৰ স্মৃতি ৰোমন্থন কৰিব বিচাৰিছে। মৃতপ্ৰায় অসমীয়া ভাষা-সাহিত্যক সঞ্জীৱনী সুধা প্ৰদান কৰোতা আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু আমেৰিকান ব্যাপ্তিষ্ট মিছনেৰী সকলৰ অসমীয়া ভাষা-সাহিত্যলৈ আগবঢ়োৱা অৱদানেই আছিল 'অৰুণোদয়' যুগটোৰ প্ৰধান বৈশিষ্ট্য। এই খণ্ডত ঔপন্যাসিকে উল্লেখ কৰিছে কেনেকৈ বৃটিছ চৰকাৰৰ আমন্ত্ৰণ ক্ৰমে অসমত ধৰ্মীয়

মিছনৰ কাৰ্য্যত প্ৰবৃত্ত হোৱা আমেৰিকান ব্যাপ্তিষ্ট মিছনৰ সদস্য সকল আৰু অসমত অৱস্থান কৰা বৃটিছ শাসকসকলৰ মাজত অসম দেশৰ শাসন ব্যৱস্থা আৰু অসমীয়া জাতি, ভাষা-সাহিত্য-সংস্কৃতি, শিক্ষা সম্পৰ্কে গঢ়ি উঠা ক্ৰমবৰ্দ্ধমান মতানৈক্যৰ কথা। মিঃ মেথীয়ে যেতিয়া সগৰ্বে ঘোষণা কৰিছিল মিঃ ব্ৰাউনৰ আগত 'ওৱানচ এগেইন, আই ৰিপিট এণ্ড ৰিমাইণ্ড ইউ, মিছনেৰী সকল ধৰ্ম প্ৰচাৰৰ কাৰণে আহিছে, নট টু ডিফেণ্ড দি এচামিজ—দে মাষ্ট ৰিফ্ৰেইন দেমচেলভচ ফ্ৰম পলিটিক্স আলচ,' তেতিয়া বৃটিছ শাসকবৰ্গৰ উদ্দেশ্য আৰু কাৰ্য্য পন্থা সম্পৰ্কে ব্ৰাউন, ব্ৰন্সন, কট্টাৰ আদিৰ সম্পূৰ্ণ মোহভঙ্গ হৈছিল। আনহাতে আনন্দৰাম অৰ্থ্যাৎ আনন্দৰাম ঢেকিয়াল ফুকনৰ চৰিত্ৰটো জীৱন্ত হৈ পৰিছে যিজন বৰেণ্য ব্যক্তিয়ে এখন উন্নতিশীল, প্ৰগতিশীল অসম গঢ়াৰ কামনা কৰিছিল, যিজনে প্ৰাৰ্থনা কৰিছিল "হে প্ৰভু জগদীশ্বৰ··· ··শীঘ্ৰে ঘটোৱা।" ইয়াৰ উপৰি এজন অসমীয়া বেজ আৰু তান্ত্ৰিক যজ্ঞেশ্বৰ কাকতি, গুণাভি আৰু ব্ৰাউনৰ সাক্ষাৎকাৰৰ ঘটনাটোৰ যোগেদি অসমীয়া মানুহৰ একাংশৰ মাজত সেই সময়ত প্ৰচলিত ধৰ্মান্ধতা, অন্ধবিশ্বাস, যুক্তি বিবৰ্জিত ৰীতি-নীতি আৰু অহেতুক বিদেশী-বিদ্বেষৰ এটা আভাস দিবলৈ ঔপন্যাসিকে প্ৰয়াস কৰা যেন ধাৰণা হয়।

উপন্যাসখনৰ শেষখণ্ড 'অগ্নিযুগৰ ফিৰিঙতি'ত লেখকে ১৮৫৭ চনত ভাৰতবৰ্ষৰ উত্তৰ মধ্য অঞ্চলত কথিত চিপাহী বিদ্ৰোহৰ (Sepoy Mutiny) মাধ্যমত প্ৰজ্বলিত হোৱা বিদেশী শাসনৰ বিৰুদ্ধে জাগ্ৰত হোৱা ক্ৰমবৰ্দ্ধমান সচেতনতা আৰু বিক্ষোভৰ এটা আভাস দিবলৈ চেষ্টা কৰিছে। উল্লেখযোগ্য যে বৃটিছ চৰকাৰে আখ্যা দিয়া এই কথিত 'চিপাহী বিদ্ৰোহ' প্ৰকৃতাৰ্থত ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ এক সশস্ত্ৰ সংগ্ৰামৰ এটা পৰ্য্যায়হে আছিল বুলি সাম্প্ৰতিক কালৰ ঐতিহাসিক সকলে অভিমত দিছে আৰু উত্তৰ ভাৰতৰ বিশেষ বিশেষ অঞ্চলত বিক্ষিপ্ত ভাৱে উদ্গীৰণ হোৱা এই বিক্ষুব্ধ সংগ্ৰামী চেতনাই ইতিমধ্যে ভাৰতবৰ্ষৰ সীমান্তৱৰ্তী অসমকো স্পৰ্শ কৰিছিলাহি। সেয়ে মহাৰাষ্ট্ৰৰ

নানাচাহাব, ঝালোৱাৰ আগে, ঝাঞ্চিৰ ৰাণী লক্ষ্মীবাঈ, বিহাৰৰ মহাৰাজ কুঁৱৰ সিং আদি, সমগ্র উত্তৰ ভাৰতৰ প্রায়বিলাক দেশীয় ৰজা আৰু কাণপুৰ, মিৰাট, বাৰাণসী, এলাহাবাদ, দিল্লী, বেৰেলী, ৰোহৰামপুৰত অৱস্থান কৰা সংখ্যাধিক সৈন্য আৰু চিপাহীয়ে 'বিদ্রোহ' ঘোষণা কৰাৰ লগে লগে অসমতো মণিৰাম ৰৰুভাণ্ডাৰ বৰুৱা, পিয়লি ওৰফে মহেশ্বৰ বৰুৱা, বাহাদুৰ গাওঁবুঢ়া, চুবেদাৰ ভীখন, চিপাহী বিশ্বম্ভৰ সিং আদিৰ প্রত্যক্ষ বা পৰোক্ষ প্রচেষ্টাত বিদ্রোহৰ অগ্নি জ্বলি উঠিল। কিন্তু বঙ্গদেশৰ নবাব চিৰাজ-দৌল্লাক মীৰজাফৰে বিশ্বাসঘাটকতা কৰাৰ দৰে যোৰহাট থানাৰ ৰৰদাৰোগা অসমীয়া পুলিচ বিষয়া হৰনাথ পৰ্বতীয়া বৰুৱাই ঘটনাক্রমে হস্তগত কৰা মণিৰাম ৰৰভাণ্ডাৰ বৰুৱাৰ এখন 'গোপন-চিঠি'ত উল্লেখ থকা এই বিদ্রোহৰ পৰিকল্পনা আৰু আঁচনিৰ সম্ভেদ বৃটিছ শাসকবৰ্গৰ ওচৰত নিজৰ স্বাৰ্থ পূৰণৰ উদ্দেশ্যে প্রকাশ কৰি দিয়ে। গতিকে হৰনাথ বৰুৱাৰ সম্ভেদ আৰু আন দুজনমান বৃটিছ চৰকাৰৰ অনুগ্রহপ্রাৰ্থী জমাদাৰ, চিপাহীৰ বাতৰিৰ ওপৰত ভিত্তি কৰি সেই সময়ৰ অসমৰ 'পলিটিকেল এচিস্টেণ্ট' কৰ্ণেল হলৰেইডে বৃটিছ সাম্রাজ্যৰ বিৰুদ্ধে জাগি উঠা এই 'মিউটিনি' কঠোৰ ভাৱে দমন কৰিবলৈ মেজৰ হানয়, কেপ্টেইন লুথাৰক আদেশ জাৰি কৰিছিল আৰু বিদ্রোহী মণিৰাম ৰৰভাণ্ডাৰ বৰুৱাক কলিকতাৰ পৰা ধৰি অনাৰ দায়িত্ব নিজে বহন কৰিছিল।

'সঁাচিপাতৰ পুথি' উপন্যাসখনৰ এটা উল্লেখনীয় বৈশিষ্ট্য হৈছে বুৰঞ্জীমূলক চৰিত্র আৰু তথ্যৰ প্রতি লেখকৰ নিষ্ঠা আৰু সততা। অসমীয়া ভাষা-সাহিত্য ৰক্ষা কাৰ্য্যত আমেৰিকান মিছ-নেৰী সকলৰ অৱদান, আনন্দৰাম ঢেঁকিয়াল ফুকনৰ সাহসিক প্রচেষ্টা, ১৮৫৭ চনত সংঘটিত হোৱা চিপাহী বিদ্রোহৰ মৌলিক কাৰণ সমূহ লেখকে বুৰঞ্জীসম্মত ভাবে ডাঙি ধৰিছে। আনহাতে যদিও এটা কেন্দ্ৰীয় চৰিত্র (central character) উপন্যাস-খনত নাই তথাপি উপন্যাসখনৰ তিনিওটা খণ্ডত কেইবাটাও চৰিত্র অতি সজীৱ আৰু প্রাণৱন্ত হৈ ধৰা দিছে। উদাহৰণ স্বৰূপে

উপন্যাসখনৰ প্ৰথম, দ্বিতীয় আৰু তৃতীয় খণ্ডত ক্ৰমে মিঃ ব্ৰাউন, চফিয়া ব্ৰাউন, মিঃ হানয়, আনন্দৰাম, গুণাভি, যজ্ঞেশ্বৰ কাকতি, মিঃ হলেৰইড আদিৰ চৰিত্ৰাংকন অতি স্বাভাৱিক আৰু বাস্তৱ-সম্মত হৈছে বুলি কব পাৰি। অৱশ্যে এটা 'কেন্দ্ৰীয় চৰিত্ৰ'ৰ অভাৱৰ বাবেই বা তিনিটা খণ্ডৰ তিনিটা ভিন্ন পৰিৱেশৰ আলমত ৰচনা কৰা বাবেই হওক এখন সুসংহত উপন্যাসৰ যি ধাৰাবাহিকতা বা স্বাভাৱিক গতিশীলতা থাকে এই উপন্যাসখনত ইয়াৰ অভাৱ পৰিলক্ষিত হয়। তদুপৰি উপন্যাসখনৰ কোনো কোনো ক্ষেত্ৰত বৰ্ণনাত্মক অংশ (Narrative part) অতি নাটকীয় বা বক্তব্য প্ৰধান হোৱাটোও এটা দুৰ্বলতা বুলি ভাবিবৰ থল নোহোৱা নহয় আৰু এনে বৰ্ণনাত্মক অংশবিলাকে উপন্যাসখনৰ কলাত্মক দিশটো কিছু পৰিমাণে নিষ্প্ৰভ কৰিছে বুলিও হয়তো বহুতে ধাৰণা কৰিব পাৰে। এই প্ৰসঙ্গতে সাম্প্ৰতিক কালৰ উপন্যাস সাহিত্যৰ ধাৰা সম্পৰ্কে উল্লেখ কৰাৰ প্ৰয়োজন হয়। বৰ্তমান কালৰ দুজন বিশিষ্ট ঔপন্যাসিক আৰ্নেষ্ট হেমিংৱে আৰু ষ্টেইনবেকৰ সংখ্যাধিক উপন্যাস কোনো বিশেষ পৰিস্থিতিৰ বৰ্ণনা বা ঘটনা বিন্যাসক কেন্দ্ৰ কৰিয়েই লিখা হৈছে। যিসকলে হেমিংৱেৰ Death In The Afternoon The Green Hills of Africa, 1935 পঢ়িছে তেওঁলোকে উপন্যাস সাহিত্যৰ এই ধাৰাটোৰ গুণগত দিশটো সহজেই অনুধাৱন কৰিব পাৰিব। গতিকে উপন্যাস সাহিত্যৰ এই ধাৰাটোৰ পৰিপ্ৰেক্ষিতত্তহে 'সাঁচিপাতৰ পুথি' উপন্যাসখনৰ ইতিবাচক দিশটোৰ বিচাৰ কৰি চোৱাৰ প্ৰয়োজন হয়। সৰ্বশেষত উপন্যাসখন লিখাৰ ক্ষেত্ৰত লেখকৰ উদ্দেশ্যৰ বিষয়ে কবলৈ যাওঁতে এই কথা স্পষ্টভাবে প্ৰতীয়মান হয় যে জাতীয় ইতিহাসৰ পটভূমি পুনৰ বিচাৰ কৰি চোৱা বা জাতীয় চেতনা পুনৰ জাগ্ৰত কৰাৰ আকাংক্ষা ৰূপায়িত কৰাটোৱেই ঔপন্যাসিকৰ প্ৰধান উদ্দেশ্য। ঔপন্যাসিকে গ্ৰন্থখনক 'অতীতৰ পৰা বৰ্তমানলৈকে জাতীয় জীৱনৰ দুৰ্যোগৰ সন্ধিক্ষণত অসম আৰু অসমীয়া জাতিক জীয়াই ৰখোৱাৰ চেষ্টা কৰা সকলৰ স্মৃতিত' উচৰ্গা কৰাৰ পৰাই এই উদ্দেশ্য প্ৰতীয়মান হয়।

---

# যজ্ঞেশ্বৰ শৰ্মাৰ লেখা
# আৰু
# পাশ্চাত্য সাহিত্য অধ্যয়নৰ প্ৰতিফলন

ছাত্ৰাৱস্থাৰ পৰাই বৰ্তমানলৈকে সাহিত্য-চৰ্চা আৰু সাহিত্য-কৰ্মত অবিৰত ভাবে জড়িত থকা এজন শিক্ষাবিদ সাহিত্যিক ৰূপে অসমৰ সুধী সমাজত যজ্ঞেশ্বৰ শৰ্মা এটা সুপৰিচিত নাম। তদুপৰি মহাবিদ্যালয়ৰ ইংৰাজী সাহিত্যৰ এজন অধ্যাপক আৰু অধ্যক্ষ ৰূপে ছাত্ৰ-শিক্ষক সমাজত তেওঁ এজন জনাজাত ব্যক্তি। বিশেষকৈ ইংৰাজী তথা পাশ্চাত্য সাহিত্যৰ অধ্যয়ন আৰু জ্ঞান তেওঁৰ সাহিত্য প্ৰতিভাৰ এটা উল্লেখযোগ্য দিশ। আৰু তেওঁৰ লেখাত এই সাহিত্য অধ্যয়নৰ কেনে প্ৰতিফলন ঘটিছে সেই বিষয়ে এটা আলোচনা আগবঢ়োৱাটোৱেই এই নিবন্ধৰ উদ্দেশ্য।

অসমৰ এখন সংবাদপত্ৰত অন্য এক আলোচনা প্ৰসঙ্গত উল্লেখিত শৰ্মাদেৱৰ নিজৰ এষাৰ উক্তি এই নিবন্ধৰ পৰিপ্ৰেক্ষিতত প্ৰণিধানযোগ্য। তেওঁ লিখিছে—

"সংস্কৃত আৰু ইংৰাজী আমাৰ মানসিক চিন্তা-চৰ্চাৰ দুখন পাখি—ইয়াৰ এখন কটা গলেই পক্ষী অচল হব।" শৰ্মাদেৱৰ এই উক্তিয়েই ইংৰাজী তথা পাশ্চাত্য ভাষা-সাহিত্য সম্পৰ্কে তেওঁৰ মনোভাব বা দৃষ্টিভঙ্গীৰ এটা স্পষ্ট আভাস দিয়ে। অৰ্থাৎ ইংৰাজী তথা পাশ্চাত্য সাহিত্যৰ চিন্তা-চৰ্চা তেওঁৰ মানসিকতাৰ যে এটা অপৰিহাৰ্য্য সংযোজন সেই কথা তেওঁৰ নিজৰ বক্তব্যৰ পৰাই ধৰিব পাৰি। অৱশ্যে ইয়াৰ বাহিৰে অন্য সূত্ৰৰ পৰা এই সাহিত্য সম্পৰ্কে তেওঁৰ মনোভাব বা দৃষ্টিভঙ্গীৰ বিস্তৃত ব্যাখ্যা আমি পোৱা নাই। গতিকে তেওঁৰ বিভিন্ন লেখা আৰু প্ৰকাশিত গ্ৰন্থ সমূহৰ যোগেদিয়েই এই সাহিত্য অধ্যয়নৰ পৰিসৰ বা এই সম্পৰ্কে তেওঁৰ দৃষ্টিভঙ্গীৰ সম্যক ধাৰণা কৰিব লগা হব।

'লক্ষ্মীনাথ বেজবৰুৱা আৰু গাৰ্হস্থ্য জীৱন' তেওঁৰ এখন প্ৰকাশিত গ্ৰন্থ। এই গ্ৰন্থখনত তেওঁ বিশ্বসাহিত্যৰ ক্লিলগুনিত, মানৱিক আন্দোলনৰ পটভূমিত বেজবৰুৱা সাহিত্যৰ এটা দিশত আলোকপাত কৰিছে। উল্লেখযোগ্য যে প্ৰচলিত 'মানৱতাবাদ' শব্দটোৰ পৰিবৰ্তে তেওঁ 'মানৱিকবাদ' শব্দটো প্ৰয়োগ কৰিছে তেওঁৰ লেখা সমূহত। এই 'মানৱিকবাদ'ৰ আলোচনা প্ৰসঙ্গত তেওঁ 'চিভিলিজেচন অব ৰেনেছাঁ'ৰ গ্ৰন্থকাৰ বুৰ্ক্হাৰ্ডৰ পৰা আৰম্ভ কৰি গ্ৰীক-দাৰ্শনিক গণিতজ্ঞ পিথাগোৰাছ আৰু বিশ্ব-বিশ্ৰুত নাট্যকাৰ ছেক্সপীয়েৰৰ 'মানুহ' সম্পৰ্কে ধ্যান-ধাৰণাৰ ব্যাখ্যা ডাঙি ধৰিছে। এই গ্ৰীক-দাৰ্শনিক পণ্ডিত পিথাগোৰাছে 'মানুহেই সকলো বস্তুৰে জোখ' শীৰ্ষক সূত্ৰ উদ্ভাৱন কৰি মানৱাত্মাৰ স্থানান্তৰ (Transmigration of the human soul) সম্পৰ্কে নতুন তথ্য ডাঙি ধৰিছিল। আনহাতে ছেক্সপীয়েৰৰ 'হেমলেট' নাটকত প্ৰকাশ পোৱা মানুহ সম্পৰ্কীয় উক্তি বা বৰ্ণনা সৰ্বকালৰ বাবেই স্মৰণযোগ্য। ইউৰোপীয় 'ৰেনেছাঁ'ৰ পৰিপ্ৰেক্ষিতত মানুহ সম্পৰ্কে বিশ্লেষণ ডাঙি ধৰি আধুনিক সমাজ ব্যৱস্থাত মানুহৰ অৱস্থান আৰু শিল্পী সাহিত্যিকৰ ভূমিকা সম্পৰ্কে উল্লেখ কৰি তেওঁ লিখিছে—

"পাশ্চাত্য জগতৰ এই জাগৃতি আন্দোলনৰ মূল কথা হ'ল দুটা 'যুক্তি আৰু মুক্তি'। শাস্ত্ৰৰ বিধি-বিধানতকৈ যুক্তিৰ প্ৰাধান্য আৰু তথাকথিত বৈৰাগ্য আৰু সাংসাৰিক উদাসীনতাৰ পৰা মুক্তি। ইয়াৰ ফল হ'ল সুদূৰ প্ৰসাৰী আৰু আজিও এই আন্দোলনৰ গতি শেষ হোৱা নাই। পজিটিভিজম প্ৰত্যক্ষবাদ আৰু হিউমেনিজম সকলো ইয়াৰেই ফল। এই মানৱকেন্দ্ৰিক চিন্তা ক্ৰমে গোটেই জগতত বিয়পি পৰিছিল।" এই গ্ৰন্থখনত তেওঁ উল্লেখ কৰিছে কেনেকৈ পাশ্চাত্যৰ এই জাগৃতি আন্দোলনৰ পৰিপ্ৰেক্ষিতত বঙ্গদেশত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, ৰামমোহন ৰায়, মাইকেল মধুসূদন দত্ত, অসমত আমেৰিকান মিছনেৰী, আনন্দৰাম ঢেঁকিয়ালফুকন, হেমচন্দ্ৰ বৰুৱা আদিয়ে যুক্তিবাদী, মানৱিকবাদী সাহিত্য-কলা-সংস্কৃতিৰ সূচনা কৰিবলৈ সমৰ্থ হৈছিল। উল্লেখ-

যোগ্য যে ইউৰোপীয় ৰেনেছাঁৰ পটভূমিত মানুহৰ গুৰুত্ব অনু-ধাৱন কৰিবলৈ তেওঁ প্ৰাচীন ভাৰতীয় মহাকাব্য মহাভাৰতৰ শান্তি-পৰ্বৰ 'ন মানুষাৎ শ্ৰেষ্ঠতৰংহি কিঞ্চিৎ' অৰ্থ্যাৎ মানুহতকৈ শ্ৰেষ্ঠ একোৱেই নাই, এই উক্তিৰো অৱতাৰণা কৰিছে। তদুপৰি শৰ্মাদেৱৰ ধাৰণাত আধুনিক অসমীয়া সাহিত্যৰ 'জোনাকী যুগটো' প্ৰকৃততে মানৱিক যুগৰেই প্ৰতিৰূপ আছিল। বেজবৰুৱাৰ লগতে হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা এই মানৱিক যুগটোৰ প্ৰতিভূ বুলি তেওঁ উল্লেখ কৰিছে আৰু তেওঁৰ মতে আধুনিক অসমীয়া সাহিত্যৰ লগতে আন আঞ্চলিক সাহিত্যত ইংৰাজী 'ৰোমাণ্টিক সাহিত্য' আৰু ফৰাচী বৈপ্লৱিক সাহিত্যৰ বিশেষ প্ৰভাৱ পৰিছে। আমাৰ সাহিত্যত ইংৰাজী 'ৰোমাণ্টিক' সাহিত্যৰ প্ৰভাৱ সম্পৰ্কে উল্লেখ কৰি তেওঁ লিখিছে—

"অতীতক প্ৰতি শ্ৰদ্ধা, দেশৰ ঐতিহ্যত গৌৰববোধ, সাধাৰণ মানুহৰ দুখ-সুখৰ মৰ্য্যদা প্ৰদান, গাঁৱলীয়া আৰু দুখীয়া জীৱনৰ সহানু-ভূতিশীল বৰ্ণনা, সামাজিক অন্যায় অত্যাচাৰৰ প্ৰতিবাদ—এইখিনি নতুন মানৱিকবাদী সাহিত্যৰ প্ৰধান বৈশিষ্ট্য। বিশেষকৈ গাঁৱলীয়া দুখীয়া জীৱনৰ কথা আমাৰ সাহিত্যত ইমানদিনে উপেক্ষিত হৈ আছিছিল। নতুন সাহিত্যই এইবিলাক জীৱনৰ কথা বিষয়বস্তু ৰূপে গ্ৰহণ কৰিলে।"

তেওঁৰ আন এখন প্ৰকাশিত গ্ৰন্থ 'সাহিত্য সংস্কৃতিৰ প্ৰবাহ'ত সন্নিবিষ্ট 'তুলনামূলক সাহিত্য' শীৰ্ষক নিবন্ধটোৱে পাশ্চাত্য সাহিত্যৰ গভীৰ অধ্যয়নৰ পৰিচয় দিয়ে। তুলনামূলক সাহিত্য ( Comparative Literature ) শব্দটোৰ প্ৰয়োগ বহুল ভাৱে হৈছে যদিও শব্দটোৰ অৰ্থ বা ব্যাখ্যা বহুতৰ বাবে দুৰ্বোধ্য হৈ ৰৈছে। জাৰ্মান দাৰ্শনিক কবি গ্যেটেই উদ্ভাৱন কৰা এই শব্দটো কেনেকৈ বিশিষ্ট সমালোচক হ্বেইণ্টবেৰীয়ে 'তুলনামূলক সমালোচনা' বা কবিগুৰু ৰবীন্দ্ৰনাথে 'বিশ্বসাহিত্য' বুলি উল্লেখ কৰিছে, সেই সম্পৰ্কে লেখকে এই নিবন্ধটোত ইউৰোপীয় 'ৰোমাণ্টিক' আন্দোলনৰ পটভূমিত বিশ্লেষণ কৰিছে। একেখন গ্ৰন্থৰে আন এটা নিবন্ধ 'কবিতাৰ মোখনি' লিখকৰ ইংৰাজী

কাব্য-সাহিত্যৰ বিস্তৃত অধ্যয়নৰ পৰিচায়ক। এই নিবন্ধটোত মহাকবি মিল্টনৰ পৰা আৰম্ভ কৰি ওৱাৰ্ডচৱাৰ্থ, শেলী, বায়ৰণ, কীট্ছ, টেনিছন, ব্ৰাউনিং, মেথিউ আৰ্নল্ডলৈকে বিভিন্ন কবিৰ কবিতাৰ বৈশিষ্ট্য বিভিন্ন দৃষ্টিৰে বিচাৰ কৰিছে। ইয়াৰ লগতে বঙ্গদেশৰ কবি মাইকেল মধুসূদন দত্ত, পাৰস্যৰ কবি হাফিজ, আৰু অসমৰ কবি বেজবৰুৱাৰ কবিতা সম্পৰ্কে তুলনামূলক বিশ্লেষণ ডাঙি ধৰা হৈছে। 'যতীন দুৱৰাৰ কথা-কবিতা আৰু ৰুছিয়া' শীৰ্ষক নিবন্ধত ৰুছ সাহিত্যৰ স্বনামধন্য দুগৰাকী ব্যক্তি টলষ্টয় আৰু টুৰ্গেনিভৰ সাহিত্য কৰ্মৰ বিষয়ে উল্লেখ কৰা হৈছে। বিশেষকৈ দুৱৰাৰ কথা-কবিতা আৰু টুৰ্গেনিভৰ কথা-কবিতাৰ মাজত এটা ভাবগত সাদৃশ্যৰ কথা তেওঁ উল্লেখ কৰিছে। সেইদৰে 'দুৱাৰ মেল খালে' নিবন্ধটোৱে লেখকৰ পাশ্চাত্য সাহিত্যৰ গভীৰ অধ্যয়নৰ স্বাক্ষৰ বহন কৰে। ইংৰাজী কাব্য-সাহিত্যৰ প্ৰভাৱে কেনেকৈ ৰবীন্দ্ৰনাথৰ পৰা আৰম্ভ কৰি অসমীয়া সাহিত্যত বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, গোহাঁঞি বৰুৱা, ৰত্নেশ্বৰ মহন্তলৈকে কবি সাহিত্যিকক প্ৰভাবান্বিত কৰিছিল, সেই সম্পৰ্কে উদাহৰণসহ বিস্তৃত ব্যাখ্যা ডাঙি ধৰিছে। বিশেষকৈ ইংৰাজী 'ৰোমাণ্টিক' কাব্য-সাহিত্য আৰু লোক-গীত ( Ballad ) বোৰে অসমীয়া কাব্য-সাহিত্য কেনেদৰে প্ৰভাবান্বিত বা অনুপ্ৰাণিত কৰিছিল সেই কথা তেওঁ উল্লেখ কৰিছে। অৱশ্যে ইংৰাজী কাব্য-সাহিত্যৰ প্ৰত্যক্ষ বা পৰোক্ষ প্ৰভাৱে অসমীয়া কাব্য-সাহিত্যক কেনে ৰূপ দিছিল সেই সম্পৰ্কে তেওঁৰ বক্তব্য উল্লেখনীয়। তেওঁ লিখিছে—"ইংৰাজী কবিতাই আমাৰ কবিক সাহ, উৎসাহ আৰু প্ৰেৰণা যোগালে। ইংৰাজী সাহিত্যই ৰুচি পৰিৱৰ্তন কৰা আধুনিক অসমীয়া লোকৰ কাৰণে আধুনিক কবিয়ে কবিতা ৰচনা কৰে, জগৰামণ্ডলৰ গৃহিণীৰ বাবে নহয়। এতিয়াও অসমীয়া কবিতা পঢ়ো বুলি পঢ়া মানুহ কিমান আছে কব নোৱাৰি। তথাপি আধুনিক অসমীয়া কাব্যই পীৰা এখন পাৰি বহি ললে। বিদেশী প্ৰভাৱ, বিদেশী উপাদান থাকিলেও ই অসমীয়া বস্তু।" এই গ্ৰন্থৰে 'ৰবীন্দ্ৰনাথৰ এটা দিশ' নিবন্ধত প্ৰকৃততে পাশ্চাত্য সাহিত্য-সংস্কৃতিৰ এটা মূল্যায়ণ

কৰা হৈছে বুলি কব পাৰি। এই প্ৰবন্ধটোত তেওঁ উল্লেখ কৰিছে কেনেকৈ পাশ্চাত্য সাহিত্য-সংস্কৃতিৰ স্পৰ্শত ৰবীন্দ্ৰনাথ আৰু ভাৰতীয় মানৱিকবাদী সকলৰ ভাবাদৰ্শত পাশ্চাত্য 'হিউমেনিজম' আৰু প্ৰাচ্যৰ উপনিষদৰ সংমিশ্ৰন ঘটিছে যাৰ প্ৰভাৱত ভাৰতীয় সাহিত্য তথা আঞ্চলিক সাহিত্য সমূহ পুনৰ পৃথিবীমুখী হৈছে।

বিশিষ্ট ইংৰাজ চিন্তাবিদ বেনজনছনে কৈছিল—To judge of the poets is only the faculty of poets. প্ৰখ্যাত ৰোমান চিন্তাবিদ চেনেকাৰ দ্বাৰা উদ্ভাৱিত আৰু বেনজনচনৰ দ্বাৰা সম্প্ৰসাৰিত এই উক্তিটোৰ সৰল অৰ্থ হৈছে কাব্য-সাহিত্য বিচাৰ কৰিবৰ অৰ্হতা কেৱল কবি সকলহে আছে। বেনজনচনৰ এই উক্তি বিতৰ্কমূলক হ'লেও এইটো অস্বীকাৰ কৰিব নোৱাৰি যে এজন কবি-সমালোচকৰ স্বকীয় কাব্যিক অনুভূতি আৰু দৃষ্টিয়ে তেওঁৰ কাব্য-সমালোচনাক এটা সুকীয়া বৈশিষ্ট্য প্ৰদান কৰে। এই দৃষ্টিকোনৰ পৰা শৰ্মাদেৱৰ ভাৰতীয় কাব্য-সাহিত্যৰ বিষয়ে আগবঢ়োৱা আলোচনাৰ বিশেষ গুৰুত্ব আছে। তেওঁৰ স্বৰচিত কাব্য-সাহিত্য সমূহৰ ভিতৰত ফ্ৰেন্সিছ টাৰ্নাৰ পলগ্ৰেভৰ অভিনৱ গীতি-কাব্য গ্ৰন্থ 'গল্ডেন ট্ৰেজাৰীৰ' অনুকৰণত লিখা 'শত পত্ৰ' আৰু 'লেফেফা', 'সেই বাবুটো ক'ত,' 'আজি দুপৰীয়া' উল্লেখযোগ্য। ইয়াৰ উপৰি বিভিন্ন বাৰ্তালোচনী, আলোচনী যেনে অগ্ৰদূত, প্ৰকাশ, প্ৰান্তিক, পূৰ্বাকাশ আদিত তেওঁৰ কবিতা প্ৰকাশ হৈছে। অৱশ্যে তেওঁৰ স্বৰচিত কবিতাত ইংৰাজী বা আন বিদেশী সাহিত্যৰ প্ৰভাৱ সম্পৰ্কে এটা মতামত দিবলৈ আমি সমৰ্থ নহও। তথাপি তেওঁৰ 'লেফাফা' কাব্য-গ্ৰন্থৰ দুটামান কবিতা যেনে 'অজানতা মহিমানম', 'হাত বাউলি', 'বিফিউজী,' 'জ্যোতিধৰ,' সংস্কৃতৰ অধ্যাপক, বৰুৱা ছাৰ আদিত ১৪ শতিকাৰ ইংৰাজ কবি জিয়ফ্ৰে চছাৰৰ 'কেন্টাৰবাৰী টেলচ' কাব্য-গ্ৰন্থৰ ৰচনা-ৰীতি আৰু বৌদ্ধিক পৰিবেশৰ অনুকৰণৰ এটা প্ৰচেষ্টা আছে বুলি আমাৰ ধাৰণা হয়।

তেওঁৰ আন এখন প্ৰকাশিত অনুবাদ গ্ৰন্থ 'আৰিষ্টটলৰ কাব্য জিজ্ঞাসা'ই পাশ্চাত্য সাহিত্য অধ্যয়ন আৰু চিন্তাচৰ্চাৰ আন

এটা দিশ উন্মোচন কৰিছে। গ্ৰীক-দাৰ্শনিক পণ্ডিত এৰিষ্টটলৰ 'পয়েটিক্‌চ' (poetics) কাব্য সাহিত্য সম্পৰ্কীয় সৰ্বজনবিদিত এখন তত্ত্বমূলক গ্ৰন্থ। আৰু শৰ্মাদেৱৰ 'আৰিষ্টটলৰ কাব্য জিজ্ঞাসা' এই গ্ৰন্থখনৰ অসমীয়া অনুবাদ। এৰিষ্টটলৰ 'পয়েটিক্‌চ'ত প্ৰধানকৈ 'ক্লাছিকেল' কাব্য-সাহিত্যৰ বিভিন্ন দিশৰ তাত্ত্বিক আলোচনা কৰা হৈছে। সাম্প্ৰতিক কালৰ কবি-সাহিত্যিক সকলে কাব্য-সাহিত্য সম্পৰ্কে এৰিষ্টটলৰ আনুসঙ্গিক সিদ্ধান্ত বা ধাৰণা মানি নললেও তেওঁৰ কেইটামান মূল নীতি-নিৰ্দেশনা এতিয়াও প্ৰত্যাখ্যান কৰিব পৰা নাই। বিশেষকৈ পাশ্চাত্য সাহিত্যত এৰিষ্টটলৰ সিদ্ধান্ত সমূহে এতিয়াও গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আছে। এই প্ৰসঙ্গত শৰ্মাদেৱৰ বক্তব্য উল্লেখনীয়। তেওঁ লিখিছে— 'পাশ্চাত্য দেশৰ সাহিত্য ভাবনা বুজিবৰ বাবে 'পয়েটিকচ'ৰ অধ্যয়ন অপৰিহাৰ্য্য। ইংৰাজী সাহিত্যত ছাৰ ফিলিপ ছিদনী, ড্ৰাইডেন, শ্যেলীৰ কাব্য-বিষয়ক নিবন্ধ বুজিবলৈ 'পয়েটিকচ' নেজানিলে নহয়, ওৱাৰ্ডচৱৰ্থৰ 'প্ৰিফেচ' বুজিবলৈকো। মিল্টনৰ মহাকাব্য আৰিষ্টটলীয় নীতিত গঠিত। ভাৰতীয় সাহিত্যত এৰিষ্টটলৰ প্ৰভাৱ মাইকেল মধুসূদন দত্তৰ দিনৰ পৰা আৰম্ভ হৈছে—মেঘনাদ বধ কাব্য হ'মাৰৰ ৰীতিত গঠিত।'

অসমৰ এখন বাৰ্তালোচনীত প্ৰকাশিত এটা চমু নিবন্ধত যজ্ঞেশ্বৰ শৰ্মাৰ লেখাৰ এটা বৈশিষ্ট্যপূৰ্ণ দিশ 'উইট' (wit) বুলি উল্লেখ কৰিছিলো। আৰু তেওঁৰ লেখা সমূহত 'উইট'ৰ প্ৰয়োগ ইংৰাজী সাহিত্য অধ্যয়ন প্ৰসূত বৈশিষ্ট্যও বুলি মত প্ৰকাশ কৰিছিলো। অৱশ্যে সেই নিবন্ধটোত এই সম্পৰ্কে বিস্তৃত ভাবে আলোচনা কৰা হোৱা নাছিল। অসমীয়া ভাষা-সাহিত্যত 'উইট' সম্পৰ্কে প্ৰামাণ্য সংজ্ঞা বা ব্যাখ্যা আমি পোৱা নাই। অসমীয়া অভিধানত (হেমকোষ) 'উইট'ৰ শব্দগত অৰ্থ ধেমেলীয়া গুণ, বুদ্ধি বা আনক বিবুদ্ধি বা হতবাক কৰিব পৰা দক্ষতা বুলি উল্লেখ কৰা হৈছে। আমাৰ ধাৰণাত 'উইট' শব্দটোৱে সামগ্ৰিক ভাবে ব্যক্তিৰ মানসিক দক্ষতা (Mental Faculty) বুজায়, আৰু বুদ্ধিদীপ্ত, বিদ্ৰূপাত্মক, পৰিস্থিতি সাপেক্ষে

আকস্মিক ভাবে প্ৰয়োগ কৰা চমু লেখা বা টোকাৰ যোগেদি এই দক্ষতা প্ৰকাশ পায়। আৰু এই চমু বক্তব্য বা সংক্ষিপ্ত প্ৰকাশ-ভঙ্গীয়েই উইটৰ 'আত্মা' বুলি কোৱা হয়—(Brevity is the soul of wit)। ইংৰাজী সাহিত্যত 'উইট'ৰ প্ৰয়োগ আৰু অৱস্থান সম্পৰ্কে বিস্তৃত আলোচনা আছে। এই সন্দৰ্ভত ওঠৰ শতিকাৰ আগভাগত বিকাশ লাভ কৰা ইংৰাজী 'ৰচনা সাহিত্য'ৰ (Prose Literature) কথা বিশেষ ভাবে উল্লেখ কৰা হৈছে। এই ৰচনা সমূহৰ (Essays) অধিকাংশ পত্ৰিকীয়া বা সাপ্তাহিক কাকতৰ মাধ্যমত প্ৰকাশ হৈছিল, আৰু প্ৰায় বিলাক ৰচনাৰে বিষয়বস্তু আছিল সমসাময়িক সমাজ ব্যৱস্থাৰ বিভিন্ন দিশ। এই ৰচনা সমূহতে বোধহয় সৰ্ব প্ৰথমে 'উইট'ৰ প্ৰয়োগ হৈছিল। ইংৰাজী ৰচনা সাহিত্যৰ আলোচনা প্ৰসঙ্গত ডিফ', ষ্টিলে, এডিচন, বেকন আদি প্ৰবন্ধকাৰৰ নাম আৰু তেওঁলোকৰ দ্বাৰা প্ৰকাশিত পত্ৰিকীয়া, সাপ্তাহিক, দৈনিক সংবাদ পত্ৰ যেনে—'ৰিভিউ', 'টাটলাৰ', 'স্পেক্‌টেটৰ' আদি বিশেষভাবে উল্লেখিত হৈছে। সামাজিক চেতনাৰে উদ্বুদ্ধ এই সংবাদ পত্ৰ সমূহত সমসাময়িক সমাজ জীৱনৰ বিভিন্ন দোষ-ত্ৰুটিৰ আলোচনা কৰা হৈছিল। বিশেষকৈ ব্যক্তি জীৱনত দেখা দিয়া কিছুমান অবাঞ্চনীয় প্ৰমূল্য যেনে মিথ্যা, শঠতা, বাহ্যিকতাৰ পৰিৱৰ্তে সততা, নৈতিকতা আৰু কথা-বতৰা, চাল-চলনত এক স্বাভাৱিকতাৰ পোষকতা কৰা হৈছিল। এখন দৈনিক কাকত 'স্পেকটেটাৰ'ত প্ৰকাশিত লেখা সম্পৰ্কে কোৱা হৈছে- এনেদৰে—

"Its daily essays were intended to enliven morality, with wit and to temper wit with morality, and to bring philosophy out of closets and libraries, schools and colleges to dwell in clubs and assemblies, at tea-table and cofee houses." অৰ্থ্যাৎ 'উইট'ৰ সহায়ত সজীৱ আৰু মসৃন কৰা আধ্যাত্মিক আৰু দাৰ্শনিক তত্ব সমূহ সংৰক্ষিত অঞ্চলৰ চাৰিবেৰৰ পৰা উলিয়াই

আনি সর্বসাধাৰণৰ মাজত বিতৰণ বা প্ৰচাৰ কৰাটোৱেই এই ৰচনা সমূহৰ মুখ্য উদ্দেশ্য আছিল। সেইদৰে বেকনৰ ৰচনা সম্পৰ্কে কোৱা হৈছে যে—এই ৰচনাসমূহে পঢ়ুৱৈক আনন্দ প্ৰদান কৰাৰ লগতে ৰাজনৈতিক বা আধ্যাত্মিক ক্ষেত্ৰত নীতি শিক্ষাৰ পাঠ দানো কৰিছিল—[He entertained the readers with counsels moral and political. These counsels are conveyed in short, crisp sentence that read like aphorisms] আৰু একো একোটা চুটি অথচ সতেজ বাক্যৰ এই 'এফৰিজিমচ্' বিলাক এৰিষ্টটলৰ এথিক্স (Ethics) বা 'ৰেটৰিকচ্' (Rhetorics) বিলাকৰ দৰেই জ্ঞানগৰ্ভ আৰু আকৰ্ষণীয়। যজ্ঞেশ্বৰ শৰ্মাৰ লেখাসমূহত ইংৰাজী ৰচনা সাহিত্যৰ এই দিশটোৱে কেনেদৰে প্ৰভাবান্বিত কৰিছে সেই সম্পৰ্কে সুনিৰ্দিষ্ট অভিমত দিব নোৱাৰিলেও তেওঁৰ একাংশ কবিতা, চমুলেখা, টোকা আৰু বক্তব্য সমূহত 'উইট'ৰ প্ৰয়োগ বা প্ৰয়োগৰ প্ৰচেষ্টা দেখা যায়। তেখেতৰ এই লেখা সমূহত নৈতিকতা বা প্ৰাচীন প্ৰমূল্যসমূহৰ দুৰ্দশা বা অৱক্ষয়ৰ চিত্ৰনৰ যোগেদি সমাজত সুস্থ নীতি বা প্ৰমূল্য প্ৰৱৰ্তনৰ আকাংখা প্ৰকাশিত হৈছে, আৰু আগতেই উল্লেখিত ইংৰাজী ৰচনা সাহিত্যৰ সাম্ভাব্য অনুকৰণত প্ৰয়োগ কৰা 'উইটে' তেওঁৰ লেখা সমূহক সৰ্বসাধাৰণ পঢ়ুৱৈৰ বাবেও আকৰ্ষণীয় কৰি তুলিছে।

উল্লেখযোগ্য যে অসমীয়া সাহিত্যত ব্যংগ বা হাস্যৰস সম্পৰ্কে আলোচনা আছে। কিন্তু 'উইট' সম্পৰ্কে বিশেষ আলোচনা আমি পোৱা নাই। সামগ্ৰিক ভাবে 'উইট' (Wit); হাস্যৰস (Humour); ব্যঙ্গ (Satire), প্ৰহসন (Farce) আদি সমগোত্ৰীয় সাহিত্যাঙ্গ আৰু প্ৰত্যেকবিধৰে কলাত্মক উদ্দেশ্যও প্ৰায় একেই। এটা সময়ত এবিধ নিম্নস্তৰৰ সাহিত্য কৌশল (Low Literary Device) বুলি গণ্য কৰা সাহিত্যৰ এই দিশটো সাম্প্ৰতিক কালৰ সমালোচক সকলে সাহিত্যৰ এটা গুৰুত্বপূৰ্ণ দিশ আৰু উচ্চ পৰ্য্যায়ৰ সাহিত্য সৃষ্টি বুলি নিৰ্ণয় কৰিছে। যেজৰবুৰো সাহিত্যৰ ব্যঙ্গাত্মক দিশ সম্পৰ্কে যজ্ঞেশ্বৰ

শৰ্মাৰ এটা বক্তব্য এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। তেওঁ লিখিছে--

"বৃটিছ আমোলৰ আৰম্ভত আমাৰ দেশলৈ যি নতুন শিক্ষা সংস্কৃতি সোমাল সেইখিনি আমাৰ দেশৰ অৱস্থাৰ লগত খাপ নেখাইছিল আৰু সেইখিনি গ্ৰহণ কৰিবলৈ যাওঁতে জীৱনত নানা অসঙ্গতি বা সামঞ্জস্য বিহীনতাই দেখা দিছিল। ব্যঙ্গ সাহিত্যই এনে অসঙ্গতিবোৰ ডাঙি ধৰে। পুৰণি গল আৰু নতুন আহিব পৰা নাই। এই সন্ধিযুগত ব্যঙ্গ সাহিত্যৰ আৱশ্যক হয়। বেজবৰুৱাৰ পূৰ্ববৰ্তী হেমচন্দ্ৰ বৰুৱাই ব্যঙ্গ সাহিত্যৰ বাট দেখুৱালে। অনুভূতি প্ৰধান ৰোমাণ্টিক সাহিত্যৰ লগত খাপ নোখোৱা যেন লাগিলেও ব্যঙ্গ সাহিত্য আধুনিক যুগৰ যুক্তি প্ৰধান সাহিত্যৰ এটা প্ৰধান অঙ্গ। Satire বা Humour এ এটা জাতিৰ বুদ্ধিৰ পৰিপক্কতা বুজায়। কিয়নো Satire বা Humour নিৰ্লিপ্ত আত্ম-বিশ্লেষণ। সাম্প্ৰতিক কালৰ আৰ্থ-সামাজিক, ৰাজনৈতিক, নৈতিক দিশৰ বিসঙ্গতিবোৰ 'উইট'ৰ সহায়েৰে ডাঙি ধৰা শৰ্মাদেৱৰ চমু লেখা আৰু টোকা সমূহ তেওঁ নিজেই উল্লেখ কৰা 'নিৰ্লিপ্ত আত্ম-বিশ্লেষণ' বুলিয়েই কব পৰা যায়।"

শৰ্মাদেৱৰ লেখাৰ আন এটা বৈশিষ্ট্য হৈছে ইংৰাজী খণ্ডবাক্য, (Short sentence), শব্দ প্ৰয়োগ (word play) আৰু উদ্ধৃতিৰ (Quotation) সহায়ত কোনো এটা গভীৰ তথ্য উদ্ঘাটন আৰু সেই সম্পৰ্কে নিজস্ব অভিমত উপস্থাপন। এই বৈশিষ্ট্যপূৰ্ণ দিশটো ইংৰাজীকে ধৰি আন সাহিত্যৰ বিস্তৃত অধ্যয়নৰেই পৰিচায়ক। এনে ধৰণৰ লেখাৰ কেইটামান উদাহৰণ উল্লেখ কৰা হ'ল--

১) বাৰ্ট্ৰাণ্ড ৰাছেলৰ Human Society Ethics And Politics গ্ৰন্থখনৰ কথা উল্লেখ কৰি তেওঁ লিখিছে—'বৰ্তমান জগতত নেতাবিলাকে পৃথিৱীৰ সকল জনসাধাৰণক মৃত্যুৰ মুখলৈ লৈ গৈছে। ডেচ্‌ডিমনাক হত্যা কৰাৰ আগতেই অথেলৰ মনত

যি অনুতাপ বা ট্ৰেজিক অস্বস্তিৰ সৃষ্টি হৈছিল. আমাৰ বিধ্বংসী নেতাসকলৰ মনত তাৰ সামান্যতম এক কণিকাও যদি থাকিলেহেঁতেন 'The heat of it Iago, o, Iago, the pity of it.' ছেক্সপীয়েৰৰ 'অথেল' নাটকৰ এই উদ্ধৃতিৰে তেওঁ সাম্প্ৰতিক কালৰ ৰাজনৈতিক নেতা বিলাকৰ নিষ্ঠুৰতা বা নৃশংসতাৰ আভাস দিবলৈ চেষ্টা কৰিছে।

২) সেইদৰে সাম্প্ৰতিক কালৰ সুযোগ সন্ধানী ৰাজনৈতিক ব্যক্তিসকলৰ চৰিত্ৰৰ আভাস দিবলৈ তেওঁ ইংৰাজী Blood Sucker শব্দটো প্ৰয়োগ কৰিছে। এনেধৰণৰ ব্যক্তিক তেওঁ 'বাদুলী' আখ্যা দিছে। তেওঁৰ মতে এই জাতি বাদুলীয়ে তেজ পিয়ে, অৰ্থাৎ ইহঁত Blood Sucker. ইংৰাজীত ইয়াৰ আন এটা প্ৰতিশব্দ হৈছে Vampire. এই শব্দটো সুযোগ সন্ধানী দুষ্ট বা অসৎ চৰিত্ৰৰ ব্যক্তিৰ ক্ষেত্ৰতো প্ৰয়োগ কৰা হয়। প্ৰকৃততে আমেৰিকাৰ গ্ৰীষ্ম প্ৰধান অঞ্চলত এনে ধৰণৰ 'তেজপিয়া বাদুলী' পোৱা যায়।

৩) অসমীয়া শব্দ বাক্য প্ৰয়োগৰ বিভ্ৰান্তিৰ এটা উদাহৰণ ডাঙি ধৰিবলৈ গৈ তেওঁ ইংৰাজী Oath Taking শব্দটো উল্লেখ কৰিছে। অসমীয়া মানুহে 'শপত খায়' বুলিহে জানো। 'শপত লোৱা' কথাটো ইংৰাজী Oath Taking ৰ সাংবাদিক ৰূপ। অৱশ্যে যদি আন্তৰিকতাৰে শপতৰ কথা পালন কৰিব নোৱাৰে, তেন্তে 'শপত লোৱাই' ভাল হব। এই 'শব্দ' কেইটাৰ অন্তৰ্নিহিত বিদ্ৰূপ স্পষ্ট ভাবে ধৰিব পাৰি।

৪) অসমীয়া মানুহৰ চৰিত্ৰৰ এটা দুৰ্বল দিশ উল্লেখ কৰি তেওঁ লিখিছে –বেপাৰী বৃটিছ সকলৰ শাসনৰ গুণতহে ভাৰতৰ ছাত্ৰই ছেক্সপীয়েৰ, মিল্টন, ওৱাৰ্ডচৱাৰ্থ পঢ়িবলৈ পালে। ফৰাচীৰ শাসন হোৱা হ'লে Racine, Victor Hugo পঢ়িলেহেঁতেন। গাত বল শক্তি আৰু চৰিত্ৰ থকা মানুহৰ মাতহে আনে শ্ৰদ্ধাৰে শিকে। অসমীয়াৰ চৰিত্ৰত বল, পেৰাত ধন হ'লে অসমীয়া ভাষাও আনে শিকিব।

৫) আমাৰ সমাজত মহিলাৰ স্থান সম্পৰ্কে কবলৈ গৈ তেওঁ ইংলণ্ডৰ এটা সময়ৰ সামাজিক পৰিবেশৰ কথা উল্লেখ কৰিছে। 'আগৰ মানুহৰ ধাৰণা আছিল পুৰুষৰ তৰোৱাল, নাৰীৰ বেজি, পুৰুষৰ বাহিৰ, তিৰোতাৰ ভিতৰ। বিলাতত একালত সাহিত্য-চৰ্চা কৰা মহিলাৰ সমাজ এখনক ব্লুষ্টকিং (Blue-stocking) বুলি ইতিকিং কৰা হৈছিল। আজিকালি কোনেও সাহ নকৰে। ইমানদিনে নাৰীৰ পক্ষৰ কথা পুৰুষ কবি-সাহিত্যিকে কৈ আহিছে, মহিলা সাহিত্যিকে নিজৰ কথা কলে আমাৰ সাহিত্য নিশ্চয় সমৃদ্ধ হব।' (সাহিত্য সভাৰ সভাপতিৰ অভিভাষণৰ পৰা)। এই Blue-stocking শব্দটো ১৮ শতিকাৰ ইংলণ্ডৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত বিদ্ৰূপাত্মক ভাবে ব্যৱহাৰ কৰা এটা তাৎপৰ্য্য-পূৰ্ণ শব্দ।

এনেদৰেই যজ্ঞেশ্বৰ শৰ্মাৰ লেখা সমূহৰ যোগেদি তেওঁৰ পাশ্চাত্য সাহিত্য অধ্যয়নৰ পৰিসৰ আৰু এই সাহিত্যৰ ইতিবাচক দিশ সমূহৰ (Positive Aspects) প্ৰতি আস্থাশীল মনোভাবৰ এটা সম্যক আভাস পাওঁ।



[সমালোচক হৈছে এজন ত্ৰাণকৰ্তা, আৰু সমালোচনা হৈছে অনুসন্ধিৎসুতা, সততাৰে স্ৰষ্টাৰ দৃষ্টি প্ৰতিফলন কৰা আৰু স্ৰষ্টাৰ সৃষ্টিত এই দৃষ্টি কেনেদৰে ৰূপায়ণ হৈছে তাৰ বিচাৰ কৰা।]

অলিভাৰ এল্টন

*[The critic is a rescuer, and his work is to elicit, to mirror as truely as he can the poet's vision, and to judge of its realisation in his handiwork.]*

*OLIVER ELTON.*

# ইংৰাজী কাব্য-সাহিত্যত বৰ্ষা

বিভিন্ন দেশৰ বিভিন্ন সাহিত্যত বৰ্ষা বা বৰষুণে এক উল্লেখযোগ্য স্থান অধিকাৰ কৰি আছে। প্ৰাচীন সাহিত্যৰ পৰা আৰম্ভ কৰি আধুনিক সাহিত্যলৈকে এই বৈশিষ্ট্য পৰিলক্ষিত হয়। ভাৰতীয় সাহিত্যত মহাকবি কালিদাসৰ 'মেঘদূতম' মহাকাব্যত, শ্ৰীশ্ৰীশংকৰদেৱৰ 'বাৰিষাৰ বৰ্ণন'ত, কবিগুৰু ৰবীন্দ্ৰনাথৰ 'বৰ্ষামঙ্গল' আদি কবিতাত অসমীয়া কবি গণেশ গগৈৰ কবিতাত অনুভূতিশীল মানৱ মনৰ প্ৰেম-প্ৰীতিৰ ভাব প্ৰকাশৰ মাধ্যম ৰূপে বা প্ৰয়োজনীয় পৰিবেশৰ প্ৰতিফলন ৰূপে বৰ্ষাৰ বৰ্ণনা বা চিত্ৰ অংকন কৰা হৈছে। ইংৰাজী সাহিত্যত বিশেষকৈ কাব্য-সাহিত্যত বৰ্ষাৰ স্থান আৰু ভূমিকাৰ বিস্তৃত প্ৰতিফলন দেখা যায়। ইংৰাজী কাব্য-সাহিত্যত প্ৰধানতঃ চাৰিটা ঋতু – বসন্ত, হেমন্ত, শীত, গ্ৰীষ্ম আৰু নদ-নদী, হ্ৰদ-সৰোবৰ, জান-জুৰি, ফল-ফুল, পশু-পক্ষী, আদি প্ৰকৃতিৰ বিভিন্ন উপাদানৰ আলমত সংখ্যাধিক অ'ড, চনেট, লিৰিক আদি ৰচনা কৰা হৈছে। তথাপি এই সাহিত্যত বৰ্ষা বা বৰ্ষাজনিত পৰিবেশৰ চিত্ৰ বা বৰ্ণনা বিস্তৃত ভাবে পোৱা যায়।

বৈপ্লৱিক আদৰ্শবাদৰ কবি বুলি খ্যাত ইংৰাজ কবি শ্যেলীৰ বৰষুণ, ডাৱৰ, বতাহ, ধুমুহা আদিৰ প্ৰতি প্ৰবল প্ৰীতি বা আকৰ্ষণ দেখা যায়। তেওঁৰ এটা কবিতা 'দি ক্লাউদ'ত বৰষুণৰ বৰ্ণনা প্ৰধান উপজীব্য হৈ পৰিছে। কবিতাটোত ডাৱৰ-বোৰক উদ্দেশ্য কৰি কোৱা হৈছে—

I bring fresh showers
For the thirsting flowers
From the seas and the streams.

অৰ্থাৎ ডাৱৰবিলাকে তৃষ্ণাতুৰ ফুলবিলাকক সঞ্জীৱিত কৰিব-

লৈকে যেন সাগৰ আৰু জান-জুৰিৰ পৰা বৰষুণৰ কণিকাবোৰ সংগ্ৰহ কৰি আনে। এই কবিতাটোত বৰষুণৰ বৰ্ণনাৰ একাধিক চিত্ৰ আছে। শ্যেলীৰ আন এটা কবিতা 'টু এ স্কাইলাৰ্ক'ত উল্লেখ কৰা হৈছে কেনেকৈ স্বৰ্গীয় আভাৱে উদ্ভাসিত এই বিহঙ্গমৰ আগমনত পৃথিবীৰ বুকুত বসন্ত কালৰ বৰষুণে এক অপূৰ্ব সঙ্গীত মূৰ্ছনাৰ সৃষ্টি কৰে আৰু গছ-পাত ফুল-বোৰক জীৱন্ত ৰূপ দি প্ৰকৃতিৰ শোভা বৰ্ধন কৰে। সেইদৰে তেওঁৰ 'অ'ড টু দি ৱেষ্ট উইণ্ড' কবিতাটোত উল্লেখ কৰা হৈছে কেনেকৈ আকাশত ভ্ৰমি ফুৰা ডাৱৰৰ টুকুৰাবোৰেই নতুন সৃষ্টি, নতুন জীৱনৰ বাৰ্তাবাহী বৰষুণৰ উৎস। এইজন কবিয়ে যেনেকৈ বৰষুণক নতুন জীৱন বা ন-সৃষ্টিৰ বাৰ্তাবাহী বুলি ধাৰণা কৰিছে আন এজন সমসাময়িক কবি টমাচ হাৰ্ডিয়ে ইয়াৰ বিপৰীতে সৃষ্টি বা জীৱনৰ স্থবিৰতা, জড়তা প্ৰকাশ কৰিবলৈ বৰ্ষা-কালীন পৰিবেশ সৃষ্টি কৰিছে তেওঁৰ কবিতাত। হাৰ্ডিৰ 'দি দাৰ্কলিং থ্ৰাছ' কবিতাটো এই প্ৰসঙ্গত উল্লেখযোগ্য। এই কবিতাটোত শীতকালৰ এটা সন্ধিয়াক মৃতপ্ৰায় জড় পদাৰ্থৰ লগত তুলনা কৰি কোৱা হৈছে যে এই সন্ধিয়াৰ বতাহ-ডাৱৰে মৃত্যুৰ শীতলতা বা অনাসৃষ্টিৰ স্থবিৰতাহে বহন কৰিছে। তেনেদৰে ক্ষণভঙ্গুৰ মানৱ জীৱনৰ ক্ষন্তেকীয়া অৱস্থান বুজাব-লৈকে গ্ৰীষ্মকালৰ বৰষুণৰ উপমা ব্যৱহাৰ কৰা হৈছে ৰবাৰ্ট হেৰিকৰ 'টু ডেফডিলচ্' কবিতাটোত—

Like to the Summer's Rain
Or as the pearls of Morning's dews
N'er to be found again

অৰ্থাৎ মানৱ জীৱনৰ অৱস্থান গ্ৰীষ্মকালৰ বৰষুণৰ দৰেই অতিশয় আকস্মিক বা ক্ষণস্থায়ী। ইংৰাজী কাব্য-সাহিত্যত প্ৰকৃতি কবি (Nature poet) বুলি খ্যাত উইলিয়াম ওৱাৰ্ডচৱাৰ্থে তেওঁৰ 'লুচি পয়েমচ'ত মানস কন্যা লুচিৰ দৈহিক আৰু মান-সিক গঠন প্ৰক্ৰিয়াৰ আলেখ্য ডাঙি ধৰিছে। তেওঁ এই কাব্য

গ্ৰন্থত উল্লেখ কৰিছে কেনেকৈ প্ৰকৃতি জীয়ৰী লুচিয়ে প্ৰকৃতিৰ বুকুতেই সূৰ্য্যৰ উত্তাপেৰে বাঁধত হৈ ৰৰষুণৰ কণিকাৰে সিক্ত হৈ এজনী পূৰ্ণযৌৱনা গাভৰুলৈ ৰূপান্তৰিত হৈছিল। ৰৰষুণে সিক্ত কৰা সন্ধিয়া সময়ৰ খণ্ড চিত্ৰৰ আকৰ্ষণীয় বৰ্ণনাৰে উইলিয়াম কলিনচৰ 'অড টু দি ইভিনিং' আন এটা উল্লেখযোগ্য কবিতা। খ্যাতনামা ইংৰাজ নাট্যকাৰ আৰু কবি ছেক্সপীয়েৰে ইংলণ্ডৰ শীতকালৰ এটা আলেখ্য ডাঙি ধৰিবলৈ দেৱালত সিঁচৰিত হৈ থকা ৰৰষুণৰ কণিকাবোৰৰ আশ্ৰয় লৈছে তেওঁৰ 'উইনটাৰ, হোৱেন আইচকোলচ্ হেং বাই দি ওৱাল' কবিতাটোত। এই-জন কবি আৰু নাট্যকাৰেই আকৌ মানৱ জীৱনৰ প্ৰেম, দয়া সম্প্ৰীতি আদি ভাবাবেগৰ গুৰুত্ব বুজাবলৈ ৰৰষুণৰ সহায় লৈছে তেওঁৰ এখন নাটক 'দি মাৰ্চেণ্ট অৱ ভেনিচ'ত। এই নাটকখনত মানৱ প্ৰেমৰ বিভিন্ন দিশ যেনে—ক্ষমা, সহৃদয়তা, সহনশীলতাৰ গুৰুত্ব প্ৰকাশ পাইছে নাৰী চৰিত্ৰ পাঁচিয়াৰ বক্তব্যৰ যোগেদি। এটা জীৱন্ত মানুহৰ শৰীৰ পৰা এটুকুৰা মাংস কাটি নিবলৈ উদ্যত হোৱা অমানৱীয় নিষ্ঠুৰতাৰ প্ৰতিভূ ইহুদী চাইলকৰ প্ৰতি ক্ষমাদানৰ বাবে পাঁচিয়াৰ কাতৰ আহ্বানে দয়া আৰু ক্ষমাৰ মহিমা এক অতিশয় আবেগময় ভাষাত প্ৰকাশ কৰিছে—

The quality of mercy is not straind
It droppeth as the gentle rain from heaven.
Upon the place beneath.

ইয়াত ক্ষমা গুণটোক স্বৰ্গৰ পৰা পৃথিৱীলৈ নামি অহা ৰৰষুণৰ কণিকাবোৰৰ লগত তুলনা কৰা হৈছে যেন ৰৰষুণৰ কণিকাবোৰৰ দৰেই ক্ষমা মানৱ জীৱনৰ এটা স্বৰ্গীয় বা পবিত্ৰ বস্তু।

১৮ শতিকাৰ এজন ইংৰাজ কবি জেমচ্ টমচনে তেওঁৰ এটা কবিতা 'ফ্ৰম উইনটাৰ' আৰম্ভ কৰিছে মেঘাচ্ছন্ন আকাশ, আসন্ন ধুমুহা আৰু সমাগত বৰ্ষাৰ বৰ্ণনাৰে আৰু কবিতাটো শেষ কৰিছে সমস্ত প্ৰকৃতি আৰু জীৱজগতৰ ওপৰত ইয়াৰ প্ৰতি-ক্ৰিয়াৰ চিত্ৰনেৰে। মানৱ জীৱনৰ সমস্ত বিষাদ, বিৰহ, ধ্বংস,

মৃত্যুৰ চেতনা যেন মূৰ্তমান হৈছে এই কবিতাটোত আৰু ধূমুহা বৰষুণেই এই চেতনাৰ প্ৰধান উৎস হৈ পৰিছে। কিন্তু ইয়াৰ বিপৰীতে আন এজন ইংৰাজ কবি এ. চি. চুইনবাৰ্ণে তেওঁৰ এটা কবিতা 'হোৱেন দি হাউন্দচ্ অব্ স্প্ৰিং আৰ অন উইনটাৰচ্ ট্ৰেচেচ'ত শীতকালৰ বৰ্ষাৰ বিষণ্ণতা, জড়তাৰ পিচত আনন্দ আৰু নব-সৃষ্টিৰ বাবে সমাগত বসন্তৰ এটা দুমুখীয়া কল্পচিত্ৰ ডাঙি ধৰিছে। উল্লেখযোগ্য যে ১৯ শতিকাৰ এই কবিজন এজন প্ৰবল আশাবাদৰ কবি বুলি জনাজাত আৰু সেয়ে নৈৰাশ্যবাদৰ কবি বুলি অভিহিত জেমচ্ টমচনৰ লগত তেওঁৰ কাব্যিক দৃষ্টি-ভঙ্গী বা ভাবাবেগৰ বৈসাদৃশ্য পৰিলক্ষিত হয়। ইংৰাজী কাব্য-সাহিত্যত তথাকথিত দুৰ্বোধ্য কবিতাৰ অন্যতম স্ৰষ্টা বুলি অভিহিত ৰবাৰ্ট ব্ৰাউনিংৰ এটা প্ৰেমৰ কবিতা 'পৰফিৰিয়াচ'চ লাভাৰ'ত প্ৰয়োজনীয় পৰিবেশ সৃষ্টিৰ বাবে বৰ্ষাৰ প্ৰয়োগ কৰা হৈছে। কবিতাটোত প্ৰেমিকাই প্ৰেমিকৰ মনত কামভাব, উত্তেজনা জাগ্ৰত কৰিবলৈ বিচৰাৰ আকাংক্ষাক মূৰ্তমান কৰিবলৈ কবিয়ে এটা বৰ্ষামুখৰ নিশাৰ পৰিবেশ অতিশয় উপযুক্ত বুলি বিবেচনা কৰিছে আৰু এনে এটা পৰিবেশৰ বৰ্ণনাৰেই কবিতাটো আৰম্ভ কৰিছে।

আধুনিক কাব্য-সাহিত্যত প্ৰতীকবাদী কবি সকলে প্ৰতীক-ৰূপে পানী বা বৰষুণ প্ৰয়োগ কৰা দেখা যায়। সাধাৰণ অৰ্থত প্ৰতীক মানে চিহ্ন বা ৰূপক। আধুনিক কবিতাত প্ৰয়োগ কৰা কিছুমান ৰূপক যেনে—গোলাপফুল সৌন্দৰ্য্য, ভেটফুল পবিত্ৰতা, শিলাময় মৰুপ্ৰান্তৰ ধ্বংস-মৃত্যু, বৰষুণ, পানী সৃষ্টি বা জন্মৰ প্ৰতীকৰূপে ব্যৱহৃত হৈছে। এই প্ৰসঙ্গতে বিংশ শতিকাৰ এজন খ্যাতনামা প্ৰতীকবাদী জাৰ্মান কবি ৰাইনা মেৰিয়া ৰিল্কেৰ কবিতাত সাৰ্থক প্ৰয়োগ সম্পৰ্কে উল্লেখ নকৰি নোৱাৰি। ৰিল্কেৰ প্ৰায়-বোৰ কবিতাই ইংৰাজী ভাষালৈ অনূদিত হৈছে। তেওঁৰ এটা কবিতাত সৰ্বনিয়ন্তা ঈশ্বৰৰ মহিমা প্ৰকাশ কৰিবলৈ বসন্ত কালৰ বৰষুণৰ প্ৰতীক ব্যৱহাৰ কৰা হৈছে যেনে—

হে মহা ঐশ্চৰ্য্য,
তুমি আহা—জগতত মানুহৰ আভৰণ এখনি
নামে লাহেকৈ
বৰষুণ যেনেকৈ বসন্তত পৰে।

এই শতিকাৰ এজন প্ৰখ্যাত প্ৰতীকবাদী ইংৰাজ কবি টি. এচ. এলিয়টে বৰ্তমান যুগৰ নগৰবাসী মানুহৰ বৈচিত্ৰহীন, আমানিদায়ক গতানুগতিক জীৱন-যাপনৰ আলেখ্য ডাঙি ধৰিবলৈ ধুমুহা, বৰষুণৰ প্ৰতীক প্ৰয়োগ কৰিছে। নগৰ বা চহৰত বাস কৰা এই শ্ৰেণীৰ মানুহৰ জীৱনৰ স্থবিৰতা, নিঃসঙ্গতা, অৱসাদৰ চিত্ৰ অংকন কৰিবলৈ তেওঁ এনে প্ৰতীক ব্যৱহাৰ কৰিছে 'প্ৰিলিউদচ' নামৰ কবিতাটোত। ইয়াৰ এটা অংশত বৰ্ণনা কৰা হৈছে কেনেকৈ এটা শীতকালৰ ৰাতিপুৱা ধুমুহা বৰষুণে গছবোৰৰ শুকান পাত আৰু পুৰণি বাতৰি কাকতৰ টুকুৰাবোৰ উৰুৱাই নি পথাচাৰীৰ ভৰিত পেলাইছে আৰু বৰষুণৰ টোপাল বিলাকে ঘৰবোৰৰ ভঙা কাচবোৰত উপৰ্য্যুপৰি ভাবে আঘাট দিছে। এনেদৰে এই কবিতা-টোত সাম্প্ৰতিক কালৰ নগৰীয়া জীৱনৰ এটা খণ্ড চিত্ৰ উপস্থাপন কৰা হৈছে। আন এজন প্ৰতীকবাদী কবি ডাইলেন টমাচে তেওঁৰ এটা কবিতা 'পয়েম ইন অক্টোবৰ'ত পানী আৰু বৰষুণৰ প্ৰতীক ব্যৱহাৰ কৰিছে। এই শতিকাৰে আন এজন অপেক্ষাকৃত ভাবে কম খ্যাতিসম্পন্ন কবি চিগফ্ৰেদ ছাছোনৰ কবিতাত বৰষুণৰ প্ৰতীকে তাৎপৰ্য্যপূৰ্ণ হৈ ধৰা দিছে। এই প্ৰসঙ্গত তেওঁৰ 'ডেথবেদ' নামৰ কবিতাটো বিশেষকৈ উল্লেখনীয়। এই কবিতাটোত সমাগত বৰষুণৰ শব্দবোৰ সঙ্গীতৰ মূৰ্ছনালৈ ৰূপান্তৰিত হৈ পৰিছে আৰু প্ৰকৃতিৰ বুকুলৈ উজ্জলতা উত্তাপ লৈ অহা আৰু মানৱ জীৱনৰ কলুষ-কালিমা ধুই নিকা কৰা এক সমাহিত শক্তি-ৰূপে বৰ্ষা চিত্ৰিত হৈছে যেনে—

Not the harsh rain that sweeps
Behind the thunder
But a trickling peace
Gently and slowly washing life away

বিশেষ পৰিবেশৰ চিত্ৰ অংকন কৰিবলৈ বৰ্ষাৰ বৰ্ণনাৰ সহায় লৈছে সাম্প্ৰতিক কালৰ আন এজন ইংৰাজ কবি, মাইকেল ৰবাৰ্টচে। তেওঁৰ এটা কবিতা 'পয়েম ফৰ এলছা'ত কবিয়ে এটা বৰ্ষামুখৰ দিনত মৃত্যু হোৱা এজনী কাউৰী চৰাইৰ চিত্ৰ অংকন কৰিছে। কাউৰীজনীৰ মৃত্যু দৃশ্য দেখি বিহ্বল হোৱা মানৱ মনৰ শোক বিৰহৰ অনুভূতিৰ তীব্ৰতা প্ৰকাশ কৰিবলৈকে কবিয়ে এটা বৰ্ষাজনিত বিষণ্ণ দিনৰ পৰিবেশ সৃষ্টি কৰিছে যেন মানৱ মনৰ সুখ বা দুখৰ অনুভূতিয়ে বাহ্যিক জগতৰ পৰিবেশৰ মাজেদিহে পূৰ্ণতা লাভ কৰে।

---

# আধুনিক ইংৰাজী কবিতা
# আৰু
# টি, এচ, এলিয়ট

আধুনিক ইংৰাজী কবিতাৰ এটা বিশেষভাবে আলোচিত আৰু বিতর্কিত বিষয় হৈছে ইয়াৰ জটিলতা (Complexity) আৰু দুৰ্বোধ্যতা (Unintelligibility)। যদিও একশ্ৰেণীৰ শিক্ষিত আৰু সচেতন পঢ়ুৱৈৰ বাবে এই বিষয়টো গুৰুত্বপূৰ্ণ নহয় তথাপি পৰম্পৰাগত কাব্য-সাহিত্যৰ ৰস আস্বাদন কৰা সৰ্বসাধাৰণ পঢ়ুৱৈৰ বাবে এই গদ্যধৰ্মী, প্ৰতীকধৰ্মী নতুন কবিতাই আহুকালৰ সৃষ্টি নকৰাকৈ থকা নাই। প্ৰকৃততে আধুনিক কবিতাৰ এই নতুন ধাৰাটোৰ লগত পৰিচয়হীন বা এই সম্পৰ্কে অৱগত নোহোৱা এজন পঢ়ুৱৈৰ বাবে এনে কবিতা দুৰ্বোধ্য বা জটিল হৈ পৰাটো অস্বাভাৱিক নহয়। ইংৰাজী আধুনিক কবিতাৰ এই নতুন ধাৰাটোৰ আলোচনা প্ৰসঙ্গত বিশেষ ভাবে উল্লেখিত কবিজন হৈছে টমাচ ষ্টিৰ্নিয়াৰ্চ এলিয়ট (টি. এচ. এলিয়ট) আৰু আধুনিক কবিতাৰ দুৰ্বোধ্যতা বা বোধগম্যহীনতাৰ প্ৰসঙ্গটো টি, এচ, এলিয়টৰ কবিতাক কেন্দ্ৰ কৰিয়েই গঢ়ি উঠিছিল বুলি কব পাৰি। বোধহয় এনে এটা সাম্ভাব্য প্ৰসঙ্গ বা অভিযোগৰ প্ৰতি লক্ষ্য ৰাখিয়েই তেওঁৰ এটা প্ৰবন্ধত এই সম্পৰ্কে এটা ব্যাখ্যা ডাঙি ধৰিছে এলিয়টে নিজেই। উল্লেখযোগ্য যে ইংৰাজী কাব্য-সাহিত্যৰ নতুন ধাৰাটোৰ 'বাৰ্তাবাহক' বুলি অভিহিত টি, এচ, এলিয়টে কবিতাৰ উপৰিও সাহিত্য-সমালোচনামূলক কেইবাটাও নিবন্ধ লিখি খ্যাতি লাভ কৰিছে আৰু তেওঁৰ এই নিবন্ধ সমূহ জন হেৱাৰ্ড সম্পাদিত T. S. Eliot : SELECTED PROSE গ্ৰন্থখনত প্ৰকাশিত হৈছে।

প্ৰসঙ্গক্ৰমে ইংৰাজী আধুনিক কবিতাৰ এই ধাৰাটোৰ ঐতিহাসিক বা সাময়িক পটভূমি বিশ্লেষণ কৰি চোৱাৰ প্ৰয়োজনীয়তা আছি পৰে। ঊনবিংশ শতাব্দীৰ শেহ ভাগত 'ৰোমাণ্টিক' ভাবাদৰ্শৰে অনুপ্ৰাণিত হৈ কাব্য-সাহিত্য ৰচনা কৰি খ্যাতি লাভ কৰিবলৈ সমৰ্থ হৈছিল ইংৰাজ কবি ওৱাৰ্ডচৱাৰ্থ, শ্যেলী, কীটচ্ আদিয়ে। ইয়াৰ পিচত মানৱতাবাদ, ব্যক্তি স্বাধীনতাৰ আদৰ্শ, পৃথিৱী সম্পৰ্কে এক ৰমনীয় ৰহস্যবাদী চেতনা বা এক কল্পনা-বিলাসী মনোভাবে ইংৰাজী কাব্য-সাহিত্যত প্ৰসাৰ লাভ কৰে। সেইদৰে 'ৰোমাণ্টিক' যুগৰ শেষ পৰ্য্যায়ত অগ্ৰগতি লাভ কৰে এক প্ৰগাঢ় সৌন্দৰ্য্যবোধ, প্ৰেম-বিৰহৰ মিশ্ৰিত অনুভূতি, স্বদেশ-প্ৰেম, জাতীয়তাবোধ বা বৈশ্বৰিক চেতনাৰ আধাৰত ৰচিত কাব্য-সাহিত্যই। ইয়াৰ পিচতে 'ৰোমাণ্টিক' ভাবাদৰ্শৰ বন্ধন পৰিহাৰ কৰি অনুভূতি প্ৰধান কবিতাৰ বিৰোধীতা বা প্ৰত্যাখ্যানৰ আলমত গঢ় লৈ উঠে নতুন বাস্তববাদী আধুনিক কাব্য-সাহিত্যৰ পটভূমি। 'ৰোমাণ্টিক' কবি ওৱাৰ্ডচৱাৰ্থে লিখিছিল—Poetry is the spontaneous overflow of powerful feelings' ইয়াৰ প্ৰত্যুত্তৰত আধুনিক কবি এলিয়টে লিখিছিল—'Poetry is not an escape from emotion—but one of hard thinking and concentration'. এই পৰস্পৰ বিৰোধী দুটা মতাদৰ্শৰ মাজেদি কাব্য সাহিত্য সম্পৰ্কে দুটা মতাদৰ্শৰ বিভিন্নতা স্পষ্টভাবে পৰিলক্ষিত হয়। উল্লেখযোগ্য যে কাব্য-সাহিত্য সম্পৰ্কে আধুনিক বাস্তববাদী সকলৰ মনোভাব আলোচনা কৰিবলৈ নগলেও প্ৰাচীন পন্থী সকলৰ ভিতৰতে দৃষ্টিভঙ্গীৰ বিভিন্নতা পৰিলক্ষিত হয়। ১৯১২ চনতে জন টেইলৰলৈ লিখা এখন চিঠিত ইংৰাজ কবি কীটচে উল্লেখ কৰিছিল—'যদি কবিতা কবিৰ কলমৰ পৰা গছৰ পাতবোৰৰ দৰেই সহজাত বা স্বাভাৱিক ভাবে উদ্ভূত নহয় তেনেহ'লে কাব্য-সাহিত্য সৃষ্টি নোহোৱাই বাঞ্ছনীয়।' [ If poetry comes not as natural as leaves to a tree, it had better not come at all ] এই বক্তব্যৰ সম্প্ৰসাৰিত অৰ্থ এইয়ে যে কীটচে কাব্য-সাহিত্য কোনো এটা

সচেতন বা প্ৰণালীবদ্ধ প্ৰচেষ্টাৰ দ্বাৰা উদ্ভাবিত হোৱাতকৈ কোনো বিশেষ অনুভূতি বা অনুপ্ৰাণিত মুহূৰ্তৰ ফলপ্ৰসূ হোৱাটোতহে গুৰুত্ব দিছিল। আনহাতে মহাকবি ডান্টেই কাব্য-সাহিত্য সম্পৰ্কে এটা বিপৰীতমুখী মতাদৰ্শহে পোষণ কৰিছিল। ডান্টেৰ মতে কাব্য-সাহিত্য সৃষ্টি আৰু ইয়াৰ ভাব-ভাষাৰ প্ৰয়োগ এটা বিস্তৃত আৰু যন্ত্ৰণাদায়ক কাম। [Poetry and language proper for it are an elaborate and painful toil] ডান্টেৰ এই অভিমতৰ গুৰুত্ব অস্বীকাৰ কৰিব নোৱাৰি এই কাৰণেই যে ইংৰাজী কাব্য-সাহিত্যৰ কেইবাখনো স্মৰণীয় কাব্য-গ্ৰন্থ যেনে—'দি পেৰেডাইষ্ট লষ্ট, দি প্ৰিলুড, দি ফেয়াৰি কুইন, দি ৰিং এণ্ড দি বুক, দি টেষ্টামেণ্ট অব বিউটি, ফউৰ কোৱাৰ্টেটচ আদি বহু বছৰৰ কঠোৰ পৰিশ্ৰম, চিন্তাচৰ্চা, সংশোধন, পুনৰ লিখনৰ ফলপ্ৰসূ সৃষ্টি বুলিহে কব লাগিব। আনকি টেনিছন, শ্যেলী, কলেৰিজ আদি কবিসকলৰ কবিতাৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য নোহোৱাকৈ থকা নাই। আনকি কীট্‌চে নিজৰ ক্ষেত্ৰতো এই পদ্ধতি সম্পূৰ্ণভাবে পৰিহাৰ কৰিব পৰা নাছিল যদিও মিল্টনৰ দৰে কবিতাৰ ভাব-ভাষা প্ৰয়োগত স্বাভাৱিকতা আৰু সবলতাৰ বৈশিষ্ট্যৰে তেওঁৰ কাব্য-সাহিত্য সমৃদ্ধ। গতিকে কাব্য-সাহিত্যৰ এনে ভিন্ন বিপৰীতমুখী দৃষ্টিভঙ্গীৰ পৰিপ্ৰেক্ষিতত এটা স্থিৰ সিদ্ধান্তলৈ অহাটো সহজসাধ্য নহয়। অৱশ্যে কলেৰিজৰ 'দি এনচিয়াণ্ট মেৰিনা'ৰ কবিতা সম্পৰ্কে ডঃ লিভিংষ্টোন লৱেচে আগবঢ়োৱা অভিমতে দুটা ভিন্ন দৃষ্টি-ভঙ্গীৰ মাজত এটা সমন্বয় স্থাপন কৰিবলৈ সমৰ্থ হৈছে বুলি আমাৰ ধাৰণা। এই অভিমতটো হৈছে—'There is in all great poems a hard intellectual basis or frame as well as some inspired energy which we call genius' অৰ্থাৎ সকলো উচ্চ মানৰ কবিতাত গাঠনি (Form) আৰু বৌদ্ধিক ভিত্তিৰ লগতে এক 'অনুপ্ৰাণিত শক্তি' বিদ্যমান যিটোক আমি 'জিনিয়াচ' বুলি কব পাৰো।

কাব্য-সাহিত্য সম্পৰ্কে প্ৰাচীন পন্থী সকলৰ ভিতৰতে এনে পৰস্পৰ বিৰোধী দৃষ্টিভঙ্গী আৰু আধুনিক বাস্তৱবাদী সকলৰ দৃষ্টিভঙ্গীৰ পৰিপ্ৰেক্ষিতত আমি আধুনিক কবিতাৰ দুৰ্বোধ্যতা বা বোধগম্যহীনতা আৰু জটিলতাৰ প্ৰশ্নটো বিচাৰ কৰি চাব পাৰো। আগতেই উল্লেখ কৰা দৰে আধুনিক কবিতা সম্পৰ্কে সৰ্বসাধাৰণ পঢ়ুৱৈৰ এটা অভিযোগ হৈছে এই কবিতা পঢ়োতে বা ইয়াৰ ভাবাৰ্থ আয়ত্ব কৰোতে যথেষ্ট মানসিক পৰিশ্ৰম (Mental exercise) হয়। তদুপৰি এনে কবিতা বিভিন্ন প্ৰতীক, উদ্ধৃতি আৰু উপমাৰে ভাৰাক্ৰান্ত। এই প্ৰসঙ্গত টি, এচ, এলিয়টৰ 'দি ৱেষ্টলেণ্ড' (The Wasteland) কবিতাটো উল্লেখ কৰা হয়। কবিতাটোত সংখ্যাধিক প্ৰাচীন আধুনিক বিভিন্ন ভাষাৰ কবিৰ উদ্ধৃতিৰ উপৰিও প্ৰাচীন গ্ৰীচ দেশৰ কাহিনী, ফ্ৰেজাৰৰ পৌৰাণিক কাহিনী, জে, এল, ওৱেচুটনৰ এনথ্ৰপলজিৰ গ্ৰন্থ 'ৰিচুৱেলন্টু ৰোমান্স'ত উল্লেখিত কাহিনীৰ লগতে ভাৰতীয় উপনিষদৰ আখ্যানমূলক বিষয়বস্তু অৱতাৰণা কৰা হৈছে। স্বাভাৱিকতে এলিয়টৰ এই কবিতাটো এজন সাধাৰণ পঢ়ুৱৈৰ বাবে জটিল বা দুৰ্বোধ্য হব পাৰে। আনহাতে এনে দুৰ্বোধ্যতাৰ উৎস বা এনে কবিতা বোধগম্য হোৱাৰ উপায় সম্পৰ্কেও আলোচনা নোহোৱাকৈ থকা নাই। উল্লেখযোগ্য যে আধুনিক কবিতাৰ জটিলতা সম্পৰ্কে উত্থাপন হব পৰা এনে অভিযোগৰ সন্দৰ্ভত টি, এচ, এলিয়টে নিজেই এটা বিশ্লেষণ আগবঢ়াইছে তেওঁৰ 'চিলেক্টেড প্ৰজ'ৰ 'দি ইউজ অব পয়েট্ৰি এণ্ড দি ইউজ অব ক্ৰিটিচিজম' নামৰ প্ৰবন্ধটোত। ইয়াত তেওঁ আধুনিক কবিতাৰ তথাকথিত দুৰ্বোধ্যতা বা জটিলতাৰ বাবে কেইবাটাও সাম্ভাব্য কাৰণ উল্লেখ কৰিছে, যেনে—

১) কাব্য-সাহিত্যৰ প্ৰতি কবিৰ একান্ত স্বকীয় দৃষ্টিভঙ্গী ২) প্ৰকাশভঙ্গীৰ অস্বাভাৱিকতা বা অভিনৱত্ব, ৩) জটিলতা বা দুৰ্বোধ্যতা সম্পৰ্কে পঢ়ুৱৈৰ পূৰ্ব পৰিকল্পিত ধাৰণা, ৪) কোনো এটা কবিতাৰ প্ৰয়োজনীয় তথ্য বা 'ধাৰণা' পঢ়ুৱৈৰ চকুৰ পৰা আঁতৰাই ৰখাৰ কৌশলগত প্ৰচেষ্টা।

আধুনিক কবিতাৰ উল্লেখিত দুৰ্বোধ্যতা বা জটিলতা সম্পৰ্কে এলিয়টৰ নিজস্ব বিশ্লেষণ, আৰু পঢ়ুৱৈৰ বুদ্ধিমত্তা আৰু মানসিক স্তৰৰ মানদণ্ডৰ পৰিপ্ৰেক্ষিতত টি, এচ, এলিয়ট আৰু তেওঁৰ কবিতা বোধগম্য হোৱাৰ বা ইয়াৰ গূঢ়াৰ্থ আয়ত্ব কৰাৰ এটা প্ৰচেষ্টা কৰিব পাৰি। এলিয়টৰ কবিতা সম্পৰ্কে জানিব লগীয়া এটা প্ৰয়োজনীয় কথা হৈছে—তেওঁৰ কবিতা কোনো এটা ভাবাদৰ্শ বা বিষয়বস্তুৰ চলন্ত প্ৰবাহ (A continuous flow of certain thought) যিটোক কবিতাটোৰ বিভিন্ন অংশৰ মাজৰ প্ৰধান যোগসূত্ৰ বা সমন্বয় (Unity) বুলি কব পাৰি। এই কথা এলিয়টৰ 'দি ৱেষ্টলেণ্ড' কবিতাটোতে প্ৰযোজ্য। এই কবিতাটো পাঁচোটা অংশত ভাগ কৰা হৈছে আৰু প্ৰত্যেকটো অংশতে বিভিন্ন বিষয়বস্তু অৱতাৰণা কৰা হৈছে। কিন্তু কবিতাটোৰ মূল ভাবটো এটা জলপ্ৰবাহৰ দৰে প্ৰত্যেকটো অংশৰ মাজেদি বৈ গৈছে। 'দি ৱেষ্টলেণ্ড'ত ধৰা দিয়া পৃথিৱীখনৰ এটা ব্যঙ্গাত্মক চিত্ৰ, 'এনথ্ৰপলজি' 'ভিজিটেচন কাল্ট' 'ফাৰ্টিলিটি বিচ্‌ৱেল'ৰ প্ৰাসঙ্গিকতা আৰু মানৱ সভ্যতা, সংস্কৃতিৰ লগত প্ৰাকৃতিক পৰিবেশৰ একাত্মবোধ বা সহঅৱস্থানৰ চিত্ৰৰ যোগেদি মানৱ জীৱনৰ সমন্বয়ৰ (Unity) আদৰ্শকে সাব্যস্ত কৰা হৈছে। আধুনিক 'ৱেষ্টলেণ্ড'ত নিষ্ঠুৰ এপ্ৰিল মাহটোৱে শুকান অনুৰ্বৰ ভূমিখণ্ডত লাইলাক ফুলৰ জন্ম দিয়ে, কিন্তু মানৱ জীৱনলৈ সৃষ্টি বা জন্মৰ প্ৰেৰণা বহন নকৰে—

April is the cruellest month, breeding
Lilacs out of the dead land.

সেয়ে ইয়াত জীৱন যৌৱন বিষণ্ণতা আৰু ব্যৰ্থতাত পৰ্য্যবসিত। তথাপি এই ব্যৰ্থতা আৰু বিষণ্ণতাৰ মাজতো মানৱ জীৱনৰ মৌলিক সমন্বয়ৰ (Essential Unity) ইতিবাচক চিত্ৰ ফুটি উঠিছে— "But the anthropological background has positive functions. It plays an obvious part in evoking that particular sense of unity of life which is essential to the poem." আনহাতে এলিয়টৰ

কবিতাত এনে ৰূপ চিত্ৰ পোৱা যায় য'ত অতীতৰ অভিজ্ঞতাৰ লগত বৰ্তমান বা বাস্তৱ অভিজ্ঞতাৰ সাদৃশ্য বা সংযোগ দেখা যায়। অৱশ্যে কোনো কোনো ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম নোহোৱাকৈয়ো থকা নাই। কবিৰ ব্যক্তিগত অভিজ্ঞতা বা অনুভূতিৰ লগত এজন পঢ়ুৱৈৰ অভিজ্ঞতা আৰু অনুভূতিৰ ভিন্নতাও পৰিলক্ষিত হৈছে। অৰ্থাৎ কোনো এটা কবিতা ৰচনা কৰোতে যি ভাবানুভূতিৰে কবিজন অনুপ্ৰাণিত হৈছিল কবিতাটোৰ এজন পঢ়ুৱৈৰ মানসত হয়তো এটা সম্পূৰ্ণ বিপৰীত ভাবাবেগ বা অনুভূতিৰ সৃষ্টি হব পাৰে। উদাহৰণস্বৰূপে এলিয়টৰ এটা কবিতাত কলুষ-কালিমা আৱৰ্জনাৰে ভৰা লণ্ডন মহানগৰীৰ এখন অনাকৰ্ষণীয় চিত্ৰ মূৰ্ত হৈছে। কিন্তু এই একেখন চিত্ৰই কবিতাটোৰ এজন পঢ়ুৱৈৰ দৃষ্টিত কলুষ-কালিমাবিহীন আকৰ্ষণীয় সুন্দৰ চিত্ৰ ৰূপে ধৰা দিব পাৰে। কিন্তু এই কাৰণেই পঢ়ুৱৈজন বিভ্ৰান্ত হৈ পৰাটো উচিত নহব।৮

সেইদৰে এলিয়টৰ কবিতা বুজিবলৈ সমসাময়িক সমাজ আৰু জীৱনবোধৰ প্ৰতি কবিজনৰ মনোভাব জানিব লাগিব। আনকথাত এলিয়টৰ কবিতাত সেই সময়ৰ সমাজ আৰু ব্যক্তি জীৱনৰ সমস্যা কেনেদৰে প্ৰতিফলিত হৈছে সেইটো বিচাৰ কৰি চাব লাগিব। এই কথা কেৱল এলিয়টৰ লেখাতেই নহয়, বিশ্ব-সাহিত্যৰ আন অগ্ৰণী লেখক যেনে, জেমচজইচ, টমাচ মান, ফকনাৰ আদিৰ ক্ষেত্ৰতো সমানেই প্ৰযোজ্য। আৰু বৰ্তমান যুগৰ জটিলতাপূৰ্ণ আৰু সমস্যাবহুল পৃথিৱীখনৰ কোনো এটা দিশৰ কলাত্মক ৰূপ দিবলৈ যাওতে এলিয়টৰ দৰে কবিৰ কবিতা দুৰ্বোধ্য বা জটিল হৈ পৰিছে সেই কথা ভাবিবৰ যথেষ্ট অৱকাশ আছে। উনৈশ শতিকাৰ ইংৰাজ কবি মেথিউ আৰ্ণল্ডে এই জটিলতাপূৰ্ণ সমস্যা-বহুল যুগটোক 'পৃথিৱীৰ বহুমুখীতা' (World's Mutitudi-ousness) বুলি অভিহিত কৰিছিল, আৰু তেওঁ নিজেও এই বিশেষ পৰিস্থিতিৰ প্ৰভাৱৰ পৰা আঁতৰি থাকিব পৰা নাছিল। সেয়ে বোধহয় তেওঁৰ মানসত বৰ্তমান যুগৰ পৃথিৱীখন দুখন পৃথিৱী হৈ ধৰা দিছিল—এখন মৃত আৰু আনখন জন্ম হবলৈ অসমৰ্থ।

[One is dead and the other is powerless to be born] এই শতিকাৰে আন এজন প্ৰবল আশাবাদী কবি বুলি খ্যাত ৰবাৰ্ট ব্ৰাউনিঙেও এই সমস্যাবহুল আৰু জটিলতাপূৰ্ণ পৰিস্থিতিৰ প্ৰভাৱৰ পৰা আঁতৰি থাকিব নোৱাৰাটোৱেই তেওঁৰ কবিতাৰ তথা-কথিত দুৰ্বোধ্যতাৰ অন্যতম কাৰণ বুলি কোৱা হৈছে। উল্লেখ-যোগ্য যে তেওঁৰ কবিতাৰ বিৰুদ্ধে দুৰ্বোধ্যতা বা জটিলতাৰ লাঞ্চনা অভিযোগৰ প্ৰতি সজাগ আছিল বাবেই টি, এচ. এলিয়টে আৰ্ণল্ডৰ সুৰতে কৈছিল—"It appears likely that poets in our civilisation as it exists at present must be difficult. Our civilisation comprehends great variety and complexity and this variety and complexity playing upon a refined sensibility must produce various and complex results. The poet must become more and more comprehensive more allusive, more in-direct in order to force, to dislocate, if necessary, language into its meaning." এই বক্তব্যৰ পৰা স্পষ্ট ভাবে প্ৰতীয়মান হয় যে আধুনিক সভ্যতাৰ সমাজ ব্যৱস্থাৰ বিচিত্ৰতা, বিভিন্নতা বা জটিলতাই এলিয়টৰ দৰে এজন সমাজ সচেতন কবিৰ কাব্যিক অনুভূতি বহুপৰিমাণে প্ৰভাৱান্বিত বা নিয়ন্ত্ৰিত কৰিছিল।

এই সমস্যাবহুল আৰু জটিলতাপূৰ্ণ যুগটোৰ প্ৰভাৱ তেওঁৰ ওপৰত পৰিছিল বাবেই প্ৰকৃতি আৰু দৃশ্যমান জগতৰ শুৱনি আৰু আকৰ্ষণীয় বস্তু বিলাকো তেওঁৰ কবিতাত বিসদৃশ আৰু অনাকৰ্ষণীয় হৈ ধৰা দিছিল। সেয়ে এলিয়টৰ এটা কবিতা—'দি লাভ চং অব জে এলফ্ৰেড প্ৰুফ্ক'ত সন্ধিয়াৰ সুন্দৰ সমাহিত আকাশখন আধুনিক চিকিৎসালয়ৰ 'অপাৰেচন' টেবুলৰ ওপৰত পৰি থকা এজন মৃতপ্ৰায় ৰুগ্ন মানুহৰ লগত তুলনা কৰা হৈছে। সেইদৰে স্পেন্সাৰৰ 'প্ৰথেলামিয়ন'ত আৰু আৰ্ণল্ডৰ 'স্কলাৰ জিপচী'ত সুললিত সুৰে বৈ যোৱা টেমচ্ নদীখন 'দি বেষ্টলেণ্ড'ৰ মাজেদি প্ৰবাহিত হৈছে পূৰ্বৰ ঐতিহ্য

আৰু বৈচিত্ৰহীন এক পৰিৱৰ্তিত সংস্কৰণ হৈ পৰিছে। শান্ত, সমাহিত সন্ধিয়াৰ আকাশখন যে মৃতপ্ৰায় ৰুগ্ন মানুহৰ দৰে হব পাৰে, কুৰিশতিকাৰ সুসভ্য লণ্ডন চহৰৰ অধিবাসীবোৰৰ মানসিকতা যে বৰ্বৰ লুণ্ঠনকাৰী মঙ্গোলবোৰৰ দৰেই হব পাৰে— এনে কল্পচিত্ৰ কাব্য-সাহিত্যত নিশ্চয় অভিনব আৰু অভূতপূৰ্ব। কিন্তু এনে ধৰণৰ কল্পচিত্ৰবোৰেই কলাত্মক ৰূপ পাইছিল টি, এচ, এলিয়টৰ কবিতাত। মুঠতে ইংৰাজী কাব্য-সাহিত্যৰ পৰম্পৰাগত ধাৰা পৰিহাৰ কৰি টি, এচ, এলিয়টে কেনেদৰে এক নতুনত্ব আৰু অভিনবত্বৰ ঢৌ (wave) সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল সেই সম্পৰ্কে এটা সম্যক আভাস সমালোচক এফ, আৰ, লিভিচৰ মন্তব্যৰ পৰা পাব পাৰি—এলিয়টৰ ১৯০৯-১৯২৫ ৰ কবিতা বিশেষকৈ 'দি লাভ চং অব্ জে এলফ্ৰেড প্ৰুফ্ৰক' সম্পৰ্কে উঠিব পৰা সাম্ভাব্য প্ৰশ্ন যেনে 'এইয়া কবিতা হব পাৰেনে?' (Can this be poetry?) তাৰ যথোপযুক্ত উত্তৰো এই মন্তব্যত পাব পাৰি। লিভিচে লিখিছে—

The magnitude of the impact may be said to have been registered with the publication of poems 1909-1925, but the content of that volume had appeared at various times earlier. Prufrock, the earlier section, which is dated 1917, itself constitutes an important event in the history of English poetry. The title poem,. The love song of J. Alfred Prufrock, which is printed at the beginning of poems, 1909-1925, represents a complete break with the nineteenth century tradition, and a new start. It must indeed have been difficult to take seriously 1917, for it defies the traditional cannon of seriousness.

"I grow old..................I grow old
I shall wear the bottom of my trousers rolled."

Can this be poetry ? And yet there are passages that for all their oddness of imagery and tone do not immediately condemn themselves as 'unpoetical' even by anthological standards.

অর্থাৎ লিভিচৰ মতে অভিনব ভাব-ভাষা আৰু আচহুৱা প্ৰতীকৰ প্ৰয়োগ সত্ত্বেও এনে কবিতা 'কবিতা নহয়' বুলি অভিযুক্ত কৰিব নোৱাৰি আনকি গতানুগতিক কাব্য ৰচনাৰ (Anthology) মানদণ্ডৰ পৰা বিচাৰ কৰিলেও।

এলিয়টৰ কাব্যিক দৃষ্টিভঙ্গীৰ আন এটা দিশ তেওঁৰ আন এখন কাব্য-গ্ৰন্থ 'ফডৰ কোৱাৰ্টেটচ'ত প্ৰকাশ পাইছে। তেওঁ প্ৰসঙ্গক্ৰমে লিখিছে—"যদি আমাৰ অতীতে আমাৰ বৰ্তমান নিৰ্ণয় কৰিব পাৰে, তেনেহ'লে আমাৰ বৰ্তমানে আমাৰ ভৱিষ্যতো নিৰ্ণয় কৰিব পাৰিব। কাৰণ কবিয়ে অতীতৰ বহু কথা বা ঘটনা কল্পচিত্ৰৰ সহায়ত প্ৰকাশ কৰে, আৰু এই চিত্ৰ বিলাকেই বৰ্তমানৰ আহিলা হৈ পৰে।" উদাহৰণ স্বৰূপে এলিয়টে যেতিয়া তেওঁৰ কবিতাত লণ্ডন চহৰৰ মাজেদি প্ৰবাহিত হোৱা টেমচ্ নদীখনৰ কথা উল্লেখ কৰিছে তেতিয়া আমি ধৰি লব লাগিব যে বৰ্তমানৰ লণ্ডন চহৰৰ টেমচ্ নদীখনৰেই এটা চিত্ৰ ইয়াত উপস্থাপন কৰা হৈছে। আৰু বৰ্তমানৰ এই টেমচ্ নদীখনৰ লগত অতীতৰ বহু স্মৃতিয়েই জড়িত হৈ আছে—এই নদীখনেই বিস্মৃতিৰ গহ্বৰত হেৰাই যোৱা এটা সময়ৰ ইংলণ্ডৰ প্ৰভাৱশালী শাসকগোষ্ঠীৰ কথা, নদীখনৰ লগত নিবিড় সম্পৰ্ক থকা ইউৰোপৰ আন আন চহৰৰ অধিবাসীৰ কথা সোঁৱৰাই দিয়ে, আৰু ইয়াৰ লগে লগে মনলৈ আহে চৈধ্য শতিকাৰ ইংৰাজ কবি স্পেন্সাৰৰ কবিতাৰ টেমচ্ নদীখনৰ বৰ্ণনা। এই প্ৰসঙ্গতে এলিয়টৰ কবিতা 'দি বেষ্ট লেণ্ড'ৰ পৰা টেমচ্ নদীৰ এটা খণ্ড চিত্ৰ উদ্ধৃত কৰা হ'ল—

'Sweet Thames run swiftly, till I end my song,
The river bears no empty bottles, sandwich papers,

Silk handkerchiefs, Cardboard boxes, Cigerate ends.
Or other testimony of summer nights.
The nymphs are departed.

এলিয়টৰ কবিতাৰ দুৰ্বোধ্যতা বা জটিলতাৰ উৎসৰ সন্ধান আৰু ইয়াক অতিক্ৰম কৰাৰ এটা প্ৰচেষ্টা উপৰোক্ত বিশ্লেষণাত্মক আলোচনাৰ যোগেদি কৰিব পাৰি। তথাপি যি সকল পঢ়ুৱৈৰ বাবে এই কবিতাৰ ভাব-ভাষা দুৰ্বোধ্যতাৰ মাজতে ৰৈ গৈছে তেওঁলোকেও কবিতাটো পঢ়োতে এটা বিশেষ 'অনুভূতি' বা চেতনাৰ উপলব্ধি নকৰাকৈ নেথাকে। উদাহৰণস্বৰূপে এলিয়টৰ 'দি ৱেষ্টলেণ্ড' বা 'দি হল'মেন' কবিতা দুটাৰ মূলভাব বা প্ৰধান বক্তব্যটো বোধগম্য নহ'লেও কবিতাটো পঢ়োতে পঢ়ুৱৈৰ মনত এনে এটা আলোড়ণৰ উদ্ৰেক হব পাৰে যিটো এটা সুমধুৰ সঙ্গীত বা এটা গীতি-ধৰ্মী ( Lyrical ) কবিতাৰ শ্ৰোতা বা পঢ়ুৱৈৰ মনতহে সঞ্চাৰিত হব পাৰে। আৰু ইয়াতেই আধুনিক কাব্য সাহিত্যৰ এটা বৈশিষ্ট্য সাম্প্ৰতিক কালৰ সমালোচক সকলে বিচাৰি পাইছে। মহাকবি ডাণ্টেৰ কবিতাৰ আলোচনা প্ৰসঙ্গত এলিয়টে কৈছিল—'Genuine poetry can communicate before it is understood.' অৰ্থাৎ এটা উচ্চমানবিশিষ্ট কবিতাই ভাবাৰ্থটো বুজি পোৱাৰ আগতেই পঢ়ুৱৈৰ লগত এটা মানসিক সংযোগ স্থাপন কৰিব পাৰে। এই কথাষাৰৰ ইতিবাচক তাৎপৰ্য্য সম্পূৰ্ণ ভাবে প্ৰত্যাখ্যান কৰিব নোৱাৰি। নহ'লে এডিথ চিটৱেল, বা চুইনবাৰ্ণ আদিৰ কবিতাৰ জনপ্ৰিয়তাৰ কাৰণ বিচাৰি পোৱাটো দুৰূহ হব যি ক্ষেত্ৰত এই দুইগৰাকী কবিৰ কবিতাও দুৰ্বোধ্যতা বা বোধগম্যহীনতাৰ অভিযোগেৰে অভিযুক্ত। কেৱল শব্দৰ ঝংকাৰেৰে সমৃদ্ধ বা ৰহস্যাবৃত এই কবিতাৰ জনপ্ৰিয়তা আৰু অনুৰাগী পঢ়ুৱৈৰ সংখ্যাৰ কাৰণ উপৰুক্ত বৈশিষ্ট্যৰ মাজতেই বিচাৰি পাব লাগিব।

আধুনিক ইংৰাজী কাব্য-সাহিত্যত ধৰ্ম, বিজ্ঞান, 'এনথ্ৰ'প'লজি' আৰু 'চাইক'লজি'—এই চাৰিটা দিশৰ সমন্বয় পৰিলক্ষিত

হৈছে আৰু এলিয়টৰ কাব্য-গ্ৰন্থ 'দি ৱেষ্টলেণ্ড' এই সমন্বয়ৰ শ্ৰেষ্ঠ নিদৰ্শন বুলি কব পাৰি। আধুনিক কাব্য-সাহিত্যত এখন মহাকাব্যৰ( Epic ) মৰ্যাদা সম্পন্ন বুলি অভিহিত এই কাব্য-গ্ৰন্থখন বিষয়বস্তু আৰু প্ৰকাশভঙ্গীৰ দিশৰ পৰাও এলিয়টৰ কাব্যিক প্ৰতিভাৰ এক উচ্চাভিলাসী অৱদান বুলি কোৱা হয়। আধ্যাত্মিক অৱনতি আৰু বৌদ্ধিক অৱক্ষয়ৰ ফলত পাশ্চাত্য দেশ সমূহৰ অন্তৰ শুকাই গৈছে—ইয়াৰ সভ্যতা, সংস্কৃতি 'ৱেষ্টলেণ্ড'ত (Wasteland) পৰিণত হৈছে—য'ত পানী নাই, আছে কেৱল শিলাময় মৰুভূমি। আৰু এনে এটা সংকটপূৰ্ণ পৰিস্থিতিয়ে (Crisis) কবিৰ মনত জাগ্ৰত কৰা জীৱন-জিজ্ঞাসেই হৈছে কবিতাটোৰ সৃষ্টিৰ উৎস। এই পৰিস্থিতিৰ এখন প্ৰামাণ্য চিত্ৰ অংকন কৰিবলৈ তেওঁ আঁতৰি গল ধৰ্ম, বিজ্ঞান, এনথ্ৰপ'লজি, চাইক'লজিৰে সমৃদ্ধ জগতখনলৈ। ওৱেচটনৰ 'ৰিচুৱেল টু ৰোমান্স'ৰ পৰা বুটলি আনিলে 'ফিছাৰ কিং'ৰ (Fisher king) কাহিনী। আৰু এই প্ৰাচীন কালৰ ৰজা জনৰ যৌন জীৱনৰ বিফলতাৰ কাহিনীটোৰ যোগেদি পাশ্চাত্য সভ্যতা-সংস্কৃতিৰ অৱক্ষয়ৰ এখন চিত্ৰ অংকন কৰিলে। আনহাতে এই প্ৰাচীন কাহিনীটোৰ আধাৰত লিখা জেমচ্-ফ্ৰিজাৰৰ গ্ৰন্থত এই যৌন শক্তিহীন ৰজাজনে কেনেকৈ যৌনশক্তি পুনৰ লাভ কৰিলে তাৰ বৰ্ণনা আছে। এলিয়টে এক ব্যংগাত্মক দৃষ্টিৰে 'ফিছাৰকিং'ৰ ৰাজ্যখনৰ লগত বৰ্তমান 'ৱেষ্টলেণ্ড'ত পৰিণত হোৱা পাশ্চাত্য সভ্যতাৰ এক তুলনামূলক আলেখ্য ডাঙি ধৰিছে। অৱশ্যে এই প্ৰাচীন কাহিনীটোৰ এটা সমান্তৰাল কাহিনী বৰ্তমান যুগৰ লগত সঙ্গতি ৰাখি উপস্থাপন কৰিবলৈ যাওঁতে মূল কাহিনীটোৰ পৰা আঁতৰি আহিব লগা হৈছে কোনো কোনো ক্ষেত্ৰত। তথাপি সাম্প্ৰতিক কালৰ এজন কবিয়ে প্ৰাচীন কাহিনী এটাৰ আধাৰত 'চাইক'লজি' আৰু 'এনথ্ৰপ'লজি'ৰ সহায়ত যে অনবদ্য কাব্য-সাহিত্য সৃষ্টি কৰিব পাৰে তাৰ নিদৰ্শন ডাঙি ধৰিবলৈ সমৰ্থ হ'ল টি, এচ, এলিয়ট। ইয়াৰ উপৰি যৌনচেতনা আৰু মনন-শীলতাৰ ওপৰত ফ্ৰয়েদ, জং, এডলাৰ আদিয়ে আলোকিত কৰা নতুন পোহৰে জেমচ্ জইচ, লৰেন্স আদিৰ দৰে এলিয়টকো নতুন

সাহিত্য সৃষ্টিৰ সন্ধান দিলে। তদুপৰি 'দি ৱেষ্টলেণ্ড' কাব্য-গ্ৰন্থখনে বৌদ্ধধৰ্ম, হিন্দুদৰ্শন আৰু জেকবিয়ান নাট্য-সাহিত্যৰ বিষয়ে এলিয়টৰ সম্যক জ্ঞানৰ পৰিচয় দিয়ে।

এলিয়টে কৈছিল নিজৰ বিষয়ে—'I am a classicist in Literature' আৰু 'ক্লাছিকেল' সাহিত্যৰ প্ৰতি এলিয়টৰ দৃষ্টিভঙ্গী আলোচনা কৰোতে ওঠৰ শতিকাৰ এজন ইংৰাজ কবি আলেকজেণ্ডাৰ পোপৰ প্ৰাসঙ্গিকতা আহি পৰে। পোপৰ এটা কবিতা 'দি ৰেপ অব্ দি লক' ৰচনা কৰা হৈছিল এটা প্ৰাচীন কাহিনীৰ আলমত। পোপে এই কবিতাটোত নিজস্ব প্ৰতীক, উপমা ব্যৱহাৰ কৰা নাই, প্ৰাচীন কাহিনীটোতে উল্লেখিত উপমা, প্ৰতীক প্ৰয়োগ কৰিছে। ইয়াৰ বিপৰীতে আন এজন ইংৰাজ কবি শ্যেলীয়ে তেওঁৰ 'প্ৰমিথিউচ আনবাউণ্ড' কবিতাটোত স্বকীয় উপমা, প্ৰতীক ব্যৱহাৰ কৰিছে। 'ক্লাছিকেল' সাহিত্যৰ প্ৰতি আলেকজেণ্ডাৰ পোপ আৰু টি. এচ, এলিয়টৰ দৃষ্টিভঙ্গীৰ মাজত সাদৃশ্য পৰিলক্ষিত হয়। এলিয়টৰ এনে এটা দৃষ্টিভঙ্গীৰ স্বাক্ষৰ বহন কৰিছে 'দি ৱেষ্টলেণ্ড' কবিতাটোৱে য'ত প্ৰাচীন, পাশ্চাত্য আৰু প্ৰাচ্যৰ ভাবাদৰ্শৰ সমন্বয় ঘটিছে। বৰ্তমান যুগৰ মানুহৰ আধ্যাত্মিক বা বৌদ্ধিক সংকটৰ (spiritual or intellectual crisis) এটা আলেখ্য প্ৰাচীন কাহিনীটোত উল্লেখ থকা দৰেই পৌৰুষত্বহীন ৰজাজন আৰু তেওঁৰ অনুৰ্বৰ ৰাজ্যখনৰ প্ৰতীকি ৰূপত ডাঙি ধৰিছে। জে, এল, ৱেচটনৰ 'ৰিচুৱেল টু ৰোমান্স' আৰু জেমচ্ ফ্ৰেজাৰৰ 'দি গল্ডেন ব'ত' (The Golden Bough) উল্লেখ থকা দৰে এলিয়টেও 'দি ৱেষ্টলেণ্ড'ত শুকান, শিলাময় অনুৰ্বৰ ভূমি আৰু পানীৰ প্ৰতীক ব্যৱহাৰ কৰিছে ধ্বংস-মৃত্যু বা সৃষ্টি-জন্মৰ পৰিবেশ সৃষ্টি কৰিবলৈ। যেনে—

Here is no water but only rock
Rock and no water and the sandy road.

আমেৰিকাত জন্ম গ্ৰহণ কৰি জীৱনৰ অধিক সময় লণ্ডনত অতিবাহিত কৰা এলিয়টে ধৰ্ম আৰু ৰাজনীতিত ঐতিহ্যৰ পোষকতা কৰিছিল। আনহাতে কুৰি শতিকাৰ এই কবিজনৰ প্ৰখৰ

বুদ্ধিমত্তা আৰু কাব্যিক দৃষ্টিভঙ্গীয়ে পৰম্পৰা আৰু গতানুগতিকতাৰ সীমা অতিক্ৰম কৰি নতুন গতি পথেদি ধাবমান হৈছিল। কবি হিচাবে তেওঁ বিশেষ ভাবে প্ৰভাবান্বিত হৈছিল ঔপন্যাসিক জেমচ্ জইচৰ লেখা সমূহৰ দ্বাৰা। সেয়ে বোধহয় সাম্প্ৰতিক কালৰ সমালোচক সকলে জেমচ্ জইচৰ 'ইউলিচেজ' আৰু এলিয়টৰ 'দি ৱেষ্টলেণ্ড'ৰ মাজত ভাবগত বা আঙ্গিকগত সাদৃশ্য বিচাৰি পাইছে। আন এজন সমসাময়িক কবি এজৰা পাউণ্ডেও এলিয়টক অনুপ্ৰাণিত কৰিছিল। এলিয়টৰ আগৰ কবিতা সমূহে তেওঁৰ বিভিন্ন অভিজ্ঞতাৰ পৰিচয় দিয়ে। তেওঁৰ কাব্যিক নাটক (Poetic Drama) সমূহত এহাতে যেনেকৈ ত্যাগ, আত্মোসৰ্গৰ আলেখ্য পাওঁ তেনেদৰে স্বাৰ্থপৰতা, সঙ্কীৰ্ণতা আৰু চৰম ভোগ লালসাৰ চিত্ৰও ডাঙি ধৰা হৈছে। তেওঁৰ অন্যতম কাব্য-গ্ৰন্থ 'ফউৰ কোৱাৰ্টেটচ' আৰু 'মেৰিনা'ত এলিয়টৰ কাব্যিক জীৱনৰ বিভিন্ন দৃষ্টিভঙ্গীৰ আভাস পোৱা যায়। 'ধৰ্মীয় কাব্য' (Religious poetry) বুলি অভিহিত এই কবিতা সমূহত ধৰ্মীয় বিশ্বাস আৰু সংশয়ৰ আধাৰত গঢ় লোৱা এলিয়টৰ স্বকীয় মানসিকতাৰ আভাস অতি স্পষ্টভাবে আৰু নিষ্ঠাসহকাৰে ডাঙি ধৰা হৈছে আৰু এই কাব্য-গ্ৰন্থৰ কবিতা সমূহ সৰ্বসাধাৰণ পঢ়ুৱৈৰ বাবেও বহু পৰিমাণে সহজ আৰু বোধগম্য হৈ পৰিছে।

সৰ্বশেষত যদিও এলিয়টৰ কাব্য-সাহিত্য আৰু কাব্যিক-দৃষ্টিভঙ্গীৰ মাজত একশ্ৰেণী সমালোচকে শ্ৰেণী-চেতনা, গোষ্ঠী-চেতনা বা 'স্নবিজম' (Snobbism) প্ৰসূত সংৰক্ষণশীলতাৰ আভাস পাইছে তথাপি এফ, আৰ, লিভিচৰ বক্তব্যত এলিয়টৰ কাব্য-প্ৰতিভাৰ ইতিবাচক দিশ সমূহ (Positive Aspects) স্পষ্ট ৰূপত উল্লেখিত হৈছে। তেওঁ লিখিছে—"For though there is, inevitably, a great deal of snobbism in the cult he suffers from, mere snobbism will not account for his prestige among the young. Having a mind unquestionably of rare distinction he has solved his own problem as a poet, and so done more

than solve the problem for himself. His influence has been the more effective in that he is a critic as well as a poet, and his criticism and his poetry reinforce each other. It is mainly due to him that no serious poet or critic today can fail to realise that English poetry in the future must develop (if at all) along some other line than that running from the Romantics through Tennyson, Swinburne and Rupert Brook. He has made a new start, and established new bearings." [New Bearings in English Poetry : F. R. LEAVIS]

---

# কাব্য-সাহিত্য
## প্লেট'ৰ সমালোচনা ঃ অ্যাৰিষ্টটলৰ সমৰ্থন

[এসময়ত গ্ৰীচৰ এথেন্স চহৰৰ আন আন চিন্তাশীল যুৱকৰ দৰে বিশিষ্ট গ্ৰীক চিন্তাবিদ চক্ৰেটিছৰ ব্যক্তিত্ব আৰু লেখাৰ দ্বাৰা প্ৰভাবান্বিত হোৱা প্লেট'ৰ চিন্তাধাৰাৰ সকলোতকৈ বৈশিষ্ট্যপূৰ্ণ দিশটো হৈছে—মানৱাত্মাৰ দেহান্তৰৰ (Transmigration) ওপৰত প্ৰতিষ্ঠিত বিশ্বাসৰ আধাৰত উদ্ভাৱন কৰা 'এনামনেচিছ' (Anamnesis) সূত্ৰ আৰু ইয়াৰেই সম্প্ৰসাৰিত ৰূপত উপস্থাপন কৰা আন এটা সূত্ৰ 'স্মৰণেই জ্ঞান' (Learning is Recollection)। উল্লেখযোগ্য যে এই সূত্ৰ দুটাৰ উদ্ভাৱনৰ যোগেদিয়েই সমগ্ৰ ইউৰোপতে এজন বিশিষ্ট দাৰ্শনিক চিন্তাবিদ ৰূপে প্লেট' জনাজাত হৈ পৰে। প্লেট'ৰ লেখা সমূহৰ ভিতৰত বিশেষ উল্লেখনীয় হৈছে ডায়েলগচ্ (Dialogues), ৰিপাব্লিক (Republic), ছক্ৰেটিছৰ নিৰ্বাসন আৰু মৃত্যুদণ্ডৰ আলমত ৰচিত এপলজি (Apology) আৰু ক্ৰিট' (Crito)। আনহাতে এসময়ত প্লেট'ৰ এজন ঘনিষ্ঠ সহযোগী ৰূপে এথেন্সত দৰ্শনৰ অধ্যয়ন কৰা আৰু বিশ্ব-বিশ্ৰুত সমৰ নায়ক 'আলেকজেণ্ডাৰ দি গ্ৰেটৰ' ঘৰুৱা শিক্ষক ৰূপে নিযুক্ত হোৱা আৰু ক্ৰমে 'প্লেট'-চিন্তাধাৰাৰ' এক বিপৰীতমুখী চিন্তাবিদ ৰূপে সমগ্ৰ বিশ্বৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হোৱা চিন্তাবিদজন হৈছে অ্যাৰিষ্টটল। আৰু এই চিন্তাবিদজনৰ বিশেষ উল্লেখনীয় দুখন গ্ৰন্থ হৈছে—পলিটিকচ্ (Politics) আৰু পয়েটিকচ্ (Poetics)। প্ৰথমখন গ্ৰন্থ প্ৰাচীন আৰু আধুনিক ৰাষ্ট্ৰ শাসন প্ৰণালী আৰু দ্বিতীয় খন গ্ৰন্থ কাব্য-সাহিত্যৰ বিভিন্ন দিশৰ তাত্ত্বিক আলোচনাৰ বাবে এতিয়াও অপৰিহাৰ্য্য বুলি গণ্য কৰা হৈছে]

কাব্য-সাহিত্য সম্পৰ্কে প্লেট'ৰ সমালোচনা বিক্ষিপ্ত ৰূপত প্ৰকাশ পাইছে তেওঁৰ 'ডায়েলগচ'ৰ বিভিন্ন শিতানত যেনে—

আয়ন (Iion), ক্ৰেটিলাচ (Cratylus), প্ৰটাগ'ৰাচ (Protagoras), গৰ্জিয়াচ (Gorgias), দি চিম্পজিয়ামত (Symposium) আৰু 'দি ৰিপাব্লিক'ত (The Republic)। কিন্তু কাব্য-সাহিত্য সম্পৰ্কে প্লেট'ৰ দৃষ্টিভঙ্গীৰ সম্যক অনুধাৱন কৰিবলৈ হ'লে ঐতিহাসিক পটভূমিত বিচাৰ কৰি চাব লাগিব। উল্লেখযোগ্য যে প্লেট'ই এনে এটা সময়ত লিখিবলৈ আৰম্ভ কৰিছিল যি সময়ত সামগ্ৰিকভাবে সাহিত্য-কলাৰ গুৰুত্ব হ্ৰাস পাই আহিছিল আৰু ৰাজনীতি, নৈতিকতা (Morality), জ্ঞানচৰ্চাৰ সমস্যাই ইয়াৰ বিপৰীতে অগ্ৰাধিকাৰ পাইছিল। আনহাতে পূৰ্বসূৰী চক্ৰেটিছৰ এজন অনুগামী ৰূপে প্লেট' সমসাময়িক যুগৰ সামাজিক আৰু দুৰ্নীতি, ভ্ৰষ্টাচাৰ সম্পৰ্কে বিশেষ ভাবে সচেতন হৈ পৰিছিল আৰু প্লেট'ৰ ধাৰণাত ৰুচি বিবৰ্জিত, বিকাৰগ্ৰস্ত সাহিত্য-কলা এই ৰাজনৈতিক বা সামাজিক মূল্যবোধৰ অবক্ষয়ৰ প্ৰধান কাৰণ হৈ পৰিছিল। এই ক্ষেত্ৰত প্লেট'ৰ আক্ৰমণাত্মক সমালোচনা প্ৰধানতঃ কাব্য-সাহিত্যৰ প্ৰতি নিক্ষেপ কৰিলেও সামগ্ৰিক ভাবে সমস্ত গ্ৰীক সাহিত্যই এই সমালোচনাৰ লক্ষ্য হৈ পৰিছিল। প্লেট'ৰ ধাৰণাত সাহিত্য প্ৰকৃত জ্ঞান আহৰণৰ পৰিপন্থী আৰু বিশেষকৈ কাব্য-সাহিত্যই জাগ্ৰত কৰা 'অনুভূতিৰ প্ৰাবল্য' ব্যক্তিৰ চৰিত্ৰ-গঠন আৰু মানসিক বিকাশৰ অনুকূল নহয়। উল্লেখ-যোগ্য যে তেওঁৰ 'দি ৰিপাব্লিক'ত আদৰ্শ ৰাষ্ট্ৰ সম্পৰ্কে প্লেট'ই স্বকীয় অভিমত ব্যক্ত কৰিছে আৰু এনে এখন ৰাষ্ট্ৰৰ এজন ব্যক্তিয়ে আহৰণ কৰিবলগীয়া গুণ সমূহ হৈছে—জ্ঞান, সচেতনতা, ন্যায়-বিচাৰ আৰু সহনশীলতা। কিন্তু সাহিত্যই বিশেষকৈ কাব্য-সাহিত্যই এই চাৰিত্ৰিক গুণ সমূহ গঠন বা বিকাশত সহায় নকৰে, কাৰণ এনে সাহিত্যৰ উৎস হৈছে এক বিশেষ 'অনুপ্ৰেৰণা' (Enthusiasontes) আৰু এই অনুপ্ৰেৰণা কবিৰ নিজস্ব অন্তর্দৃষ্টিৰ (Intuition) পৰিবৰ্তে বাহ্যিক শক্তিৰ দ্বাৰাহে নিয়ন্ত্ৰিত বা পৰিচালিত। [ This Inspiration was an impulse from without depriving the poet of the free play of his personality ] স্বাভাৱিকতে বাহ্যিক শক্তিৰ (External Forces)

দ্বাৰা উদ্ভূত বা পৰিচালিত এনে অনুপ্ৰেৰণা যুক্তি বিবৰ্জিত হয় আৰু যুক্তি বিচাৰৰ আধাৰত প্ৰতিষ্ঠিত প্ৰকৃত জ্ঞানৰ পৰিপূৰক নহয়। কাব্য-সাহিত্য সম্পৰ্কে প্লেটো'ৰ আন সিদ্ধান্ত সমূহ হৈছে—

(১) অনুভূতিৰ উন্মাসিকতাই (Emotional Frenzy) কবিক নৈতিক শৃঙ্খলাবিহীন আৰু মানসিক ভাৰসাম্যহীন কৰি তোলে। এই ক্ষেত্ৰত এজন কবিক 'গ্ৰীক দেৱী বিয়াৰ উন্মত্ত অনুগামী' (Corybantian Revellers) বা 'বাক্কাচৰ সুৰামত্ত যুৱতী উপাসক' (Bacchic Maidens) ৰ লগত তুলনা কৰা হৈছে। (২) বৰ্ণনামূলক কাব্যত (Narrative poetry) দেৱদেৱী সকলক নৈতিক ক্ষেত্ৰত আদৰ্শবান ৰূপে উপস্থাপন কৰাৰ পৰিবৰ্তে অতিশয় নীচ অসৎ চৰিত্ৰৰ অপৰাধী ৰূপে ডাঙি ধৰা হৈছে আৰু এই দেৱ-দেৱীৰ ঔৰসত জন্মলাভ কৰা ব্যক্তিবিশেষক সহনশীলতা, উদাৰতা আৰু আত্মসংযমহীন ৰূপে বৰ্ণনা কৰা হৈছে। এই সন্দৰ্ভত 'হ'মাৰৰ মহাকাব্য ইলিয়াদ'ৰ প্ৰসিদ্ধ গ্ৰীক যোদ্ধা আকিলেচৰ (Achilles) কথা উল্লেখ কৰি কোৱা হৈছে যে এই চৰিত্ৰ-টোৱে মানৱজাতিৰ আদৰ্শনীয় নৈতিক প্ৰমূল্য সমূহৰ পৰাভৱহে সাব্যস্ত কৰিছে। তদুপৰি একাধিক কাব্যত মানৱজাতিৰ সমস্ত বিপদ-দুৰ্যোগৰ বাবে দেৱদেৱী সকলক অভিযুক্ত কৰা হৈছে। (৩) আনহাতে নাট্যকাৰ আৰু মহাকাব্যৰ চৰিত্ৰসমূহৰ লগত কবিয়ে তেওঁৰ নিজস্ব সত্তা সম্পূৰ্ণভাবে বিলীন কৰি দিছে। কিন্তু চৰিত্ৰসমূহৰ লগত স্ৰষ্টাৰ এনে ধৰণৰ 'এককীকৰণে' (Identfication) ব্যক্তিৰ মানসিকতা আৰু আন্তৰিকতা, বা স্বনিৰ্ভৰশীলতা ব্যাহত কৰি এক অসুস্থ পৰিবেশহে সৃষ্টি কৰে—[It impairs the single-mindedness and integrity of the individual.] প্লেটো'ৰ কাব্য-সমালোচনাৰ আন এটা প্ৰতিপাদ্য বিষয় হৈছে—একক, স্বয়ং সম্পূৰ্ণ বাস্তৱ (One and Absolute Reality) আৰু প্লেটো'ৰ ধাৰণাত এনে বাস্তৱৰ আধাৰতহে সকলো বস্তুৱেই (Matter) আদৰ্শ ৰূপ (Ideal Form) ধাৰণ কৰে। আনহাতে এজন কবি বা চিত্ৰকাৰে এনে বাস্তৱৰ এটা প্ৰতিৰূপ (copy) ডাঙি ধৰে আৰু

কোনো ক্ষেত্ৰত এনে 'কপি' ভ্ৰান্তিমূলক বা বাস্তৱ বিবৰ্জিতও হব পাৰে। তদুপৰি এই ক্ষেত্ৰতো এজন চিত্ৰকাৰতকৈ এজন কবিৰ অৱস্থান তুলনামূলক ভাৱে দুৰ্বলতৰ হব পাৰে। কাৰণ এজন চিত্ৰকাৰে ৰং আৰু তুলিকাৰ সহায়েৰে বাস্তৱৰ এখন যথাযথ চিত্ৰ অংকন কৰিবলৈ সমৰ্থ হব পাৰে। কিন্তু শব্দ আৰু ধ্বনিৰ সহায়েৰে বাস্তৱৰ চিত্ৰ ডাঙি ধৰিবলৈ যাওঁতে এজন কবি 'বাস্তৱ'ৰ পৰা আঁতৰি যাবও পাৰে আৰু এনেদৰে বাস্তৱবিবৰ্জিত বাহ্যিক জগতৰ এক অবাস্তৱ চিত্ৰ উপস্থাপন কৰি কবিয়ে এখন কল্প ৰাজ্যত বিচৰণ কৰে আৰু তেওঁলোকৰ অনুগামী (পঢ়ুৱৈ) সকলকো এনে এখন ৰাজ্যত বিচৰণ কৰিবলৈ প্ৰলোভিত কৰে—[In thus presenting the external and superficial for the whole, the unreal for the real, the poets themselves live in a world of illusion into which they allure all those who read their works]. মুঠতে প্লেট'ৰ ধাৰণাত কাব্য-সাহিত্য দৃশ্যমান জগতৰ মাত্ৰ 'কপি' বা অনুকৰণ (Imitation) গতিকে ই প্ৰকৃত বাস্তৱৰ পৰা আমাক বিচ্যুত কৰিব পাৰে আৰু বস্তুজগতৰ এক ভ্ৰমাত্মক ৰূপ হে ডাঙি ধৰে।

অ্যাৰিষ্টটলে তেওঁৰ কাব্য-সাহিত্যৰ আলোচনাত (পয়েটিকচ্ গ্ৰন্থত) প্লেট'ৰ উদ্ভাৱিত 'কপি' বা 'ইমিটেশ্যন' শব্দ দুটা সম্পূৰ্ণভাৱে প্ৰত্যাখ্যান নকৰি ইয়াৰ এটা নতুন ব্যাখ্যা ডাঙি ধৰিছে। অ্যাৰিষ্টটলৰ মতে যদিও কাব্য-সাহিত্য এক অৰ্থত অনুকৰণ (Imitation or Mimesis) তথাপি ই মাত্ৰ 'কপি'ৰ অৰ্থত অনুকৰণ নহয়, বৰং ন-সৃষ্টি (Recreation) বা পৰিৱৰ্তনৰ অৰ্থতহে অনুকৰণ। [It is an imitation or mimesis, but 'imitation' not in the sense of copying, but of 're-creation' or transformation] কাৰণ কবিয়ে যদিও দৃশ্যমান জগতৰ পৰা সৃষ্টিৰ উপাদান সমূহ আহৰণ কৰে তথাপি এই উপাদান সমূহক এক পৰিৱৰ্তিত ৰূপত ডাঙি ধৰে আৰু ইয়াৰ যোগেদি মানৱজীৱনৰ চিৰন্তন সত্য আৰু বিশ্বজনীন. আদৰ্শ ৰূপায়ণ কৰে। গতিকে এই চিৰন্তন সত্য আৰু বিশ্বজনীনতা অনুধাৱন কৰি এক সুসংহত মাধ্যমৰ

যোগেদি প্ৰতিফলন কৰাটো দৃশ্যমান জগতখনৰ বিভিন্ন অভিজ্ঞতাৰ মাত্ৰ অনুভূতিক প্ৰতিফলন নহয়। সেয়ে অ্যাৰিষ্টটলৰ ধাৰণাত কাব্য-সাহিত্য ইতিহাস-সাহিত্যতকৈ অধিক ভাবোদ্দীপক বা শ্ৰেষ্ঠতৰ। [Poetry is more philosophical or higher thing than History]. কাৰণ এজন ঐতিহাসিকৰ দৃষ্টি বা সৃষ্টি বিশেষ ঘটনা প্ৰবাহৰ মাজতে আবদ্ধ থাকে, কিন্তু এজন কবিয়ে স্বকীয় অন্তৰ্দৃষ্টিৰে সাধাৰণৰ মাজতে অসাধাৰণ বা গতানুগতিকতাৰ মাজতে সাৰ্বজনীনতা অনুধাৱন কৰি শেষ সত্য (ultimate truth) নিৰূপন কৰিব পাৰে আৰু এনেদৰেই কাব্য-সাহিত্য (poetry) আৰু দৰ্শনৰ (Philosophy) মাজত সমন্বয় গঢ়ি উঠে। যদিও প্লেটৰ মতে কবি আৰু দাৰ্শনিক দুয়োৰে অন্তৰ্দৃষ্টিৰ (Intuition) একান্ত প্ৰয়োজন তথাপি কবি আৰু দাৰ্শনিকজনৰ মাজত একাত্মবোধ বা সমন্বয়ৰ গুৰুত্ব অ্যাৰিষ্টটলৰ কাব্য-আলোচনাতহে সাব্যস্ত হয়। বিশিষ্ট সাহিত্য সমালোচক জে. এইচ. আটকিনচে তেওঁৰ 'লিটাৰেৰী ক্ৰিটিচিজিম ইন্ এণ্টিকুইটি' (Literary criticism in Antiquity) গ্ৰন্থত এনে অভিমতকে ব্যক্ত কৰিছে।

নাট্য-কাব্য আৰু মহাকাব্যৰ সন্দৰ্ভত প্লেটৰ সমালোচনাৰ মূল বক্তব্য এইয়ে যে এনে কাব্যই অপ্ৰয়োজনীয় অনুভূতি জাগ্ৰত কৰি ব্যক্তিৰ শৃংখলাবোধ বা নৈতিকতাবোধ ব্যাহত কৰে। কিন্তু ইয়াৰ বিপৰীতে অ্যাৰিষ্টটলৰ মতে এনে কাব্য-সাহিত্যই কবি, পঢ়ুৱৈ আৰু দৰ্শকৰ অনুভূতিক সুনিয়ন্ত্ৰিত কৰি এক সুস্থ ৰুচিবোধ আৰু নৈতিকতাবোধহে উদ্ৰেক কৰে। আৰু তেওঁৰ মতে মানুহৰ অনুভূতিৰ ওপৰত কাব্য-সাহিত্য বিশেষকৈ 'ট্ৰেজিক কাব্য'ৰ প্ৰভাৱ প্ৰবল হৈ পৰে আৰু পঢ়ুৱৈ বা দৰ্শকৰ ওপৰত ই এক কেথাৰচিছ (Catharsis) ৰূপে ক্ৰিয়া কৰে। সমালোচক এ. এল. লুকাচে তেওঁৰ সাহিত্য আৰু মনস্তত্ত্ব সম্পৰ্কীয় গ্ৰন্থত ব্যক্তি বিশেষৰ জীৱনৰ উদাহৰণৰ পৰা অ্যাৰিষ্টটলৰ 'কেথাৰচিছ' সংজ্ঞাটোৰ যুক্তিযুক্ততা বা তাৎপৰ্য্য প্ৰতিপন্ন কৰিছে। অধ্যাপক জে. এইচ. আটকিনচেও অ্যাৰিষ্টটলৰ কেথাৰচিছ সূত্ৰৰ সমৰ্থনত লিখিছে—"There is a sense in which all poetry is

'Cathartic' in relation to both poet and readers alike in as much as poetic expression in itself is a sort of safety valve for the poet, a means of bringing relief to a mind overburdened."

অ্যাৰিষ্টটলৰ কাব্য-আলোচনাৰ প্ৰসঙ্গত উল্লেখিত আৰু বিশেষ ভাবে আলোচিত দুটা শব্দ হৈছে—'কেথাৰচিছ' (Cathersis) আৰু 'মাইমেচিছ' (Mimesis)। পণ্ডিত সকলৰ ধাৰণাত 'কেথাৰচিছ' শব্দটো প্ৰথমে ধৰ্মীয় অপবিত্ৰতাৰ পৰা শুদ্ধিকৰণৰ (Purification) অৰ্থত প্ৰাচীন গ্ৰীচত ব্যৱহাৰ কৰা হৈছিল। আনহাতে অন্ধকবি মিল্টনে কেথাৰচিছ শব্দটো ইংৰাজী 'পাৰগেচন' (Purgation) শব্দটোৰ পৰা উদ্ভূত চিকিৎসাবিজ্ঞানত প্ৰয়োগ কৰা এটা শব্দ বুলি ধাৰণা কৰিছিল। বিশিষ্ট সমালোচক পণ্ডিত হামফ্ৰে হাউচৰ মতে প্ৰাচীন চিকিৎসা পদ্ধতিত এই শব্দটো ভিন্ন অৱস্থাৰ মাজত যেনে গৰম আৰু ঠাণ্ডাৰ এক ভাৰসাম্য বা সমতা (Equilibriam) ৰক্ষাৰ অৰ্থত ব্যৱহাৰ কৰা হৈছিল। সঙ্গীতৰ (Music) বিষয়ে আলোচনা প্ৰসঙ্গত অ্যাৰিষ্টটলে উল্লেখ কৰিছে কেনেকৈ সঙ্গীতে ধৰ্মীয় উন্মাসিকতা (Religious Frenzy) গ্ৰস্ত বা আন ধৰণৰ ভয় সংশয় বিহ্বল মানুহক এক মানসিক সুস্থিৰতা প্ৰদান কৰে আৰু সঙ্গীতৰ এই প্ৰক্ৰিয়াটোকে তেওঁ 'কেথাৰচিছ' বুলি ব্যক্ত কৰিছে। মুঠতে এটা শব্দৰূপে 'কেথাৰচিছে' চিকিৎসা বিজ্ঞান আৰু ধৰ্মীয় ক্ষেত্ৰত মানুহৰ মানসিক আৰু শাৰীৰিক সুস্থতা প্ৰদানৰ কথাকে সূচায় আৰু অ্যাৰিষ্টটলেও এনে এটা অৰ্থতে কাব্য-সাহিত্যৰ ইতিবাচক দিশটোৰ (Positive Aspect) আলোচনা প্ৰসঙ্গত 'কেথাৰচিছ' শব্দটো ব্যৱহাৰ কৰিছে। আৰু এই সন্দৰ্ভত সমালোচক হামফ্ৰে হাউছেও বিস্তৃত ব্যাখ্যা আগবঢ়াইছে। আনহাতে 'ট্ৰেজিককাব্য' বা মহাকাব্যৰ আলোচনা প্ৰসঙ্গত অ্যাৰিষ্টটলে প্ৰয়োগ কৰা আন এটা শব্দ হৈছে 'মাইমেচিছ' (Mimesis)। এই শব্দটো কিছু পৰিমাণে অস্পষ্ট বা বিতৰ্কমূলক আৰু অ্যাৰিষ্টটলে নিজেই আন প্ৰসঙ্গত উল্লেখ কৰা 'অভিজ্ঞতাৰ সাৰ্বজনীন বৈশিষ্ট্য'ৰ পৰা পৃথক ভাবে এই শব্দটোৰ তাৎপৰ্য্য বিচাৰ

কৰি চাব লাগিব। এ্যাৰিষ্টটলে প্ৰয়োগ কৰা 'মেইমেচিছ' শব্দটোৱে কাব্য-সাহিত্যৰ দুটা দিশ প্ৰতিফলিত কৰিছে—(১) এক অৰ্থত কাব্য-সাহিত্য যেনেকৈ বাস্তব জীৱনৰ অনুকৰণ, (২) আন এক অৰ্থত ই মানৱ জীৱনতকৈয়ো শ্ৰেষ্ঠতৰ উপাদানৰ প্ৰতিফলক আৰু এই অৰ্থতহে কাব্য-সাহিত্য এক অনুকৰণ (Imitation). উল্লেখ-যোগ্য যে তেওঁ 'পয়েটিকচ'ৰ আৰম্ভণিতে এ্যাৰিষ্টটলে 'মাইমেচিছ' শব্দটো 'মিমিক্ৰি' (Mimicry) অৰ্থত প্ৰয়োগ কৰিছিল আৰু এই 'মিমিক্ৰি' শব্দটোৰ সাধাৰণ অৰ্থ হৈছে কৌশলপূৰ্ণ পদ্ধতি বা প্ৰক্ৰিয়াৰ দ্বাৰা কোনো এটা বিষয়ৰ ওপৰত বিশ্বাস স্থাপন কৰা। অৱশ্যে একাধিক সমালোচকে কাব্য আলোচনাৰ প্ৰসঙ্গত এনে এটা শব্দৰ প্ৰয়োগ উপহাস মূলক বুলি মত প্ৰকাশ কৰিছে। সমালোচক হামফ্ৰে হাউচৰ ভাষাত এই শব্দটোৰ প্ৰয়োগ কিছু পৰিমাণে শিশুসুলভ সৰলতা বা কৃত্ৰিমতাৰ পৰিচায়ক [Partly naive, almost childish and partly sophisticated.]

## তুলনামূলক বিচাৰ ঃ

কাব্য-সাহিত্য সম্পৰ্কে প্লেটো'ৰ আক্ৰমণাত্মক সমালোচনা এনে সাহিত্যৰ সন্দৰ্ভত শেষ সিদ্ধান্ত বুলি কব নোৱাৰি। আনহাতে প্লেটো'ৰ সমালোচনাৰ ইতিবাচক দিশ সমূহো সমালোচকৰ দৃষ্টিত ধৰা নপৰাকৈ থকা নাই। যদিও কবিৰ তথাকথিত যুক্তি বিবৰ্জিত বা অহেতুক অনুপ্ৰেৰণা প্ৰসূত ভ্ৰান্ত দৃষ্টি বা অসংযত বক্তব্য প্লেটো'ৰ সমালোচনাৰ প্ৰধান লক্ষ্য হৈ পৰিছে তথাপি তেওঁ 'কাব্যিক অনুপ্ৰেৰণা'ৰ বিষয়টো সম্পূৰ্ণ ভাবে প্ৰত্যাখ্যান কৰা নাই। অৱশ্যে তেওঁৰ ধাৰণাত প্ৰকৃত অনুপ্ৰেৰণা হৈছে এক ইশ্বৰ-প্ৰদত্ত শক্তি—যিটোৱে কবিক অবাঞ্চনীয় পৰম্পৰা বা গতানুগতিকতাৰ শৃঙ্খলৰ পৰা মুক্ত কৰে। আনহাতে এই অনু-প্ৰেৰণাই কবিক এক অন্তৰ্দৃষ্টি (Intuition) প্ৰদান কৰি প্ৰকৃত সত্য নিৰূপণ কৰাত সহায় কৰে—[In this sense it is an awakening of latest powers in the poet to a vision of ideal truth.] গতিকে তেওঁৰ আক্ৰমণাত্মক কঠোৰ

সমালোচনা সত্ত্বেও সাহিত্য-কলা সম্পৰ্কে প্লেটো'ৰ দৃষ্টিভঙ্গীৰ তাৎপৰ্য্য অস্বীকাৰ কৰিব নোৱাৰি। বিশেষকৈ সাহিত্য-কলা আৰু আধ্যাত্মিক বা দাৰ্শনিক সত্যৰ মাজত সমন্বয় স্থাপনত তেওঁ গুৰুত্ব আৰোপ কৰিছিল আৰু তেওঁৰ মতে সকলো সাহিত্য বিশেষকৈ কাব্য-সাহিত্য এনে সত্য অন্বেষণৰ দ্বাৰাহে ৰচনাত্মক সংহতি আৰু সফলতা (organic unity, unity of effect) লাভ কৰে। তদুপৰি কাব্য-সাহিত্যত প্ৰয়োজনীয় ৰচনাত্মক সংহতিৰ বাবে ধ্বনি (Rythm) আৰু সঙ্গীতিক লয়ৰ (Melody) মাজত সমন্বয় স্থাপনতো তেওঁ গুৰুত্ব আৰোপ কৰিছে।

আনহাতে সাহিত্য-কলাৰ লগত মানৱ জীৱনৰ সম্পৰ্ক, মানৱ চৰিত্ৰৰ বৈচিত্ৰ আৰু কাৰ্য্য-ক্ৰমৰ বিভিন্নতাৰ মাজত সাৰ্বজনীনতাৰ (universalism) প্ৰতিফলন, আৰু স্ৰষ্টাৰ বিক্ষিপ্ত অভিজ্ঞতাৰ এক সুসংহত কলাত্মক ৰূপায়ন—এই দিশ সমূহ স্পষ্ট ৰূপত ডাঙি ধৰা সমালোচকজন হৈছে অ্যাৰিষ্টটল। সাম্প্ৰতিক কালৰ সমালোচক সকলে যি অৰ্থত কাব্য-সাহিত্য এক 'সংযোগ' (communication) বা 'দৃষ্টি' (vision) বুলি বিবেচনা কৰিছে বা সাহিত্য মানৱ জীৱনৰ বিশ্লেষণ (Interpretation) বুলি গণ্য কৰিছে তেওঁলোকেও অ্যাৰিষ্টটলৰ কাব্য-সমালোচনাৰ অন্তৰ্নিহিত তাৎপৰ্য্য অস্বীকাৰ কৰিব পৰা নাই। বৰং কোনো কোনো সমালোচকে সাম্প্ৰতিক কালৰ কাব্য-সাহিত্য সমালোচনাৰ বিস্তৃতি আৰু অগ্ৰগতিৰ এক উৎস ৰূপেও অ্যাৰিষ্টটলক চিহ্নিত কৰিব বিচাৰে। এজন সমালোচকে ব্যক্ত কৰাৰ দৰে—"The modern view of poetry has gone further than Aristotle because of Aristotle."

সৰ্বশেষত তুলনামূলক বিচাৰত এটা কথা সাব্যস্ত হয় যে কাব্য-সাহিত্য সম্পৰ্কে অ্যাৰিষ্টটলৰ বিশ্লেষণাত্মক আলোচনা প্লেটো'ৰ আক্ৰমণাত্মক সমালোচনাতকৈ অধিক বিজ্ঞান সম্মত আৰু বাস্তৱমুখী।

---

# দুজন নাট্যকাৰৰ জীৱন দৰ্শন

উইলিয়াম ছেক্সপীয়েৰ আৰু জৰ্জ বাৰ্ণাডশ্ব—দুটা শতিকাৰ দুজন খ্যাতনামা নাট্যকাৰ। আৰু তেওঁলোকৰ জীৱনদৰ্শন আলোচনা কৰিবলৈ যোৱাৰ আগতে কেইবাটাও প্ৰশ্ন মনলৈ আহিব পাৰে। সাধাৰণতে কলামোদী আৰু দৰ্শকক আমোদ বা আনন্দ প্ৰদান নাটক আৰু নাট্য-সাহিত্যৰ এটা প্ৰধান উদ্দেশ্য বুলি ভবা হয়। গতিকে স্বাভাৱিকতে প্ৰশ্ন উঠে যদি নাটকৰ প্ৰধান উদ্দেশ্য এইয়ে তেনেহলে ইয়াত দাৰ্শনিক তথ্যৰ অৱতাৰণা কৰাৰ অৱকাশ ক'ত? বা একে ক্ষেত্ৰতে নাট্যকাৰ আৰু দাৰ্শনিক জনৰ সমাবেশ কেনেকৈ সম্ভৱ হয়? অথবা এই প্ৰশ্নও উঠিব পাৰে যে তেওঁলোকৰ নাটক সমূহত আমি কেনেধৰণৰ দাৰ্শনিক তথ্যৰ সন্ধান পাওঁ? তেওঁলোকৰ জীৱনবোধ, সামাজিক দৃষ্টি-ভঙ্গী বা ৰাজনৈতিক বিচাৰধাৰাৰ সম্যক পৰিচয় তেওঁলোকৰ নাটকসমূহৰ যোগেদি পাওঁ নেকি? এই প্ৰশ্নসমূহৰ উত্তৰবোৰো বিতৰ্ক বা পৰস্পৰ বিৰোধী আলোচনা-সমালোচনাৰ মাজত সোমাই পৰিছে। অন্ততঃ ছেক্সপীয়েৰৰ ক্ষেত্ৰত এই বিতৰ্কমূলক আলোচনা এতিয়াও শেষ হোৱা নাই। এক সংখ্যক সমালোচকে মত প্ৰকাশ কৰিছে যে এইজন নাট্যকাৰৰ ৰচনাত মানৱজীৱন আৰু মূল্যবোধ সম্পৰ্কে এটা সুসংহত দৃষ্টিভঙ্গী বা ভাবাদৰ্শ বিচাৰি পোৱাটো এটা অপচেষ্টা মাথোন। অৱশ্যে এনে ধৰণৰ সমালোচনাৰ বিসঙ্গতিও ধৰা নপৰাকৈ থকা নাই। আনহাতে আন জন নাট্যকাৰ জৰ্জ বাৰ্ণাডশ্বৰ ক্ষেত্ৰত বিষয়টো বিতৰ্কমূলক নহৈ সঙ্গতিপূৰ্ণ বা সাৰ্থক আলোচনাৰ উৎস হৈ পৰিছে। কাৰণ এই জন নাট্যকাৰৰ নাটকসমূহত নাট্যকাৰজনৰ জীৱনদৰ্শন আৰু কলাত্মক দৃষ্টিভঙ্গী স্পষ্টভাবে প্ৰতীয়মান হৈছে। আন কথাত কবলৈ গলে জৰ্জ বাৰ্ণাডশ্বৰ ক্ষেত্ৰত নাট্যকাৰ আৰু দাৰ্শনিক-জনৰ সুন্দৰ সমন্বয় ঘটিছে। উল্লেখযোগ্য যে বাৰ্ণাডশ্বই নিজেই

তেওঁৰ কলাত্মক দৃষ্টিভঙ্গী সন্দেহাতীত ভাবে ব্যক্ত কৰিছে— 'কলাৰ কাৰণে কলাৰ খাতিৰত মই এটা বাক্যও নিলিখিলোহেঁতেন' [For Art for Art's sake I would not have written a single line.] ইয়াৰ পৰাই প্ৰতীয়মান হয় যে বাৰ্ণাডশ্বৰ নামৰ নাট্যকাৰ জনে কোনো বিশেষ আদৰ্শ বা মূল্যবোধ প্ৰতিষ্ঠাৰ বাবে তেওঁৰ নাটক সমূহ লিখিছিল আৰু এই নাটকবিলাকৰ মাজতেই তেওঁৰ জীৱনদৰ্শনৰ উৎস বিচাৰি পাব লাগিব। কিন্তু আনজন নাট্যকাৰ ছেক্সপীয়েৰৰ ক্ষেত্ৰত এই কথা সমানেই প্ৰযোজ্য হব নোৱাৰে, কাৰণ এই নাট্যকাৰজনৰ জীৱনদৰ্শন বা কলাত্মক দৃষ্টি-ভঙ্গী সম্পৰ্কে নিশ্চিত ভাবে কোনো সিদ্ধান্ত দিয়াটো সহজসাধ্য নহয়। উল্লেখযোগ্য যে জৰ্জ বাৰ্ণাডশ্বই নিজেই ছেক্সপীয়েৰ সম্পৰ্কে অভিযোগৰ সুৰত কৈছে যে ছেক্সপীয়েৰৰ নাটকসমূহত নাট্যকাৰৰ স্বকীয় বা কোনো নিৰ্দিষ্ট ভাবাদৰ্শ, চিন্তাধাৰা বিচাৰি পোৱা নেযায় আৰু এই প্ৰসঙ্গত তেওঁ ইবচেন আনকি নিজৰ নাটক সমূহৰ কথাও উত্থাপন কৰিছে। বোধহয় বাৰ্ণাডশ্বৰ এই অভিমতকে সমৰ্থন কৰি খ্যাতনামা সাহিত্য সমালোচক ডঃ শ্ৰীকুমাৰ বেনাৰ্জীয়ে লিখিছে—"তিনি মানুষ কেমন ছিলেন, জীৱন বৃত্তি সম্পৰ্কে তাহাৰ ধাৰণা কি ৰূপ ছিল সে সম্বন্ধে তাহাৰ নাটক হইতে কোনও নিৰ্দেশ পাওয়া যায় না। তিনি জীৱনেৰ বিভিন্ন স্তৰ হইতে বিচিত্ৰ মেজাজেৰ এত বিপুল সংখ্যক চৰিত্ৰ সৃষ্টি কৰিয়াছেন যে তাহাদেৰ কাহাৰও সহিত তাহাৰ একাত্মতা প্ৰতিপন্ন কৰা অসম্ভৱ।" এই বক্তব্যৰ সৰল অৰ্থ এইয়ে যে ছেক্সপীয়েৰৰ নাটক বা চৰিত্ৰ সমূহৰ যোগেদি তেওঁৰ জীৱনাদৰ্শ বা স্বকীয় মূল্যবোধ প্ৰতিপন্ন কৰাটো সম্ভৱ নহয়।

প্ৰকৃততে ছেক্সপীয়েৰৰ নাটকবিলাকত পৰস্পৰ বিৰোধী বিভিন্ন ভাবাদৰ্শ বা মূল্যবোধৰ সমাবেশ হোৱা বাবে নাট্যকাৰে কোনটো বিশেষ ভাবাদৰ্শ বা মূল্যবোধ প্ৰতিষ্ঠা কৰিব বিচাৰিছিল সেই-বিষয়ে অৱগত হোৱাটো সহজ সাধ্য নহয়। মানৱজীৱন সম্পৰ্কে তেওঁৰ নাটকসমূহত প্ৰতিফলিত হোৱা বিভিন্ন দৃষ্টিভঙ্গীয়ে নাট্যকাৰ জনৰ জ্ঞানৰ গভীৰতা বা অভিজ্ঞতাৰ বিশালতাৰ পৰিচয় দিয়ে।

কিন্তু ইয়াৰ পৰা আমি ছেক্সপীয়েৰ মানুহজনৰ স্বকীয় ভাবা-দৰ্শৰ সম্যক পৰিচয় নেপাওঁ। নাটক সমূহৰ বক্তব্য বা বিভিন্ন চৰিত্ৰসমূহৰ যোগেদি মানৱ জীৱনৰ প্ৰতি ছেক্সপীয়েৰৰ মনোভাব নিশ্চিত ভাবে জানিব নোৱাৰি। তথাপি এনে এটা অনিশ্চয়তাৰ মাজতো মানৱ জীৱন বা মানৱীয় মূল্যবোধ সম্পৰ্কে ছেক্সপীয়েৰৰ মনোভাব জানিবলৈ অনুসন্ধিৎসু সমালোচক সকলে প্ৰয়াস বা প্ৰচেষ্টা নকৰাকৈ থকা নাই আৰু এই সন্দৰ্ভত তেওঁলোকে নাটক-সমূহত উল্লেখিত বিভিন্ন উক্তি, বক্তব্যবোৰকে প্ৰধান সম্বল ৰূপে লবলগীয়া হৈছে। উদাহৰণস্বৰূপে ছেক্সপীয়েৰৰ এখন নাটকৰ এটা স্মৰণীয় উক্তি হৈছে—'Frailty, thy name is woman.' কিন্তু সমালোচকে ধাৰণা কৰাৰ দৰে সামগ্ৰিক ভাবে নাৰীজাতি সম্পৰ্কে এইয়া নাট্যকাৰজনৰ এটা নিশ্চিত সিদ্ধান্ত বা নিৰ্দিষ্ট অভিমত নহবও পাৰে। বৰং এজন হতাশগ্ৰস্ত ব্যৰ্থ প্ৰেমিকে তেওঁৰ প্ৰেমিকাৰ বিষয়ে মনৰ এটা অস্থিৰ মুহূৰ্তত ব্যক্ত কৰা এটা সম্পূৰ্ণ ব্যক্তিগত বিৰূপ মন্তব্যহে ইয়াত প্ৰতিফলিত হৈছে। আগতেই উল্লেখ কৰি অহাৰ দৰে ছেক্সপীয়েৰৰ নাটকসমূহত বিভিন্ন ভাবাদৰ্শৰ সমাবেশ ঘটিছে। ৰজাৰ (king) পৰা বহুৰূপী (clown) লৈকে সকলো চৰিত্ৰই মানৱ জীৱন আৰু মূল্যবোধ সম্পৰ্কে স্বকীয় মনোভাব ব্যক্ত কৰিছে। আৰু এনে মনোভাব প্ৰকাশক উক্তি বা বক্তব্যবোৰ প্ৰায় ক্ষেত্ৰতে গভীৰ অৰ্থবোধক বা কাব্যিক অন্তৰ্দৃষ্টিৰে সমৃদ্ধ হৈ পৰিছে। কিন্তু এই বিভিন্ন চৰিত্ৰ আৰু উক্তি সমূহৰ মাজত আমি 'ছেক্সপীয়েৰ মানুহজনক' বিচাৰি নেপাও। আনহাতে বিভিন্ন সময়ত তেওঁৰ নাটক বিলাকৰ চৰিত্ৰসমূহৰ ভাব-ভাষা, উক্তি বা আচৰণ পৰস্পৰ বিৰোধী হৈ পৰিছে। ডেনমাৰ্কত সংঘটিত হোৱা এক বিশেষ শোচনীয় পৰিস্থিতিৰ বাবে হেমলেটে তেওঁৰ পৰিকল্পিত কাৰ্য্য সমাধা কৰিব নোৱাৰি মানসিক অস্থিৰতাত জৰ্জৰিত হৈ আক্ষেপ সুৰত কৈছিল—'To be or not to be.' কিন্তু পঞ্চম হেনৰীয়ে এটা অতিশয় প্ৰতিকূল পৰিস্থিতিৰ মাজতো পুৰুষোচিত বীৰত্বৰে পৰিকল্পিত কাৰ্য্য সমাধা কৰিবলৈ আগবাঢ়ি গৈছে। আন এক প্ৰসঙ্গত তেওঁৰ বন্ধু হ'ৰাচিয়ক

সম্বোধন কৰি হেমলেটে কৈছিল—'স্বৰ্গ আৰু মৰ্ত্যত এনে বহুতো কথা আছে যি তোমাৰ কল্পিত ভাবাদৰ্শৰ বাহিৰত [There are many more things in Heaven and Earth than dreampt of in your philosophy, Horatio] এইয়া হয়তো মানৱ মনৰ জ্ঞানৰ পৰিসৰৰ সীমাবদ্ধতা সম্পৰ্কে ছেক্সপীয়েৰৰ নিজস্ব ধাৰণাও হব পাৰে। কিন্তু যেতিয়া এই হেমলেটেই অন্য এক প্ৰসঙ্গত কৈছিল 'মৰণ আৰু শয়নেই তেওঁৰ জীৱনৰ সৰ্বস্ব, আৰু আন একোৰে প্ৰয়োজন নাই,' তেতিয়াই এটা সমস্যাৰ উদ্ভৱ হয়। কাৰণ হেমলেটৰ এই বক্তব্য ছেক্সপীয়েৰৰ নিজৰ বক্তব্য বুলি কব নোৱাৰি। গতিকে ইয়াৰ পৰা এটা ধাৰণা হয় যে ছেক্সপীয়েৰে তেওঁৰ নাটকৰ কোনো এটা বিশেষ চৰিত্ৰৰ মাজতে তেওঁৰ স্বকীয় ভাবাদৰ্শ বা আত্মপ্ৰত্যয় প্ৰতিফলিত কৰা নাই। তেওঁৰ সহানুভূতি আছে হেমলেট, মেলভ'লিঅ, অথেল', ইমগেন আদি সকলোৰে প্ৰতি, কিন্তু এই চৰিত্ৰসমূহৰ লগত ছেক্সপীয়েৰৰ একাত্মকবোধ (Identification) সম্পৰ্কে আমি কোনো সুনিশ্চিত মতামত দিব নোৱাৰো বা কিছুমান কাল্পনিক সিদ্ধান্তকে লৈ সন্তুষ্ট থাকিব পাৰো। আনহাতে কোনো কোনো সমালোচকৰ মতে আন এটা ব্যৰ্থ প্ৰয়াস হৈছে ছেক্সপীয়েৰৰ নাটকত নৈতিকতাৰ (Morality) সংজ্ঞা বা ব্যাখ্যা বিচাৰিবলৈ যোৱাটো। বহুতে মানৱ-চৰিত্ৰ, ভাগ্য, কৰ্মফল আদিৰ প্ৰতি ছেক্সপীয়েৰৰ দৃষ্টিভঙ্গীৰ বিষয়ে বিশ্লেষণাত্মক আলোচনা আগবঢ়াইছে। এই প্ৰসঙ্গত ছেক্সপীয়েৰৰ অন্যতম নাৰী চৰিত্ৰ কৰ্ডেলিয়াৰ কথা উল্লেখ কৰা হৈছে। কৰ্ডেলিয়াই এজনী নিষ্ঠাৱতী জীয়ৰীৰ দৰে পিতৃৰ স্বাৰ্থ ৰক্ষাৰ বাবে নিজৰ সৰ্বস্ব ত্যাগ কৰিও অৱশেষত অতিশয় কৰুণভাৱে প্ৰাণত্যাগ কৰিব লগা হয়। চৰিত্ৰ আৰু ভাগ্যৰ এই অপ্ৰত্যাশিত পৰিণতিৰ পৰা আমাৰ দৃষ্টি আঁতৰাবলৈকে হয়তো সমালোচকে চৰিত্ৰটোৰ বিষয়ে এটা ভিন্ন ব্যাখ্যা ডাঙি ধৰিছে। তেওঁলোকৰ মতে কৰ্ডেলিয়াৰ জীৱনৰ কৰুণ পৰিণতিৰ বাবে তেওঁৰ চৰিত্ৰই প্ৰধানতঃ দায়ী। কাৰণ তেওঁলোকৰ মতে যিমানেই গুৰুত্বপূৰ্ণ নহওক এজনৰ ব্যক্তি স্বাৰ্থই দেশৰ সামগ্ৰিক স্বাৰ্থতকৈ অগ্ৰাধিকাৰ পাব নোৱাৰে। গতিকে পিতৃৰ স্বাৰ্থৰ খাতিৰত বিদেশী সৈন্যৰ

সহযোগত সমগ্র দেশখনৰ স্বাধীনতা বা সাৰ্বভৌমত্ব বিপন্ন কৰি তোলাটো কৰ্ডেলিয়াৰ এটা অক্ষমনীয় অপৰাধ। গতিকে টমাচ হাৰ্ডিৰ উপন্যাসৰ দৰে ছেক্সপীয়েৰৰ ক্ষেত্ৰতো এই সমালোচক সকলে চৰিত্ৰই ভাগ্য (Character is Destiny) এই ব্যাখ্যা প্ৰয়োগ কৰিব বিচাৰে। কিন্তু সমালোচকৰ এই ব্যাখ্যা ছেক্সপীয়েৰৰ সকলো নাটকতে সৰ্বাত্মক ভাবে প্ৰয়োগ কৰিব পাৰিনে নোৱাৰি সেইটোও বিতৰ্কমূলক কথা হৈ ৰৈছে।

গতিকে উপৰোক্ত আলোচনাৰ পৰিপ্ৰেক্ষিতত এজন নাট্যকাৰ-ৰূপে ছেক্সপীয়েৰৰ জীৱনবোধ, আধ্যাত্মিক, নৈতিক আদৰ্শ বা ৰাজনৈতিক দৃষ্টিভঙ্গীৰ বিষয়ে এটা নিশ্চিত মতামত দিব নোৱাৰি। তথাপি এই প্ৰশ্নটোৰ আনটো দিশও আমি এৰাই চলিব নোৱাৰো। কাৰণ তেওঁৰ নাটকসমূহৰ যোগেদি ছেক্সপীয়েৰৰ সৰ্বতোমুখী জীৱনদৰ্শনৰ বিষয়ে আমি সম্যকভাবে অৱগত হব নোৱাৰিলেও মানৱ জীৱনৰ প্ৰতি তেওঁৰ মনোভাব, বা নৈতিকপ্ৰমূল্য, ৰাজনৈতিক ধ্যান-ধাৰণাৰ কিছু আভাস নোপোৱাকৈ নেথাকো। উদাহৰণস্বৰূপে তেওঁৰ কেইবাখনো নাটকৰ ঘটনাবিন্যাস আৰু পৰিণতিয়ে মানুহৰ সততা তথা নৈতিক দিশটোৰ প্ৰতি ছেক্সপীয়েৰৰ সমৰ্থন, সহানুভূতিৰ কথাকে সূচায়। অৱশ্যে নৈতিকতাৰ শিক্ষা দিবৰ বাবেই ছেক্সপীয়েৰে তেওঁৰ নাটক সমূহ লিখিছিল বুলি কব নোৱাৰি। তথাপি ছেক্সপীয়েৰে নৈতিকতাক মানৱ জীৱনৰ এটা মহৎ গুণ বুলি যে প্ৰতিষ্ঠা কৰিব বিচাৰিছিল সেইটো সহজেই অনুমেয়। সেই কাৰণেই বোধহয় তেওঁ মানুহৰ ধ্বংসাত্মক আৰু আসুৰিক প্ৰবৃত্তি বিলাকক জয়ী হবলৈ বা আধিপত্য বিস্তাৰ কৰিবলৈ দিয়া নাছিল। আয়াগ'ৰ কু-প্ৰবৃত্তিবিলাক তৎকালীন ভাবে সফল হৈছিল, কিন্তু সৰ্বশেষত নিজৰ কুচক্ৰান্ত আৰু ষড়যন্ত্ৰৰ জালত পৰা আয়াগ'ই নিজেও মুক্ত হব পৰা নাছিল। গণেৰেল আৰু ৰিগেণ দুয়ো বিজয় মুহূৰ্ততো ধ্বংস হৈছিল মনৰ কু-প্ৰবৃত্তি বিলাকৰ বাবেই। মেকবেথৰ আকাশলঙ্ঘী কামনা-বাসনাই অৱশেষত নিজৰেই পতনৰ কাৰণ হৈ পৰিছিল। লেডী মেকবেথে যেনেকৈ নিষ্ঠুৰ হত্যাকাণ্ডৰ তীব্ৰ প্ৰতিক্ৰিয়াৰ দাবানলত দগ্ধ হব লগা হৈছিল

তেনেদৰে নিষ্কলুষ ডেচদিমনাৰ চৰিত্ৰৰ নৈতিক দিশটো উজ্জলতৰ হৈ ধৰা দিছিল নাটকৰ অতিশয় শোকাবহ পৰিণতিৰ মাজতো। উল্লেখযোগ্য যে বৰ্তমান শতিকাৰ পৰিবৰ্তিত পৰিস্থিতিৰ পৰি-প্ৰেক্ষিতত মানৱ জীৱনৰ নৈতিক আদৰ্শ আৰু আন প্ৰমূল্য সমূহৰ বিশ্বাসৰ সংকট (Crisis of Faith) তেওঁৰ নাটক সমূহত কেনে-দৰে প্ৰতিফলিত হৈছে সেই সম্পৰ্কে আধুনিক সমালোচক সকলে বিচাৰ কৰি চোৱাৰ প্ৰয়াসো কৰিছে। যদিও ছেক্সপীয়েৰৰ নাটকৰ বিভিন্ন চৰিত্ৰ আৰু ঘটনা বিন্যাসে আধুনিক যুগৰ সমস্যা জৰ্জৰিত মানুহৰ আশা-আকাংখা বা ব্যৰ্থতা-বিফলতাৰ চিত্ৰ প্ৰতি-ফলিত নকৰে তথাপি হেমলেটৰ চৰিত্ৰটো যুদ্ধোত্তৰ যুগৰ মানুহৰেই আশাভঙ্গৰ বেদনা, অস্থিৰতা, কৰ্মবিমুখতা বা ব্যৰ্থতাৰ প্ৰতীক হৈ পৰিছে বুলি খ্যাতনামা সমালোচক এনাটলে ফ্ৰাঁচে মন্তব্য কৰিছে। আনহাতে ফলষ্টাফৰ পৰা আৰম্ভ কৰি মিৰান্দালৈকে প্ৰায় বিলাক চৰিত্ৰতে মানৱ জীৱনৰ পৰিপূৰ্ণতা, সফলতা আৰু আনন্দৰ আলেখ্য আমি পাওঁ। আগতেই উল্লেখ কৰাৰ দৰে মানৱ জীৱনৰ অসৎ, অসুন্দৰ প্ৰবৃত্তি বিলাকৰ প্ৰতি ছেক্সপীয়েৰৰ সহানুভূতি নাছিল আৰু সত্য আৰু সুন্দৰৰ সমন্বয় সাধনত তেওঁ বিশ্বাসী আছিল। জীৱনৰ শেহৰ ফালে ৰচনা কৰা তেওঁৰ নাটক 'দি টেমপেষ্টত' সত্য আৰু সুন্দৰৰ সহবৰ্তীতাৰ এটা আকৰ্ষণীয় আলেখ্য আমি পাওঁ। কিন্তু ইয়াৰ বিপৰীতে ছেক্সপীয়েৰৰ বিৰুদ্ধে উত্থাপিত এটা অভিযোগ হৈছে নৈতিকতা বা সততাৰ প্ৰমূল্যৰ প্ৰতি নাট্যকাৰৰ সহানুভূতি বা সজাগতাৰ অভাৱ। বৰং তেওঁৰ নাটক সমূহত মানুহৰ অসৎ আৰু আন কুপ্ৰবৃত্তি বিলাকৰ প্ৰবল প্ৰাধান্যৰ চিত্ৰহে ডাঙি ধৰা হৈছে বুলি আক্ষেপ কৰা হৈছে। বিখ্যাত চিন্তানায়ক টলষ্টয় আৰু সমা-লোচক ডঃ জনচনে এই সন্দৰ্ভত ছেক্সপীয়েৰৰ বিৰূপ অভিমত ব্যক্ত কৰিছে। আনহাতে ছেক্সপীয়েৰৰ ৰাজনৈতিক আদৰ্শ সম্পৰ্কেও আলোচনা-সমালোচনা নোহোৱাকৈ থকা নাই। একশ্ৰেণী সমালোচকৰ ধাৰণাত ছেক্সপীয়েৰ সামন্তবাদ আৰু স্থিতাৱস্থাৰ বাহক, গতিশীল বা পৰিবৰ্তিত সমাজ ব্যৱস্থাত তেওঁ বিশ্বাসী নহয়।

তেওঁৰ নাটক বিলাকত ছেক্সপীয়েৰৰ ৰাজনৈতিক আদৰ্শ স্পষ্ট ভাবে প্ৰতিফলিত নহলেও তেওঁৰ দৃষ্টিভঙ্গী প্ৰতিক্ৰিয়াশীল আছিল বুলি কব নোৱাৰি। যদিও প্ৰচলিত সমাজ ব্যৱস্থাৰ শ্ৰেণী বৈষম্য তেওঁ বিৰোধীতা কৰা নাছিল তথাপি তেওঁৰ সহানুভূতি সদায়েই নিষ্পেষিত জনৰ প্ৰতিহে আছিল। 'জুলিয়াচ চীজাৰ' নাটকৰ প্ৰথম অংকটোৰ যুদ্ধ-জয়ৰ অন্তত স্বদেশলৈ প্ৰত্যাবৰ্তন কৰা চীজাৰৰ দৰ্শন অভিলাসী সাধাৰণ মানুহ আৰু চীজাৰৰ বিৰুদ্ধে ষড়যন্ত্ৰত জড়িত ৰাজবিষয়া কেইজনৰ মাজৰ কথোপকথনৰ দৃশ্যটোত ছেক্সপীয়েৰৰ এনে এটা মনোভাবৰ আভাস পোৱা যায়। যদিও সমসাময়িক কালৰ ৰাজনীতিবিদ সকলৰ দৰে তেওঁ দেশত শান্তি আৰু নিৰাপত্তা ৰক্ষা কৰাটোৱেই শাসনযন্ত্ৰৰ প্ৰধান কৰ্তব্য বুলি ভাবিছিল তথাপি ক্ষমতাৰ অপব্যৱহাৰৰ তেওঁ সমৰ্থক হয়তো তেওঁ নাছিল। এই প্ৰসঙ্গত তেওঁৰ নাটকৰ এটা উক্তি উল্লেখযোগ্য—

O, It is excellent.
To have a giant's strength, but
It is tyrannous to use it like a giant.

টলষ্টয়, হুইটমেন আদিয়ে ছেক্সপীয়েৰ গণতন্ত্ৰ বিৰোধী আছিল বুলি মত প্ৰকাশ কৰিছে। আনহাতে ছেক্সপীয়েৰৰ গণতন্ত্ৰ বিৰোধী ভূমিকা সম্পৰ্কে টলষ্টয় আদিৰ লগত একেমত নহলেও বাৰ্ণাডশ্বৰ নিজৰ ধাৰণাত ছেক্সপীয়েৰে ৰাজনৈতিক ক্ষেত্ৰত এটা সমদুৰত্বৰ মধ্যম পন্থাৰ নীতিহে পোষকতা কৰিছিল।

এজন নাট্যকাৰ ৰূপে ছেক্সপীয়েৰৰ জীৱনদৰ্শন যদি এনেদৰে অস্পষ্ট বা বিতৰ্কমূলক বিষয় হৈ বৈছে আনজন নাট্যকাৰ জৰ্জ বাৰ্ণাডশ্বৰ ক্ষেত্ৰত এনে অস্পষ্টতা বা বিতৰ্কৰ অৱকাশ নথকাত তেওঁৰ জীৱনদৰ্শন নিশ্চিত ভাবেই প্ৰতীয়মান হৈছে। বাৰ্ণাডশ্বই নিজেই ব্যক্ত কৰাৰ দৰে তেওঁৰ লেখাসমূহ উদ্দেশ্যধৰ্মী বা প্ৰচাৰধৰ্মী (Propagandist)। এই প্ৰসঙ্গত তেওঁ লিখিছে—"Plays must all, if they are to be anything more than mere tissues of stage-effects, have a philosophy, even if it be no more than an un-

conscious expression of the author's temperament." অৰ্থাৎ বাৰ্ণাড্শ্বৰ ধাৰণাত এখন নাটকত নাটকীয় উপাদান সমূহৰ বাহিৰেও এটা ভাবাদৰ্শ থাকিব লাগে—যিটোৱে অসচেতন ভাবে হ'লেও নাট্যকাৰৰ অভিব্যক্তি প্ৰকাশ কৰে। গতিকে নাট্যকাৰজনে ব্যক্ত কৰা উক্ত অভিমতৰ পৰিপ্ৰেক্ষিততে কব পাৰি যে বাৰ্ণাড্শ্বৰ নাটক সমূহেই তেওঁৰ জীৱন দৰ্শনৰ প্ৰতিফলক। তেওঁৰ নাটক সমূহ যেনে—আমৰ্চ এণ্ড দি মেন, মেন এণ্ড চুপাৰমেন, পিগমেলিয়ন, কেনডিডা, মিচেচ্ ওৱাৰেনচ্ প্ৰফেশ্যন আদিত মানৱ জীৱন আৰু ইয়াৰ বিভিন্ন সমস্যাৰ ওপৰত গুৰুত্বপূৰ্ণ আলোচনা আৰু বিশ্লেষণ কৰা হৈছে। সেইকাৰণেই সমগোত্ৰীয় নাট্যকাৰ ইবছেন, গলছৱাৰ্ডি আদিৰ লগতে বাৰ্ণাডশ্বৰ নাটক সমূহক 'ড্ৰামা অব্ আইডিয়া' বা প্ৰব্লেম প্লে' বুলি অভিহিত কৰা হৈছে। আধুনিক নাট্য-সাহিত্যৰ এটা বৈশিষ্ট্যপূৰ্ণ ধাৰা (Trend) ৰূপে প্ৰবৰ্তিত হোৱা এই নাটকত কোনো এটা মানৱীয় সমস্যা আৰু তাৰ ওপৰত বিশ্লেষণাত্মক আলোচনাই প্ৰধান উপজীব্য হৈ পৰিছে আৰু চৰিত্ৰ সমূহৰ মাজেদিয়েই নাট্যকাৰে তেওঁৰ বক্তব্য ডাঙি ধৰিছে। উদাহৰণস্বৰূপে 'পিগ্মেলিয়ান' নাটকত তেওঁ ইংলণ্ডৰ ভাষা-সমস্যা, শিক্ষা-সমস্যাৰ পৰা আৰম্ভ কৰি সমকালীন মধ্যবিত্ত সমাজৰ নৈতিক চেতনা আৰু প্ৰেম-বিবাহৰ প্ৰতি 'চিনিকেল' মনোভাবৰ এটা তাৎপৰ্য্যপূৰ্ণ বিশ্লেষণ আগবঢ়াইছে। অৰ্থনৈতিক অসমতা আৰু পৰিবেশৰ দুৰৱস্থাৰ ফলত কেনেকৈ ইংলণ্ডৰ নিম্নশ্ৰেণীৰ মানুহক শিক্ষা, সংস্কৃতি, নৈতিকতাৰ দিশত অৱনতি ঘটিছে তাৰে এটা বাস্তৱ আলেখ্য এলিজাবেথ ডুলিটিল—এলফ্ৰেড ডুলিটিল চৰিত্ৰ দুটাৰ মাজেদি ডাঙি ধৰিছে। যেতিয়া পিকাৰিং নামৰ চৰিত্ৰটোৱে এলফ্ৰেড ডুলিটিলক প্ৰশ্ন কৰিছিল—'তোমাৰ নৈতিকতা বোধ নাইনে? তেতিয়া ডুলিটিলে অতি সহজ ভাবেই উত্তৰ দিছিল যে—'এনে নৈতিকতাবোধ পালন কৰাৰ সামৰ্থ তাৰ নাই আৰু তাৰ দৰে দৰিদ্ৰ হোৱা হ'লে পিকাৰিঙেও সেই (অনৈতিক) কাৰ্য্য কৰিলেহেঁতেন।' এইদৰে পিগ্মেলিয়ন নাটকখনত বাৰ্ণাডশ্বই আধুনিক সমাজ জীৱনৰ এটা গভীৰ সত্য প্ৰকাশ

কৰিছে যে অৰ্থনৈতিক অৱস্থাৰ পৰিপ্ৰেক্ষিততহে নৈতিকতা বা নীতিবোধৰ মূল্যাংকন হ'ব পাৰে। সেইদৰে তেওঁৰ আন এখন নাটক 'দি আৰ্মচ এণ্ড দি মেন'ত সামৰিক শক্তি সম্বন্ধে প্ৰচলিত মতবাদৰ বিৰুদ্ধে মত প্ৰকাশ কৰা হৈছে। এই নাটকখনৰ দুটা প্ৰধান চৰিত্ৰ 'চাৰজিয়াচ' আৰু 'ক্লাণ্টচ্লিক' দুটা পৰস্পৰ বিৰোধী মতবাদৰ প্ৰবক্তাৰূপে উপস্থাপন কৰোৱা হৈছে আৰু এই চৰিত্ৰ দুটাৰ কথোপকথন আৰু কাৰ্য্যক্ৰমৰ যোগেদি নাট্যকাৰে এই ধাৰণা প্ৰতিষ্ঠিত কৰিব বিচাৰিছে যে যুদ্ধজয় তথা সামৰিক শৌৰ্য্যবীৰ্য্য মানৱ জীৱনৰ এক বীৰত্বপূৰ্ণ গৌৰৱময় অধ্যায়ৰ পৰিবৰ্তে এটা বিশেষত্বহীন 'ৰোমাণ্টিক' ঘটনাৰূপেহে গণ্য হোৱা উচিত। তেওঁৰ আন এখন নাটক 'মেন এণ্ড চুপাৰমেন'ত ধৰ্ম আৰু নৈতিকতা সম্পৰ্কে স্বকীয় ধাৰণা প্ৰকাশ কৰিছে আৰু চৰিত্ৰসমূহৰ যোগেদি ব্যঙ্গ, বিদ্ৰূপৰ সহায়ত বক্তব্য ডাঙি ধৰি সামগ্ৰিকভাবে নাটকীয় পৰিবেশ আকৰ্ষণীয় কৰি তুলিছে। মুঠতে বাৰ্ণাডশ্বই তেওঁৰ নাটকসমূহৰ প্ৰায়বোৰ চৰিত্ৰকে এটা নিৰ্দিষ্ট ভাবাদৰ্শ প্ৰকাশ বা প্ৰচাৰৰ মাধ্যম ৰূপে ব্যৱহাৰ কৰিছে আৰু এই কাৰণেই এই চৰিত্ৰসমূহক নাট্যকাৰৰ 'মাউথপিচ্' (Mouth piece) বুলি অভিহিত কৰা হৈছে। সমালোচক স্কট জেমচ্‌ৰ এষাৰ উক্তি এই প্ৰসঙ্গত উল্লেখযোগ্য। তেওঁ লিখিছে—'There are few exceptions··· But for the most part his characters are puppets who speak the words necessary for the part they are taking in the conflict of ideas which make the play, and so much shavian wit and agreeable absurdity emerge that an intelligible audience can not fail to be entertained.' স্কট জেমচৰ এই উক্তিৰ সাৰ্থকতা বহন কৰা বাৰ্ণাডশ্বৰ নাটকখন হৈছে—'বেক্ টু মেথুচেলা'। নাটকখনৰ নাটকীয় উপাদান সমূহতকৈ 'সৃষ্টিশীল বিবৰ্তন' (Creative Evolution) সম্পৰ্কে নাট্যকাৰৰ বিশ্লেষণাত্মক আলোচনা আৰু বক্তব্যহে অধিক আকৰ্ষণীয় হৈ পৰিছে।

জৰ্জ বাৰ্ণাড্‌শ্ব ডাৰউইন, কাৰ্লমাৰ্ক্স, ফ্ৰয়েড আদিৰ দৰে কোনো যুগান্তকাৰী ভাবাদৰ্শ বা মতবাদৰ প্ৰবক্তা আৰু স্ৰষ্টা ৰূপে আমাৰ বিচাৰ্য্য নহয়। মূলতঃ তেওঁ এজন নাট্যকাৰ কিন্তু নাটক আৰু নাটঘৰ সম্পৰ্কে তেওঁৰ দৃষ্টিভঙ্গী অতি স্পষ্ট। তেওঁ লিখিছিল—'বৰ্তমান কালৰ মানুহৰ বাবে নাটক আৰু নাটঘৰ—দুয়োটাই শিক্ষানুষ্ঠান (School) আৰু ধৰ্ম মন্দিৰ (Church)। গতিকে এজন কলাকাৰ ৰূপে তেওঁৰ উদ্দেশ্য সহজেই অনুমেয়। তেওঁ তেওঁৰ নাটকসমূহৰ মাজতে প্ৰেম-বিবাহ, যুদ্ধ-শান্তি, শিক্ষা-সংস্কৃতি, বিজ্ঞান-ধৰ্ম, ধনতন্ত্ৰবাদ, সমাজবাদ, সামাজিক ন্যায়-অন্যায় আদি বিভিন্ন গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত তেওঁৰ মতাদৰ্শ ব্যক্ত কৰি থৈ গৈছে। মুঠতে বাৰ্ণাড্‌শ্বক বুনিয়ান, এডমাণ্ড বাৰ্ক, ডিকেন্স, শ্যেলী, বাৰ্টাণ্ড ৰাছেল আদি সমাজ সচেতন উদ্দেশ্যধৰ্মী কলাকাৰ সকলৰ পৰ্য্যায়ভুক্ত কৰিব পাৰি। আৰু বৈপ্লবিক আদৰ্শবাদৰ কবি শ্যেলীৰ ভাষাত কবলৈ হ'লে জৰ্জ বাৰ্ণাড্‌শ্বকে প্ৰমুখ্য কৰি এই কলাকাৰ সকল সমাজ আৰু দেশৰ অঘোষিত আইন প্ৰণয়নকাৰী (Unacknowledged Legislators)।

---

# ছেক্সপীয়েৰৰ এটা অভিনৱ চৰিত্ৰ ঃ অথেল'

অধ্যাপক পিটাৰ আলেকজেণ্ডাৰ সম্পাদিত ছেক্সপীয়েৰ সংকলনত অথেল' নাটকখন অথেল', দি মূৰ অব ভেনিচ্, (Othello, the Moor of Venice) বুলি উল্লেখ কৰা হৈছে। ভেনিচৰ এই মূৰ জনেই অথেল' নাটকৰ নাম ভূমিকাত অৱতীৰ্ণ হোৱা মুখ্য চৰিত্ৰ অথেল'। উল্লেখযোগ্য যে এই মূৰ (Moor) শব্দটোৰ বিভিন্ন ব্যাখ্যা দিয়া হৈছে। চেম্বাৰ্চ অভিধানৰ মতে 'মূৰ' শব্দটোৱে উত্তৰ-পশ্চিম আফ্ৰিকাৰ আৰব আৰু বাৰবেৰ বংশজাত মুচলেম সম্প্ৰদায়ৰ এক শ্ৰেণীৰ লোকৰ ইঙ্গিত দিয়ে। আৰু আন এক ব্যাখ্যা মতে আফ্ৰিকাৰ এই অধিবাসী সকলে আঠ শতিকাত (এ. ডি. ত) স্পেইন দেশখন আক্ৰমণ কৰি অধিকৃত কৰিছিল। গতিকে অথেল' আফ্ৰিকাৰ এই কৃষ্ণাঙ্গ অধিবাসী সকলৰ বংশজাত ব্যক্তি বুলি ধাৰণা হয়। আনহাতে অথেল' নাটকৰ 'প্লণ্টতো' গিৰাণ্ডি চিনথিয়ৰ সপ্তম খণ্ড কাহিনীৰ পৰা আহৰণ কৰা হৈছে। তথাপি এই ঐতিহাসিক পটভূমি সত্বেও অথেল' নাটকখন এখন ঐতিহাসিক নাটকৰ (Historical Drama) পৰিবৰ্তে এখন বিয়োগান্ত নাটক (A Tragic Drama) ৰূপেহে খ্যাতি লাভ কৰিছে।

অৱশ্যে ইতিহাস ভিত্তিক ঘটনাৰ পটভূমিত উপস্থাপন কৰা বাবেই এই নাটকৰ চৰিত্ৰ সমূহ, বিশেষকৈ অথেল'ৰ চৰিত্ৰটো অতি জীৱন্ত আৰু বাস্তৱিক হৈ ধৰা দিছে। তদুপৰি ছেক্সপীয়েৰৰ মঞ্চ (Stage) সম্পৰ্কে সঠিক আৰু সম্যক জ্ঞান আছিল বাবেই চৰিত্ৰ সমূহ মঞ্চত উপস্থাপন কৰোতে বোধহয় ইমান বাস্তৱিক বা জীৱন্ত হৈ পৰিছিল। আনহাতে ছেক্সপীয়েৰৰ মঞ্চ নিৰ্দেশ বা নাট্য-পৰিচালনা সম্পৰ্কে থকা যথোপযুক্ত জ্ঞানৰ বাবেও তেওঁৰ নাটক সমূহ মঞ্চ উপযোগী বা মঞ্চ সফল হৈ পৰিছে। উল্লেখযোগ্য যে প্ৰাৰম্ভিক পৰ্য্যায়ত ছেক্সপীয়েৰে

তেওঁৰ নাটক সমূহ প্ৰধানতঃ মঞ্চত অভিনয়ৰ বাবেই লিখিছিল। এখন বিশেষ ভাবে মঞ্চসফল নাটক বুলি পৰিগণিত ছেক্সপীয়েৰৰ অথেল' নাটকখনৰ চৰিত্ৰাংকন আন 'ট্ৰেজিক' নাটক সমূহতকৈ অধিক চিত্তাকৰ্ষক আৰু মৰ্মস্পৰ্শী হৈছে। এই কাৰণেই বোধহয় ছেক্সপীয়েৰৰ অথেল' নাটকখন এখন মঞ্চসফল পাৰিবাৰিক বিয়োগান্ত নাটক (A Domestic Tragedy) ৰূপেও পঢ়ুৱৈ আৰু দৰ্শকৰ মাজত বিশেষ ভাবে সমাদৃত হৈছে।

অথেল' নাটকখনৰ পটভূমি হৈছে নৱন্যাস যুগৰ নতুন পোহৰে আলোকিত কৰা পাশ্চাত্য সভ্যতা-সংস্কৃতিৰ অন্যতম প্ৰাণকেন্দ্ৰ ভেনিচ চহৰ। এই চহৰলৈ আহিছিল সুদূৰ আফ্ৰিকাৰ পৰা এজন মূৰ—নাম অথেল'। বলিষ্ঠ ব্যক্তিত্ব সম্পন্ন আৰু বীৰত্বপূৰ্ণ, দুঃসাহসিক অভিজ্ঞতাৰে পুষ্ট এই মূৰ জনে অতি কম সময়ৰ ভিতৰতে স্বকীয় সৰলতা, সততা আৰু কাৰ্য্যদক্ষতাৰ বাবে ভেনিচৰ সেনাবাহিনীৰ সেনাধ্যক্ষ পদত অধিষ্ঠিত হয়। আনহাতে ভেনিচ চহৰৰ এজন প্ৰতিপত্তিশালী নাগৰিক ব্ৰাবান্সিৰ সৰ্বাঙ্গ সুন্দৰী কন্যা মাতৃহীনা ডেচডিমনা এই অশুভদৰ্শন কিন্তু বলিষ্ঠ ব্যক্তিত্বৰ সেনাধ্যক্ষজনৰ প্ৰতি আকৰ্ষিত হৈ পৰে। অথেল'ৰ দুঃসাহসিক পৰ্য্যটক জীৱনৰ কাহিনীবোৰে যেনেকৈ ডেচডিমনাক আকৰ্ষিত কৰিছিল তেনেদৰে ডেচডিমনাৰ আকৰ্ষণীয় দেহসৌন্দৰ্য্যৰ পৰশত মুগ্ধ হৈ পৰিছিল অথেল'। কিন্তু অথেল'ৰ সেনাবাহিনীৰেই এজন কু-অভিলাসী চতুৰ সেনাপতি আয়াগ'ৰ কুটিল চক্ৰান্তই অথেল'ৰ জীৱনলৈ নমাই আনিছিল ঘোৰ অমানিশাৰ অন্ধকাৰ—থিয় কৰাইছিল অথেল' ডেচডিমনাৰ প্ৰেমবিবাহৰ মধুৰ সম্পৰ্কৰ মাজত এখন দুৰ্ভেদ্য প্ৰাচীৰ। নাটকখনৰ খলনায়কৰ (villain) ভূমিকাত অবতীৰ্ণ হোৱা আয়াগ'ই অথেল'ৰ সেনাবাহিনীৰ আন এজন সেনাপতি সুদৰ্শন যুৱক কেছিঅ' আৰু ডেচডিমনাৰ দ্বাৰা প্ৰত্যাখিত এজন মূৰ্খ যুৱক ৰডাৰিগৰ জৰিয়তে তেওঁৰ কু-অভিপ্ৰায় চৰিতাৰ্থ কৰিবলৈ সমৰ্থ হয়। অৱশেষত আয়াগৰ অভিসন্ধি আৰু কু-প্ৰৰোচনাত বিভ্ৰান্ত আৰু উত্তেজিত হৈ এই মহান মূৰ জনে তেওঁৰ নিষ্কলুষ পতিব্ৰতা পত্নী

ডেচ্‌দিমনাৰ তথাকথিত 'বিশ্বাসহীনতা'ত ক্ৰুদ্ধ হৈ নিষ্ঠুৰ ভাৱে হত্যা কৰে। শেহান্তৰত আয়াগ'ৰ পত্নী এমেলিয়াৰ প্ৰচেষ্টাত আয়াগ'ৰ কুচক্ৰান্ত ধৰা পৰে আৰু এক অতিশয় শোকাবহ বিষাদপূৰ্ণ পৰিবেশত নাটকৰ কাহিনীটোৰ অন্ত পৰে।

ছেক্সপীয়েৰৰ নাটকৰ চৰিত্ৰসমূহক বিভিন্ন সমালোচকে বিভিন্ন দৃষ্টিভঙ্গীৰে বিচাৰ কৰি নিজস্ব মতামত ডাঙি ধৰিছে। এই মতামত সমূহ ছেক্সপীয়েৰৰ নাট্য সাহিত্যৰ সমালোচনাৰ সময় সাপেক্ষ পৰিবৰ্তনৰ লগে লগে পৰিবৰ্তন হোৱাও দেখা গৈছে। এই সন্দৰ্ভত অথেল'ৰ চৰিত্ৰটোৱে সমালোচকৰ দৃষ্টিত বিশেষ গুৰুত্ব লাভ কৰিছে আৰু বিতৰ্কমূলক হৈ পৰিছে। অথেল' সম্পৰ্কে এটা সাধাৰণ ধাৰণা এই যে অথেল' ছেক্সপীয়েৰৰ 'ট্ৰেজিক নায়কৰ' ভিতৰত সবাতোকৈ সন্মানিত আৰু সমাদৃত যেনেকৈ 'ট্ৰেজিক নায়িকাৰ' ভিতৰত সবাতোকৈ আকৰ্ষণীয় আৰু মৰ্মস্পৰ্শী হৈছে ডেচ্‌দিমনা। আনহাতে সমালোচকৰ দৃষ্টিত চৰিত্ৰটো বিভিন্ন ৰূপত ধৰা দিছে। এফালে যেনেকৈ অথেল'ক এজন সৎ, সুদক্ষ সেনাধ্যক্ষ, সংযমী, সংস্কৃতিবান ব্যক্তি বুলি কোৱা হৈছে তেনেদৰে তেওঁক এজন অতি দুৰ্বল মনৰ বিবেকহীন, ঈৰ্ষাপৰায়ণ, প্ৰতিশোধ পৰায়ণ, নিষ্ঠুৰ ব্যক্তি বুলিও সাব্যস্ত কৰিব বিচৰা হৈছে। তদুপৰি নাটকৰ একাধিক উক্তি বা বক্তব্যৰ যোগেদি এজন 'কুৎচিৎ অশুভ দৰ্শন ব্যক্তি' বুলিও আয়াগ' ব্ৰাবান্সিয়ৰ দ্বাৰা অথেল'ক উপহাস কৰা হৈছে। অবশ্যে সমালোচকৰ দৃষ্টিত অথেল'ৰ শাৰীৰিক দিশটো বিশেষ আলোচনাৰ বিষয় হৈ পৰা নাই।

ডেচ্‌দিমনাৰ দৃষ্টিত অথেল' এক 'ৰোমাণ্টিক' নায়ক ৰূপে প্ৰতিভাত হৈছিল, যেন এক 'ৰহস্যময় ব্যক্তি' আন এক পৃথিৱীৰ পৰা আহি তেওঁৰ ওচৰত আত্মপ্ৰকাশ কৰিছিল। অথেল'ৰ ব্যক্তিত্বৰ এই আকৰ্ষণীয় দিশটোৰ বাবেই ডেচ্‌দিমনাই স্বদেশ, স্বজাতিৰ বহু বিত্তবান সম্পদশালী সুদৰ্শন যুৱককো প্ৰত্যাখ্যান কৰি অথেল'ৰ ওচৰত আত্মসমৰ্পন কৰিছিল। পিতৃ ব্ৰাবান্সিয়ৰ অভিযোগৰ প্ৰত্যুত্তৰত ভেনিচৰ সংসদৰ সন্মুখত ডাঙি ধৰা বক্তব্যত ডেচ্‌দিমনাই উল্লেখ কৰিছিল কেনেকৈ অথেল' নামৰ এই ব্যক্তিজনক তেওঁ

'নিজৰ মনৰ' মাজতহে বিচাৰি পাইছিল আৰু তেওঁৰ দুঃসাহসিক গৌৰৱপূৰ্ণ ঘটনাবহুল জীৱনটোৰ লগতহে 'আত্মিক সম্পৰ্ক' স্থাপন কৰিছিল। সেয়ে অথেল'ৰ প্ৰতি ডেচ্‌দিমনাৰ অনুৰাগ আৱেগিক নহৈ বৌদ্ধিক (Intellectual) বুলিও মত প্ৰকাশ কৰা হৈছে। সেয়ে নাটকখনৰ শেষ দৃশ্যত অথেল'ৰ দ্বাৰা আক্ৰান্ত হৈ আসন্ন মৃত্যু শয্যাত পৰি থকা ডেচ্‌দিমনাই এমেলিয়াৰ আগত তেওঁৰ মৃত্যুৰ বাবে নিজকেই দোষী বুলি ব্যক্ত কৰি অথেল'ক নিৰ্দোষী বুলি প্ৰমাণ কৰিব বিচৰাটো অথেল'ৰ প্ৰতি ডেচ্‌দিমনাৰ অবিচল প্ৰেমৰেই নিদৰ্শন বুলি কোৱা হৈছে। মৃত্যুৰ শীতল কোলাত আশ্ৰয় লোৱাৰ আগ মুহূৰ্তত নিজৰ জীৱনৰ কৰুণ পৰিসমাপ্তিৰ বাবে নিজকে দোষী কৰি ডেচ্‌দিমনাই সকলোৰে পৰা বিদায় লৈছিল এই উক্তিৰে—

No body, I myself, farewell.
Commend me to my kind Lord, Farewell.

অথেল'ৰ চৰিত্ৰত প্ৰতিভাত হোৱা দুটামান উল্লেখনীয় বৈশিষ্ট্য হৈছে মহানুভৱতা, আত্মসম্মান আৰু আত্মসংযম। তেওঁৰ সংযমী স্বভাৱৰ পৰিচয় পাওঁ ভেনিচৰ সংসদৰ সন্মুখত উপস্থিত হওতে তেওঁৰ আচৰণ আৰু বক্তব্যৰ মাজেদি। ডেচ্‌দিমনাৰ পিতৃ ব্ৰাবান্সিয়ই তেওঁৰ কন্যাক অথেল'ই 'বনৌষধ আৰু ডাইনী'ৰ সহায়ত অবৈধ ভাবে অপহৰণ কৰি নিয়াৰ তথাকথিত অভিযোগৰ উত্তৰ অথেল'ই ভেনিচৰ সংসদৰ সন্মুখত দিব লগা হৈছিল। যদিও এই অভিযোগৰ প্ৰত্যুত্তৰ অথেল'ৰ নিজৰ ভাষাতেই কিছু 'কঠোৰ' আছিল তথাপি সংসদ কক্ষত তেওঁৰ বক্তব্যই অনুকূল প্ৰতিক্ৰিয়াহে সৃষ্টি কৰিছিল। যেতিয়া ক্ৰোধান্বিত ব্ৰাবান্সিয় আৰু তেওঁৰ সহযোগীসকলে মাজনিশা উপস্থিত হৈ অথেল'ক কন্যা অপহৰণৰ অভিযোগত অভিযুক্ত কৰি উন্মুক্ত তৰোৱাল লৈ আক্ৰমণ কৰিবলৈ উদ্যত হৈছিল তেতিয়া অথেল'ই অতি বিনম্ৰ আৰু সংযত ভাবে প্ৰতিপক্ষক অস্ত্ৰ সম্বৰণ কৰিবলৈ অনুৰোধ জনাই কৈছিল—'তোমালোকৰ চিক্‌মিকিয়া তৰোৱালবোৰ সম্বৰণ কৰা, নহলে, নিশাৰ নিয়ৰত তিতিলে অস্ত্ৰবোৰত মামৰে ধৰিব।'

মুঠতে ভেনিচৰ সংসদৰ সন্মুখত আত্মপক্ষ সমৰ্থনৰ বাবে ডাঙি ধৰা অথেল'ৰ বক্তব্যাই আত্মসংযমৰ লগতে এটা শিশু সুলভ সহজ-সৰল মানসিকতাৰো পৰিচয় দিছিল। আনহাতে অথেল'ৰ প্ৰতি ঈৰ্ষাপৰায়ণ হৈ তেওঁৰ বিৰুদ্ধে চক্ৰান্তত লিপ্ত হোৱা খল নায়ক আয়াগ'ইয়ো প্ৰসঙ্গক্ৰমে স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল যে এই 'কুদৰ্শন' সেনাধ্যক্ষজন ডেচ্‌দিমনাৰ এজন মহানুভৱ আৰু হৃদয়বান স্বামী ৰূপেই আত্মপ্ৰকাশ কৰিব। কিন্তু আয়াগ'ৰ অবিৰত ষড়যন্ত্ৰৰ ফলশ্ৰুতিত এই মহানুভৱ, সংযমী, সহজ সৰল সেনাধ্যক্ষ জনো এজন সম্পূৰ্ণ ভিন্ন আৰু জটিল চৰিত্ৰলৈ ৰূপান্তৰিত হৈছিল। আৰু এই ৰূপান্তৰিত অৱস্থাৰ পৰাই অথেল'ৰ চৰিত্ৰৰ বিতৰ্কমূলক দিশটোৰ সূচনা হৈছে। উদাহৰণ স্বৰূপে অথেল'ৰ জীৱনৰ চৰম বিপৰ্য্যয়ৰ বাবে তেওঁৰ চৰিত্ৰৰ দুটা দুৰ্বল দিশকে প্ৰধানতঃ দায়ী কৰা হৈছে। এই দুটা দিশ হৈছে— (১) অতিশয় আবেগ প্ৰৱণতা আৰু (২) চিন্তাশক্তিৰ দুৰ্বলতা। গতিকে মত প্ৰকাশ কৰা হৈছে যে চৰিত্ৰৰ এনে দুৰ্বলতাবোৰৰ বাবেই আয়াগ'ৰ ষড়যন্ত্ৰমূলক কাৰ্য্যকলাপৰ দ্বাৰা অথেল' সহজেই বিভ্ৰান্ত হৈ পৰিছিল। অৱশ্যে অথেল'ই নিজেই ব্যক্ত কৰাৰ দৰে পৃথিৱীখনৰ কুটিলতা বা জটিলতা সম্পৰ্কে তেওঁৰ সামান্যতম ধাৰণাহে আছিল।

অথেল'ৰ চৰিত্ৰৰ সবাতকৈ বিতৰ্কমূলক আৰু আলোচিত বিষয়টো হৈছে —ঈৰ্ষাপৰায়ণতা (Othello's jealousy)। একশ্ৰেণীৰ সমালোচকৰ দৃষ্টিত অথেল' চৰিত্ৰগত বা স্বভাৱজাত ভাবেই ঈৰ্ষাপৰায়ণ আছিল। আৰু এই ঈৰ্ষাপৰায়ণতাৰ সন্দৰ্ভত অথেল'ৰ নিজস্ব উক্তি আৰু ডেচ্‌দিমনাৰ বক্তব্য ডাঙি ধৰা হৈছে। সমালোচক চিগেলৰ মতে অথেল'ৰ চৰিত্ৰত ঈৰ্ষাৰ বীজ ডেচ্‌দিমনাৰ বিবাহৰ পূৰ্বেই অংকুৰিত হৈছিল আৰু এইটো অথেল'ৰ জাতিগত বা বৰ্ণগত প্ৰবৃত্তি প্ৰসূত আছিল। গতিকে অথেল'ৰ মনত পূৰ্বৰে পৰা সুপ্ত হৈ থকা এই ঈৰ্ষাৰ বীজ আয়াগ'ৰ প্ৰৰোচনাই মাত্ৰ জাগ্ৰত কৰিহে তুলিছিল। নহলে ডেচ্‌দিমনাৰ পৰিবৰ্তে বিয়াঙ্কাৰ কথোপকথনে বা ডেচ্‌দিমনাৰ ৰুমালখনৰ আকস্মিক হস্তান্তৰে

অথেল'ক এনেদৰে অনায়াসে প্ৰতাৰণা বা বিভ্ৰান্ত কৰিব নোৱাৰিলেহেঁতেন। তদুপৰি অথেল' যে এজন সুদৰ্শন ব্যক্তি নাছিল এই ধাৰণাটোৱেও হয়তো তেওঁৰ মানসিকতাত এক নীচাত্মিকা ধাৰণা প্ৰসূত ঈৰ্ষাৰ ভাব উদ্ৰেক কৰিছিল ডেচদিমনা সংক্ৰান্তত। কিন্তু ইয়াৰ বিপৰীতে সমালোচক সকলে এটা ভিন্ন মত প্ৰকাশ কৰি কৈছে যে অথেল' স্বয়ংক্ৰিয় বা স্বভাৱজাত ভাবে ঈৰ্ষাপৰায়ণ নাছিল। বৰং অপ্ৰত্যাশিত ঘটনাচক্ৰ আৰু প্ৰতিকুল পৰিস্থিতিয়েহে তেওঁক ঈৰ্ষাপৰায়ণ কৰি তুলিছিল। আৰু এই মতৰ সমৰ্থনত তেওঁলোকে নাটকখনৰ শেহ দৃশ্যৰ অথেল'ৰ এটা উক্তি উল্লেখ কৰিছে য'ত অথেল'ই কৈছিল—'তেওঁ সহজাত ভাবে ঈৰ্ষাপৰায়ণ নহয়, মাত্ৰ তেওঁক ঈৰ্ষাপৰায়ণ কৰা হৈছে—

[One not easily jealous but being wrought perplexed in the extreme.] তদুপৰি অথেল'ই আন এঠাইত ব্যক্ত কৰিছেঁ যে ডেচদিমনাৰ সান্নিধ্য, প্ৰেম বিহীন এটা জীৱন তেওঁৰ বাবে অৰাজকতাৰ (Chaos) নামান্তৰ মাথোন হব। আনহাতে এই সন্দৰ্ভত ডেচদিমনাৰ নিজৰ বক্তব্যও প্ৰণিধানযোগ্য। ডেচদিমনাৰ মতে অথেল'ৰ চৰিত্ৰত ইতৰ প্ৰাণীৰ দৰে সংকীৰ্ণ মানসিকতাৰ কোনো আভাস নাই। ইয়াৰ উপৰি প্ৰথম অৱস্থাত আয়াগ'ৰ প্ৰৰোচনা সত্বেও অথেল'ই ডেচদিমনা সম্পৰ্কে সামান্যতম শঙ্কা বা সন্দেহ পোষণ কৰা নাছিল। বৰং তেওঁ ব্যক্ত কৰিছিল যে, 'যদি ডেচদিমনাই মোক বিশ্বাসঘাটকতা কৰিছে তেনেহলে স্বৰ্গখনেই নিজকে উপহাস কৰিছে।' কিন্তু ডেচদিমনাৰ সততাত এনেদৰে অবিচলভাবে বিশ্বাসী অথেল'ই শেহান্তৰত বিভ্ৰান্ত হৈ পৰিছিল আৰু একাধিকবাৰ উত্তপ্ত মুহূৰ্তত ডেচদিমনাক বাৰবণিতা (Harlot) বুলিও অভিযুক্ত কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল।

অথেল' ঈৰ্ষাপৰায়ণ হোৱাৰ উপৰিও প্ৰতিশোধ পৰায়ণ (Revengeful) আছিল বুলিও মত প্ৰকাশ কৰা হৈছে। ছেক্সপীয়েৰৰ প্ৰায়বিলাক 'ট্ৰেজিক' নাটকতে নাটকীয় ঘটনাক্ৰমৰ এটা প্ৰধান উৎস আছে—যেনে মেকবেথ নাটকৰ অস্বাভাৱিক প্ৰত্যাশা (Inordinate Ambition), কিং লিয়েৰৰ চৰম অকৃতজ্ঞতা

(Extreme Unforgetfulness), হেমলেটৰ মানসিক অস্থিৰতা (Mental Crisis)। সেইদৰে অথেল' নাটকখনৰ ঘটনাক্ৰমৰ এটা প্ৰধান উপাদান 'প্ৰতিশোধ পৰায়ণতা' (Element of Revenge) বুলি কোৱা হৈছে। আয়াগৰ প্ৰতিশোধ পৰায়ণতাৰ প্ৰধান লক্ষ্য আছিল অথেল' আৰু ইয়াৰ কাৰণ হিচাবে উল্লেখ কৰা হৈছে কেছিঅ'ৰ প্ৰতি অথেল'ৰ পক্ষপাতিত্ব আৰু পত্নী এমেলিয়াৰ লগত অথেল'ৰ গোপন সম্পৰ্কৰ সন্দেহশীলতা। সেয়ে অথেল' আৰু লগতে কেছিঅ'ৰ প্ৰতিও তেওঁ প্ৰতিশোধ পৰায়ণ হৈ পৰিছিল। আনহাতে অথেল'ৰ ক্ষেত্ৰত প্ৰতিশোধৰ মনোভাব জগাই তুলিছিল পত্নী ডেচদিমনাৰ তথাকথিত বিশ্বাস-ঘাটকতাৰ সন্দেহৰ বীজে। প্ৰথম অৱস্থাত ডেচদিমনাৰ সততাত অবিচল ভাবে বিশ্বাসী অথেল'ই শেহান্তৰত ভাবিবলৈ আৰম্ভ কৰিছিল যে ডেচদিমনা তেওঁৰ প্ৰতি বিশ্বস্ত হৈ থকা নাই আৰু কেছিঅ'ৰ প্ৰতিহে অনুৰক্ত হৈ পৰিছে। আৰু যেতিয়া আয়াগৰ বিষোদ্গাৰে তেওঁৰ এই সন্দেহ ক্ৰমে ঘনীভূত কৰিলে তেতিয়াই অথেল' প্ৰকৃতাৰ্থত প্ৰতিশোধ পৰায়ণ হৈ পৰিল। এই প্ৰতিশোধ পৰায়ণতা চৰিতাৰ্থ কৰিবলৈকে তেওঁ ডেচদিমনাক হত্যা কৰিছিল আৰু কেছিঅ'ক হত্যা কৰাৰ প্ৰচেষ্টাত সহযোগ কৰিছিল।

আনহাতে অথেল'ই ডেচদিমনাক হত্যা কৰাৰ কাৰণৰ এটা ব্যাখ্যা নিজেই ব্যক্ত কৰিছে—তেওঁৰ মতে, ১) ডেচদিমনাক হত্যা কৰাৰ এটা কাৰণ হৈছে আত্মসম্মান আৰু সতীত্বৰ অপবাদ প্ৰতিহত কৰা যাৰ বাবেই এই চৰম ত্যাগৰ (Sacrifice) প্ৰয়োজন আছিল। ২) অন্য এক বক্তব্যত অথেল'ই উল্লেখ কৰিছে যে ন্যায় আৰু সত্যৰ আদৰ্শ প্ৰতিষ্ঠাৰ বাবেই তেওঁ ডেচদিমনাক হত্যা কৰিব লগা হৈছিল। ৩) ডেচদিমনাক হত্যা কৰাৰ আন এটা কাৰণ উল্লেখ কৰি কোৱা হৈছে যে ডেচদিমনাক অপসাৰিত কৰাৰ প্ৰয়োজন আছিল এই বাবেই যে তেওঁ হয়তো আন বহুতকে বিশ্বাসঘাটকতা কৰিব পাৰে।

অথেল'ৰ এই নিজস্ব ব্যাখ্যাৰ পৰিপ্ৰেক্ষিতত একশ্ৰেণীৰ সমালোচকে ধাৰণা কৰে যে ডেচদিমনাক হত্যা কৰাৰ মুখ্য কাৰণ

অথেল'ৰ ঈৰ্ষাপৰায়ণতা বা প্ৰতিশোধ পৰায়ণতাৰ মনোভাব নহয়। বৰং আত্মসন্মান, বিশ্বাস আৰু সততাৰ প্ৰমূল্য প্ৰতিষ্ঠাৰ আকাংক্ষাহে এই ঘটনাক্ৰমৰ প্ৰধান কাৰণ হৈ পৰিছিল।

আন এজন সমালোচক এফ. আৰ. লিভিচৰ মতে প্ৰথমৰ পৰাই অথেল'ই আয়াগৰ প্ৰৰোচনামূলক পৰামৰ্শৰ প্ৰতি আয়াগই আশা কৰা দৰেই অতিশয় ক্ষিপ্ৰতাৰে সঁহাৰি জনাই আহিছিল। গতিকে আত্মসন্মান, ন্যায় আৰু সততাৰ প্ৰমূল্য প্ৰতিষ্ঠাৰ হকে অথেল'ই ডেচ্‌দিমনাক হত্যা কৰিব লগাৰ প্ৰয়োজনীয়তাৰ যুক্তি প্ৰদৰ্শন কৰাটো প্ৰকৃততে আত্মপক্ষ সমৰ্থনৰ এটা অপচেষ্টা মাথোন। তদুপৰি এইজন সমালোচকৰ মতে ডেচ্‌দিমনাৰ হত্যাৰ প্ৰতি অথেল'ৰ স্বঘোষিত ধৰ্মীয় বা উৎসৰ্গীকৰণৰ মনোভাব (Sacrificial Attitude) নিজৰ ঈৰ্ষাপৰায়ণতা বা প্ৰতিশোধ পৰায়ণতা প্ৰসূত কাৰ্য্যৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰাৰ আন এটা প্ৰচেষ্টা। এই সন্দৰ্ভত আন এজন সমালোচক ডঃ ব্ৰেদলেই এক নতুন তথ্য ডাঙি ধৰিছে। তেওঁৰ মতে ছেক্সপীয়েৰৰ 'ট্ৰেজিক' নাটক সমূহত যদিও ব্যক্তিৰ জীৱনৰ কৰুণ পৰিণতিৰ (Tragic End) বাবে চৰিত্ৰগত দুৰ্বলতাবোৰকে প্ৰধানতঃ দায়ী কৰা হৈছে তথাপি এনে পৰিণতিৰ বাবে বাহ্যিক শক্তিবোৰকো (External Forces) বেহাই দিব নোৱাৰি। আৰু এই জন সমালোচকে এনে ধৰণৰ বাহ্যিক শক্তি সমূহক ভাগ্য (Fate) দুৰ্ঘটনা (Accident) বা বিশেষ পৰিস্থিতি (Special circumstance) বুলি নিৰ্ণয় কৰিছে। ছেক্সপীয়েৰৰ কেইবাখনো নাটকত উপস্থাপন কৰা এনে কিছুমান ঘটনা প্ৰবাহ যেনে—'ৰোমিঅ জুলিয়েট' নাটকত নিদ্ৰামগ্ন জুলিয়েটৰ সাৰ পাওঁতে এটা মুহূৰ্তৰ বিলম্ব, অথেল' নাটকত ডেচ্‌দিমনাৰ বুমালখনৰ আকস্মিক হস্তান্তৰ, ডেচ্‌দিমনাৰ পৰিবৰ্তে বিয়াংকাৰ উপস্থিতি সম্পৰ্কে অথেল'ৰ অজ্ঞতা,—এনে ধৰণৰ ঘটনাচক্ৰই নাটকৰ কৰুণ পৰিণতি বহু পৰিমাণে নিৰ্ণয় কৰিছে আৰু এই বিলাক ব্যক্তিৰ নিয়ন্ত্ৰণৰ বাহিৰৰ শক্তি। গতিকে অথেল' নাটকখনৰ সমস্ত বিপৰ্য্যয় বা শোকাবহ পৰিণতিৰ বাবে অথেল'ৰ চৰিত্ৰকে দোষী কৰিব

নোৱাৰি'। আনহাতে সমালোচক ষ্টফার্ড ব্ৰুকে অথেল' নাটকখনৰ আলোচনা প্ৰসঙ্গত এটা সম্পূৰ্ণ ভিন্ন মত প্ৰকাশ কৰিছে। তেওঁৰ মতে নাটকখনৰ সমস্ত দুৰ্যোগ, দুৰ্ভাৱনা, বিপৰ্য্যয়ৰ উৎস অথেল'ৰ চাৰিত্ৰিক দুৰ্বলতা বা আয়াগৰ কূট কৌশলমূলক ষড়যন্ত্ৰৰ পৰিবৰ্তে মানৱজীৱন আৰু পৃথিৱীখনৰ জটিলতা সম্পৰ্কে ডেচডিমনাৰ অস্বাভাৱিক অজ্ঞতা বা সৰলতাৰ মাজতহে বিচাৰি পোৱা যাব। [The deepest source of all the woe and guilt of the play lay in Desdemona's extraordinary innocence of the world.]

সৰ্বশেষত ছেক্সপীয়েৰৰ নাটকৰ আলোচনা প্ৰসঙ্গত মানৱজীৱন সম্পৰ্কে নাট্যকাৰৰ স্বকীয় দৃষ্টিভঙ্গীয়ে তেওঁৰ চৰিত্ৰাঙ্কন কেনেদৰে প্ৰভাৱান্বিত কৰিছে বা তেওঁৰ চৰিত্ৰ সমূহৰ মাজত এই দৃষ্টিভঙ্গী কেনেদৰে প্ৰতিফলিত হৈছে সেইটো বিচাৰ কৰি চোৱাৰ প্ৰয়োজন আছে। উল্লেখযোগ্য যে এজন সৃষ্টিশীল নাট্যকাৰ ৰূপে মানুহৰ সৎ আৰু অসৎ প্ৰবৃত্তি বিলাকৰ দ্বন্দ্ব বা সংঘাট সম্পৰ্কে ছেক্সপীয়েৰ অতি সচেতন আছিল। সেয়ে বোধহয় তেওঁৰ 'ট্ৰেজিক' নাটক সমূহত মানুহৰ অসৎ আৰু কু-প্ৰবৃত্তি-বোৰৰ প্ৰাধান্য আৰু কাৰ্য্য-কলাপৰ চিত্ৰ ডাঙি ধৰা হৈছে। অথেল' নাটকখনত খলনায়ক আয়াগই মানৱজীৱনৰ সততা এটা ভ্ৰান্ত ধাৰণা বুলি উল্লেখ কৰিছে প্ৰসঙ্গ ক্ৰমে। 'মেকবেথ' নাটকতো মানৱজীৱনটোৱেই এটা 'অৰ্থহীন ধ্বনিব্যঞ্জক শব্দৰ সমষ্টি' বুলি উল্লেখিত হৈছে। আনহাতে অথেল' নাটকখনত মানুহৰ অসৎ কু-প্ৰবৃত্তিৰ প্ৰতিভূ আয়াগৰ হাতত সৎ আৰু মহানুভৱতাৰ প্ৰতীক অথেল'ৰ চৰম বিপৰ্য্যয়ৰ চিত্ৰ অংকন কৰা হৈছে। তথাপি নাটকখনৰ এই বিপৰ্য্যয় আৰু শোকাবহ পৰিণতিয়ে পঢ়ুৱৈ বা দৰ্শকৰ মনত এক হতাশ গ্ৰস্ততা বা ব্যৰ্থতাৰ পৰিবৰ্তে মানুহৰ সততা, নৈতিকতাৰ ওপৰত আস্থাসূচক এক আশাবাদৰ মনোভাৱহে জাগ্ৰত কৰে। ছেক্সপীয়েৰৰ জীৱনদৰ্শন সম্পৰ্কে স্থানান্তৰত বিস্তৃত ভাৱে আলোচনা কৰা হৈছে। ইয়াত উল্লেখ কৰা হৈছে কেনেকৈ ছেক্সপীয়েৰৰ নাটকসমূহত সততা আৰু

সুন্দৰৰ প্ৰমূল্য সমূহ সাময়িক ভাবে বিপদগ্ৰস্ত হলেও শেহা-শেহত মানৱজীৱনৰ ধ্বংসাত্মক বা আসুৰিক প্ৰবৃত্তি সমূহক নাট্যকাৰে প্ৰভুত্ব বিস্তাৰ কৰিবলৈ বা জয়ী হবলৈ দিয়া নাই। অথেল' নাটকৰ শেষ দৃশ্যত অথেল'ৰ প্ৰতি ডেচডিমনাৰ অবিচল আনুগত্যৰ প্ৰকাশ, অথেল'ৰ আত্মপ্ৰতাৰণাৰ উপলব্ধি আৰু ডেচডিমনাৰ সততা, পবিত্ৰতা সম্পৰ্কে স্বীকাৰোক্তি—এই ঘটনা ক্ৰমে মানুহৰ কু আৰু অসৎ প্ৰবৃত্তি সমূহৰ পৰাজয় আৰু সততা নৈতিক প্ৰমূল্য সমূহৰ বিজয়কে সাব্যস্ত কৰিছে। গতিকে নাটকখনৰ শেহৰ ফালে এটা হতাশগ্ৰস্ত অসহায় ভাৱাবেগৰ পৰিবৰ্তে আশা আৰু আশ্বাসৰ ভাবহে আমি উপলব্ধি কৰো যেন মানৱজীৱনৰ ওপৰত থকা বিশ্বাসৰ ঘৰটো এটা ভূমিকম্পৰ জোকাৰণিত বিধ্বস্ত হোৱাৰ পিচতো নতুনকৈ নিৰ্মাণ কৰা হৈছে।

সেয়ে বোধহয় নাটকখনৰ অতিশয় শোকাবহ পৰিণতি সত্বেও সমালোচকৰ দৃষ্টিত বিতৰ্কমূলক হৈয়ো অথেল'ৰ চৰিত্ৰটো সৰ্ব-সাধাৰণ পঢ়ুৱৈ বা দৰ্শকৰ বাবে এতিয়াও সমাদৃত আৰু সন্মানিত হৈ আছে।

---

# দুখন উপন্যাস ঃ দুজন ঔপন্যাসিক

সাম্প্ৰতিক কালত বিশ্বৰ উপন্যাস সাহিত্যত এক আলোড়নৰ সৃষ্টি কৰা দুখন উপন্যাস হৈছে ‘ইউলিচেজ’ (Ulysses) আৰু ‘দি এমবেছেদৰছ’ (The Ambassadors) আৰু এই দুখন উপন্যাসৰ ঔপন্যাসিক দুজন হৈছে জেমচ্‌ জইচ্‌ আৰু হেনৰি জেমচ্‌।

দুখন বিশ্বযুদ্ধ আৰু মানৱ সমাজৰ বিভিন্ন দিশৰ-ওপৰত ইয়াৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াই সমগ্ৰ বিশ্বৰ সাহিত্য ক্ষেত্ৰত বিশেষকৈ উপন্যাস সাহিত্যত এটা পৰিবৰ্তনৰ সূচনা কৰিছিল। উপন্যাসৰ ৰচনাশৈলী আৰু বিষয়বস্তুৰ ক্ষেত্ৰত এই পৰিবৰ্তন বিশেষ ভাবে পৰিলক্ষিত হৈছিল। অৱশ্যে ‘এডৱাৰ্ডিয়ান’ ঔপন্যাসিক যেনে এইচ. জি. ৱেলচ্‌, জনগলচ্‌ৱাৰ্ডি, আৰ্নল্ডবেনেট, যচেফ কনৰাড আদিয়ে উপন্যাসৰ গতানুগতিক বিষয়বস্তু বা ৰচনাশৈলীৰ পৰা আঁতৰি আহিব পৰা নাছিল। কিন্তু ‘জৰ্জিয়ান’ ঔপন্যাসিক সকলে উপন্যাসৰ গতানুগতিক ৰীতি পৰিহাৰ কৰি বিষয়বস্তু আৰু প্ৰকাশভঙ্গীৰ অভিনৱত্বৰ যোগেদি এই সাহিত্যত এটা নতুন ধাৰা প্ৰবৰ্তন কৰিবলৈ সক্ষম হৈছিল। এই ‘জৰ্জিয়ান’ সকলৰে অন্যতম হৈছে জেমচ্‌ জইচ্‌। আৰু এই জন ঔপন্যাসিকৰ উপন্যাস ‘ইউলিচেজ’ বিশ্বৰ উপন্যাস সাহিত্যলৈ এক যুগান্তকাৰী অৱদানৰূপে স্বীকৃত হৈছে। চেতনাস্ৰোত প্ৰবাহৰ (Stream of Consciousness) টেকনিক’ত লিখা এই মনস্তাত্ত্বিক উপন্যাসখনে (Psychological Novel) সাহিত্য ক্ষেত্ৰত যথেষ্ট আলোচনা, সমালোচনাৰ পথো প্ৰশস্ত কৰিছিল। ফ্ৰান্সৰ পেৰিচ চহৰত প্ৰথম প্ৰকাশৰ লগে লগে উপন্যাসখনৰ প্ৰতি সমগ্ৰ ইউৰোপৰ অনুসন্ধিৎসু পঢ়ুৱৈৰ দৃষ্টি আকৰ্ষিত হয়। অৱশ্যে, ইংলণ্ড আৰু আমেৰিকাত উপন্যাসখনৰ প্ৰতি কিছু বিৰূপ প্ৰতিক্ৰিয়াও প্ৰত্যক্ষিত হৈছিল।

উল্লেখযোগ্য যে জেমচ্‌ জইচ্‌ৰ উপন্যাস 'ইউলিচেজ' আৰু আধুনিক কাব্য-সাহিত্যত এখন 'মহাকাব্য' বুলি অভিহিত টি, এচ. এলিয়টৰ 'দি বেষ্টলেণ্ড'ৰ মাজত এটা সাদৃশ্য বিচাৰি পাইছে আধুনিক সমালোচক সকলে। উপন্যাসখনৰ পটভূমি হৈছে এখন আধুনিক চহৰত এটা দিনত অৰ্থাৎ চবিবশ ঘণ্টাৰ ভিতৰত সংঘটিত হোৱা ঘটনাৰ আলেখ্য। [The Record of a single day, June 16th, 1904 or twenty four hours in the life of a modern city] ইয়াৰ পৰা এটা ধাৰণা হয় যে আয়াৰলেণ্ডৰ ডাবলিন চহৰত এটা দিনত সংঘটিত হোৱা ঘটনাবিন্যাসেই 'ইউলিচেজ' উপন্যাসখনৰ বিষয়বস্তু হৈ পৰিছে। আৰু এনে এটা বিষয়বস্তুৰ আধাৰতে প্ৰায় আঠশ পৃষ্ঠাৰ এই সুবৃহৎ উপন্যাসখন ৰচনা কৰা হৈছে। অবশ্যে উপন্যাসখনৰ বিষয়বস্তু ডাবলিন চহৰতে সীমাবদ্ধ হৈ পৰিছে বুলি কব নোৱাৰি যদিও লিয়পল্ডব্লুম আৰু তেওঁৰ সম্পৰ্কলৈ অহা আন চৰিত্ৰ সমূহৰ কাৰ্য্য-কলাপ আৰু ঘটনাক্ৰমেই উপন্যাসখনৰ প্ৰধান উপজীব্য হৈ পৰিছে। এইখিনিতে উপন্যাসখনৰ 'ইউলিচেজ' নামটোৰ পটভূমি আৰু ঐতিহাসিক গুৰুত্ব উল্লেখ কৰিব পাৰি। প্ৰাচীন কাহিনী এটাত 'ইউলিচেজ'ক ইথাকাৰ ৰজা আৰু প্ৰখ্যাত ট্ৰোজান যুদ্ধৰ অন্যতম গ্ৰীক সেনাধ্যক্ষৰূপে উপস্থাপিত হৈছে, আৰু এই প্ৰাচীন কাহিনীটোৰ আধাৰতে মহাকবি হ'মাৰে তেওঁৰ মহাকাব্য 'ওদিচি' (Odyssey) ৰচনা কৰিছে। আৰু জইচ্‌ৰ উপন্যাসত এই 'ইউলিচেজ'ক আধুনিক ৰূপত উপস্থাপন কৰা হৈছে মুখ্য চৰিত্ৰ লিয়পল্ডব্লুমৰ চৰিত্ৰটোৰ মাধ্যমত। এইখিনিতে উপন্যাসখনৰ এটা চমু আভাস ডাঙি ধৰিব পাৰি—ডাবলিন চহৰৰ এজন প্ৰতিপত্তিশালী নাগৰিক হৈছে লিয়পল্ডব্লুম। আৰু এই লিয়পল্ডব্লুমৰ পুত্ৰ ষ্টিফেন ডেডলাচ ফ্ৰান্সৰ পেৰিচ চহৰত অধ্যয়ন শেষ কৰি ডাবলিনলৈ ঘূৰি আহিছে। কিন্তু ঘৰলৈ আহি ষ্টিফেনে মাকক মৃত্যু শয্যাতহে দেখা পাইছে। বহুদিন স্বদেশ, স্বগৃহৰ পৰা আঁতৰি থাকি শেষত মাকৰ আসন্ন মৃত্যুৰ কৰুণ দৃশ্য দেখি অন্ততঃ নৈতিকতাৰ ফালৰ পৰা

ষ্টিফেনে নিজকে এজন 'অপৰাধী' বুলি ভাবিবলৈ আৰম্ভ কৰিছে আৰু ষ্টিফেনৰ এই মানসিক সংঘাটৰ (Mental Conflict) ছবিখন উপন্যাসখনৰ মননশীল দিশটোৰ প্ৰধান আকৰ্ষণ হৈ পৰিছে। আনহাতে প্ৰচলিত ধৰ্মীয় বিশ্বাস তথা কেথলিক চাৰ্চৰ বিৰুদ্ধে ষ্টিফেনৰ মনোভাব ইমান বিক্ষুব্ধ হৈ পৰিছে যে আসন্ন মৃত্যুৰ অপেক্ষাত থকা মাতৃৰ বাবেও ভগৱানক প্ৰাৰ্থনা জনাবলৈ তেওঁ সন্মত নহ'ল। ৰোমান কেথলিক চাৰ্চৰ বিৰুদ্ধে এক আপোচহীন কঠোৰ মনোভাব আৰু অৱশেষত দেশান্তৰৰ (Exile) সিদ্ধান্তই উপন্যাসখনৰ মূল ঘটনা প্ৰবাহ বুলি কব পাৰি; ক্ৰেনলিৰ লগত হোৱা কথোপকথনৰ মাজেদি ষ্টিফেনৰ অনমনীয় মনোভাব আৰু সিদ্ধান্ত স্মৰণীয় হৈ ধৰা দিছে। ইয়াৰ লগে লগে ফুটি উঠিছে এক নতুন আদৰ্শবাদ আৰু প্ৰমূল্যৰে উদ্বুদ্ধ ষ্টিফেনৰ মনৰ বিশ্বাস আৰু সংশয়ৰ (Faith and Disbelief) ছবিখন— "Look here," Cranley, "you have asked me what I would do and what I would not do. I will tell you what I will do and what I will not do. I will not serve that in which I no longer believe, whether it calls itself my home, my fatherland or my church, and I will try to express myself in some mode of life or art as freely as I can and as wholly as I can." উপন্যাসখনৰ প্ৰথম তিনিটা অংশত ষ্টিফেনৰ মানসিক অৱস্থা তথা অন্তৰ্দ্বন্দ্বৰ এটা সম্যক আভাস আমি পাওঁ। উপন্যাসখনৰ শেহৰফালে লিয়পল্ডব্লুমৰ পত্নী মিচেচ ব্লুমৰ মানসিক সংকটৰ দিশটো ডাঙি ধৰা হৈছে। ডাবলিন চহৰৰ এটা গণিকালয়ৰ ভিতৰৰ দৃশ্যপটৰ আধাৰত উপস্থাপন কৰা লিয়পল্ডব্লুম আৰু ষ্টিফেন ডেডেলাচৰ সাক্ষাৎ আৰু মিলনৰ ঘটনাটোৱেই উপন্যাসখনৰ 'ক্লাইমেক্স' বুলিব পাৰি।

একাধিক সমালোচকৰ বিবেচনাত 'ইউলিচেজ' উপন্যাসখনত এখন মহাকাব্য (Epic) আৰু ব্যংগ মহাকাব্যৰ (Mock Epic)

লক্ষণ পৰিলক্ষিত হৈছে। সেয়ে বোধহয় 'মচেক এণ্ড্ৰো' সম্পৰ্কে ফিল্ডিংৰ অভিমত—A comic epic poem in prose জেমচ্‌ জইচ্‌ৰ 'ইউলিচেজ'ৰ ক্ষেত্ৰতো প্ৰযোজ্য বুলি কোৱা হৈছে। ইংৰাজ কবি আলেকজেণ্ডাৰ পোপৰ ব্যঙ্গকাব্য 'ৰেপ্‌ অব্‌ দি লক্‌'ৰ দৰে সাধাৰণ আৰু অসাধাৰণ ঘটনাপ্ৰবাহৰ সহৱৰ্তীভাৱ এটা আলেখ্য আমি এই উপন্যাসখনত পাওঁ। সেইদৰে হ'মাৰৰ মহাকাব্য 'ওডিচি' আৰু জইচ্‌ৰ উপন্যাসখনৰ মাজত এটা আখ্যানগত সাদৃশ্য আছে। উদাহৰণ স্বৰূপে লিয়পল্ডব্লুমৰ কাৰ্য্য-কলাপ আৰু হ'মাৰৰ মহাকাব্যৰ আয়োলাচৰ কাহিনীটোৰ মাজত সঙ্গতি বিচাৰি পোৱা যায়। হ'মাৰৰ মহাকাব্য 'ওদিচি' আৰু 'ইউলিচেজ' উপন্যাসখনৰ যোগসূত্ৰ আমি আন ক্ষেত্ৰতো বিচাৰি পাওঁ। মহা-কাব্য 'ওদিচি'ৰ টেলেচাচৰ দৰে 'ইউলিচেজ'ৰ ষ্টিফেনেও ভ্ৰমণৰত পিতৃৰ সন্ধানত ঘূৰি ফুৰিব লগা হৈছে। আনহাতে মিচেচ ব্লুমৰ কাৰ্য্য-কলাপে হ'মাৰৰ মহাকাব্যৰ আন এটা নাৰী চৰিত্ৰ পেনেলেপৰ কাৰ্য্য-কলাপ সোঁৱৰাই দিয়ে। সেয়ে বোধহয় 'ইউলিচেজ' উপন্যাস সম্পৰ্কে এই অভিমত দিয়া হৈছে— [It is a celebrated psychological novel by James Joyce, divided into episodes, paralleling those of Homer's Odyssey] অৱশ্যে 'ইউলিচেজ' উপন্যাসখনক যদিও এখন মহাকাব্যৰ পৰ্য্যায়ভুক্ত কৰা হৈছে তথাপি হ'মাৰৰ মহাকাব্যখনৰ লগত ইয়াৰ সঙ্গতি বা সাদৃশ্য সম্পৰ্কে বিতৰ্কৰ অৱকাশ আছে। একশ্ৰেণীৰ সমালোচকৰ মতে আখ্যানগত সাদৃশ্যৰ বাহিৰে হ'মাৰৰ মহাকাব্যৰ লগত জইচ্‌ৰ উপন্যাসখনৰ আন সাদৃশ্য বিচাৰি পোৱা নেযায়। এই অভিমতৰ সমৰ্থনত কোৱা হৈছে যে জেমচ্‌ জইচে্‌ জীৱনৰ সুদীৰ্ঘ সময় চুইজাৰলেণ্ডত অতিবাহিত কৰিছিল আৰু সেই সময়তে প্ৰসাৰ লাভ কৰা মনোবৈজ্ঞানিক বিশ্লেষণ আৰু ভাবধাৰাৰেহে তেওঁ বিশেষ ভাৱে প্ৰভাবান্বিত হৈ পৰিছিল। গতিকে আধুনিক সাহিত্যত এটা নতুন প্ৰবাহৰ সূচনা কৰা জী. ফ্ৰয়েড আদিৰ বিশ্লেষণাত্মক সিদ্ধান্ত আৰু লেখাসমূহৰ দ্বাৰাহে প্ৰভাবান্বিত হৈ জইচে্‌ 'চেতনাস্ৰোত টেকনিক'ৰ আধাৰত এই উপন্যাসখন

লিখিছিল। গতিকে মত প্ৰকাশ কৰা হৈছে যে মানৱজাতিৰ আধ্যাত্মিক আদৰ্শৰ প্ৰাধান্য আৰু অবক্ষয়ৰ এটা প্ৰতীকবাদী আলেখ্য ৰূপে হ'মাৰৰ মহাকাব্যখনে জইচ্‌ৰ 'ইউলিচেজ' উপন্যাস-খনৰ ৰচনা প্ৰভাবান্বিত কৰা নাছিল।

'ইউলিচেজ' উপন্যাসখনৰ আন এটা বৈশিষ্ট্য হৈছে সাৰ্বজনীনতা, ( Universalism ) ইংৰাজ কবি টি, এচ, এলিয়-টৰ 'ৱেষ্টলেণ্ড'ত উপস্থাপন কৰাৰ দৰে এজন বা দুজন মানুহেই নহয়, সমগ্ৰ মানৱ সমাজখনেই যেন উপন্যাসখনৰ উপজীব্য হৈ পৰিছে। লিয়পল্ডব্লুম ডাবলিন চহৰৰ এজন ইহুদী আৰু তেৱেঁই উপন্যাসখনৰ 'ইউলিচেজ'ৰ ভূমিকাত অৱতীৰ্ণ হৈছে। আনহাতে লিয়পল্ডব্লুমৰ সন্ধানত ঘূৰি ফুৰা তেওঁৰ পুত্ৰ ষ্টিফেন ডাবলিন চহৰৰ এজন খ্যাতনামা শিল্পী। লিয়পল্ডব্লুম আৰু ষ্টিফেন ডেডলাচৰ মিলন-বিচ্ছেদৰ কাহিনীটো পিতা-পুত্ৰৰ বিচ্ছেদ-মিলনৰ বিভিন্ন কাহিনীৰ এটা পৰিবৰ্তিত ৰূপ বুলিয়েই কব পাৰি। উপন্যাসখনৰ আন এটা আকৰ্ষণীয় দিশ হৈছে বৰ্ণনাত্মক অংশৰ সজীৱতা। কোনো এটা দৃশ্যপট সুন্দৰ আৰু সজীৱ-ভাবে বৰ্ণনা কৰিব পৰাটোৱেই জইচ্‌ৰ লেখনিৰ আন এটা বৈশিষ্ট্য। উপন্যাসখনৰ প্ৰথম খণ্ডৰ ৰাতিপুৱাৰ বৰ্ণনা একক আৰু অনবদ্য বুলিয়েই কব লাগিব। প্ৰকৃতিৰ লীলাভূমি গ্ৰাম্যজীৱনৰ বৰ্ণনাত ঔপন্যাসিক টমাচ হাৰ্ডিয়ে যি কৃতিত্ব লাভ কৰিছে ততোধিক কৃতিত্বৰ দাবী কৰিব পাৰে জেমচ্ জইচে নগৰীয়া জীৱনৰ (City Life) সৰস বৰ্ণনাত। অৱশ্যে উপন্যাসখনৰ বিৰূপ সমালোচনাও নোহোৱা নহয়। এটা উল্লেখনীয় অভিযোগ হৈছে সৰ্বসাধাৰণ পাঠকৰ বাবে গ্ৰন্থখন দুৰ্বোধ্য বা সহজপাঠ্য নহয়। এই প্ৰসঙ্গত কোৱা হৈছে যে এই তথাকথিত দুৰ্বোধ্যতা বা বোধগম্য-হীনতাৰ কাৰণ উপন্যাসখনৰ বিষয়বস্তু নহয়। অৱশ্যে গ্ৰন্থখনৰ অভিনৱ বা অগতানুগতিক প্ৰকাশভঙ্গী ইয়াৰ এটা কাৰণ হব পাৰে। উল্লেখযোগ্য যে উপন্যাসখনৰ পটভূমি হৈছে সাম্প্ৰতিক কালৰ এখন সৰ্বাধুনিক চহৰ ডাবলিন। গতিকে এনে এটা পটভূমিত এটা সৰ্বাধুনিক পৰিবেশত হ'মাৰৰ মহাকাব্যৰ কাহিনীটোৰ লগত

সঙ্গতি ৰাখি উপন্যাসখনৰ কাহিনীটো উপস্থাপন কৰিবলৈ যাওঁতে ঔপন্যাসিকে প্ৰকাশভঙ্গীৰ বিভিন্ন কৌশল বা 'টেকনিক' অৱলম্বন কৰিব লগা হৈছে। গতিকে কোনো ক্ষেত্ৰত এই 'টেকনিক' সমূহে উপন্যাসখন সাধাৰণ পঢ়ুৱৈৰ বাবে নিশ্চিত ভাবেই জটিল কৰিছে। উদাহৰণস্বৰূপে উপন্যাসখনত এখন হস্পিতালৰ বৰ্ণনাত্মক অংশত জইচে, ইংৰাজী সাহিত্যৰ বিভিন্ন লেখকৰ মাত্ৰ এটা 'পেৰডি' হে উপস্থাপন কৰিছে। গতিকে এই বৰ্ণনাই এজন পঢ়ুৱৈক বিভ্ৰান্ত কৰিব পাৰে। তদুপৰি চিনেমাৰ এজন কেমেৰামেনৰ দৰে বহুতো খণ্ড চিত্ৰৰ যোগেদি ঔপন্যাসিকে ডাবলিন চহৰৰ এখন সামগ্ৰিক চিত্ৰ (Panorama) উপস্থাপন কৰিবলৈ চেষ্টা কৰিছে। উপন্যাসখনৰ কথিত দুৰ্বোধ্যতা বা জটিলতাৰ আন এটা কাৰণ হব পাৰে ইয়াত সংযোজন কৰা বহুতো আনুসঙ্গিক ঘটনা আৰু প্ৰসঙ্গৰ পুনৰাবৃত্তি। আনহাতে একশ্ৰেণী পঢ়ুৱৈ আৰু সমালোচকৰ ধাৰণাত উপন্যাসখনৰ এটা মুখ্য চৰিত্ৰ ষ্টিফেন ডেডলাচ এটা অসম্ভৱ চৰিত্ৰ (An impossible character)। এইটো এটা বিতৰ্কমূলক কথা হব পাৰে। তথাপি যদি ষ্টিফেনৰ চৰিত্ৰটো বাস্তৱসম্মত বা সম্ভৱ হৈ ধৰা দিছে তেন্তে ই জইচৰ লিখনিৰে সাৰ্থকতা বহন কৰিছে। সাম্প্ৰতিক কালৰ আন এজন খ্যাতনামা ঔপন্যাসিক ডি. লৰেন্সে আপাত দৃষ্টিত অস্বাভাৱিক ভাবে অসং যেন লগা পলমেৰেলৰ চৰিত্ৰটোকো যেনেদৰে স্বাভাৱিক বা সম্ভৱ কৰি তুলিছে বা খ্যাতনামা আমেৰিকান ঔপন্যাসিক আৰ্নেষ্ট হেমিংৱেৰ উপন্যাসত প্ৰথম দৃষ্টিত অবাস্তৱ বা অস্বাভাৱিক যেন লগা চৰিত্ৰ সমূহো বিশ্বাসযোগ্য ভাবে সম্ভৱ হৈ পৰিছে তেনেদৰে জেমচ্ জইচে, ষ্টিফেন ডেডলাচৰ অস্বাভাৱিক যেন লগা জটিল চৰিত্ৰটোকো সম্ভৱ বা সহনীয় (Tolerable) কৰি তুলিছে।

সাম্প্ৰতিক কালৰ এক অভিনৱ সাহিত্য-সৃষ্টি ৰূপে স্বীকৃত হোৱা আন এখন উপন্যাস হৈছে হেনৰি জেমচৰ 'দি এম্বেছেডৰছ'। আমেৰিকা আৰু ইংলণ্ড দুয়োখন দেশতে এজন ঔপন্যাসিক আৰু সমালোচক ৰূপে প্ৰতিষ্ঠা লাভ কৰা লেখক হৈছে

হেনৰি জেমচ্। আনহাতে উপন্যাস সাহিত্যক এক প্ৰমুখ কলা বুলি গণ্য কৰি ইয়াৰ ৰচনা-ৰীতি আৰু আঙ্গিকৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা প্ৰথম আমেৰিকান ঔপন্যাসিক জন হৈছে হেনৰি জেমচ। যি সময়ত আমেৰিকাৰ সংস্কৃতিৱান লোক সকলে পুৰণি পৃথিৱীখনৰ পৰাহে অনুপ্ৰেৰণাৰ সমল বিচাৰি পাইছিল সেই সময়তে হেনৰি জেমচে, ইউৰোপীয় নব সভ্যতা সংস্কৃতিৰ পৰিপ্ৰেক্ষিতত আমেৰিকাৰ স্থিতি আৰু সাম্ভাব্য ভূমিকাৰ বিষয়ে তেওঁৰ লেখা সমূহত এক তীব্ৰ সচেতনতা প্ৰকাশ কৰিছিল। আমেৰিকান উপন্যাস সাহিত্যত যি সময়ত জেমচ্ কুপাৰৰ যুদ্ধ-জয় বা দুঃসাহসিক অভিযানৰ কাহিনী, 'মবিডিক' খ্যাত মেল-ভিলৰ বিভীষিকাপূৰ্ণ সাগৰ যাত্ৰাৰ চাঞ্চল্যকৰ কাহিনী বা হথৰ্নৰ 'অত্যাধিক নৈষ্ঠিকতাবাদ'ৰ ভাবাদৰ্শই প্ৰাধান্য লাভ কৰিছিল তাৰ বিপৰীতে হেনৰি জেমচে, তেওঁৰ লেখাত ইউৰোপীয় সমাজ-চেতনা আৰু মূল্যবোধৰ পৰিপ্ৰেক্ষিতত আমেৰিকাৰ জনমানসত উদ্ভৱ হোৱা নৈতিক আৰু মননশীল সমস্যাৰ আলেখ্য ডাঙি ধৰিবলৈহে প্ৰচেষ্টা কৰিছিল।

হেনৰি জেমচে, তেওঁৰ আন এখন উপন্যাস 'ডেইজি মিলাৰ'ৰ যোগেদি প্ৰথম আন্তৰ্জাতিক খ্যাতি লাভ কৰে। আন্তঃ ৰাষ্ট্ৰীয় পটভূমি বা পৰিবেশৰ ওপৰত ৰচনা কৰা সাহিত্য সৃষ্টি বুলে 'দি এমবেছেদৰছ' (The Ambassadors) খনে বিশেষ খ্যাতি লাভ কৰিছে। আকাৰত বৃহৎ কল্পচিত্ৰ, প্ৰতীক আৰু নাটকীয় দৃশ্যপটেৰে সমৃদ্ধ এই উপন্যাসখনে নতুন যুগৰ নতুন উপন্যাসৰ দুৱাৰ মুকলি কৰিছে বুলি কোৱা হৈছে। আৰু আধুনিক সাহিত্য-সমালোচক সকলে এই উপনাসখনৰ গুৰুত্ব নিৰ্ণয় কৰিছে প্ৰধানকৈ তিনিটা দিশত—(১) উপন্যাসখনৰ ৰচনা-ৰীতিৰ অভি-নৱত্ব, (২) উপন্যাসত নাটকীয় দৃশ্যপটৰ অভিযোজনাৰ নিদৰ্শন, (৩) জেমচ্, জইচ্, ভাৰ্জিনিয়া ওলফ্, ফকনাৰ আদি লেখকৰ ৰচনাত ব্যৱহৃত 'ইনাৰ মনলগৰ' (Inner Monologue) পথ প্ৰশস্তকৰণ।

প্ৰথম দৃষ্টিত জটিল আৰু দুৰ্বোধ্য যেন লগা উপন্যাস-খনৰ পচুৰৈম প্ৰতি ঔপন্যাসিক জনৰ পৰামৰ্শও আছিল অভিনৱ।

প্ৰতিদিনে উপন্যাসখনৰ পাঁচোটা পাতহে পঢ়িবলৈ তেওঁ পাঠকসকলক পৰামৰ্শ দিছিল আৰু উপন্যাসখনৰ বিষয়বস্তু বা মূলভাবটো সমগ্ৰ গ্ৰন্থখনতে বিক্ষিপ্ত ভাবে হ'লেও ব্যাপ্ত হৈ আছে আৰু ইয়াৰ লগত সংযোগ স্থাপনেই উপন্যাসখনৰ উপলব্ধি বা ৰস আস্বাদনৰ এক সহজ উপায় বুলিও তেওঁ উল্লেখ কৰিছিল। বোধহয় ৰচনাশৈলী আৰু প্ৰকাশভঙ্গীৰ অভিনৱত্বই উপন্যাসখনৰ তথাকথিত দুৰ্বোধ্যতা বা জটিলতাৰ এটা কাৰণ হব পাৰে। আৰু ভাষাৰ প্ৰয়োগত এই জটিলতা বিশেষ ভাবে পৰিলক্ষিত হয়। উপন্যাসখনৰ নাম ভূমিকাত অৱতীৰ্ণ হোৱা লেম্বাৰ্ট ষ্ট্ৰেথাৰ পেৰিচলৈ আহি তেওঁৰ বাবে নিৰ্দ্ধাৰিত হোটেল কক্ষত সোমাই তেওঁৰ বন্ধু ওৱেমাৰচক লগ নেপাই যি প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল সেইটো ঔপন্যাসিকে আওপকীয়া ভাবে নেতিবাচক উক্তিৰে ব্যক্ত কৰিছে। তদুপৰি উপন্যাসখনৰ আৰম্ভণিতে ষ্ট্ৰেথাৰৰ বিষয়ে ব্যক্তিগত ভাবে বা তেওঁৰ পেৰিচ আগমনৰ উদ্দেশ্য আৰু কাৰ্য্যক্ৰমৰ বিষয়ে জানিব পৰা নেযায়। উপন্যাসৰ প্ৰকাশভঙ্গী আৰু ভাষাৰ প্ৰয়োগৰ ক্ষেত্ৰত এইয়া এক নতুন পদ্ধতি যিটোৱে পূৰ্ব্বৰ্তী ঔপন্যাসিক ডিকেন্স, থেকাৰে আদিৰ বৰ্ণনাত্মক, বিস্তৃত পৰিচয়মূলক প্ৰকাশভঙ্গীৰ পৰা এক ভিন্ন বৈশিষ্ট্য প্ৰদান কৰিছে। হেনৰি জেমচ্‌ৰ উপন্যাসখনত প্ৰয়োগ কৰা প্ৰকাশভঙ্গীৰ এই নতুন পদ্ধতিৰ ফলত চৰিত্ৰ সমূহৰ শাৰীৰিক বিবৰণ, কাৰ্য্য-কলাপ, উদ্দেশ্য, অভিপ্ৰায় আদিৰ বিষয়ে ধাৰণা আংশিক ভাবেহে পাব পাৰি বা কোনো ক্ষেত্ৰত এই ধাৰণা সম্পূৰ্ণভাবে উহ্য ৰখা হৈছে।

এইখিনিতে উপন্যাসখনৰ কাহিনীটোৰ এটা সংক্ষিপ্ত বিবৰণ ডাঙি ধৰা হ'ল—আমেৰিকাৰ ওলেট চহৰৰ এগৰাকী প্ৰভাৱশালী মহিলা মিচেচ নিউচামে তেওঁৰ এজন বিশিষ্ট বন্ধু লেম্বাৰ্ট ষ্ট্ৰেথাৰক ফ্ৰান্সৰ পেৰিচ চহৰলৈ পঠাবলৈ সিদ্ধান্ত লয় এটা বিশেষ কামৰ বাবে। এই বিশেষ কামটো আছিল পেৰিচত অধ্যয়ন কৰি থকা তেওঁৰ পুত্ৰ চাডনিউচামক পুনৰ আমেৰিকালৈ প্ৰত্যাবৰ্তন কৰা। ষ্ট্ৰেথাৰৰ ওপৰত এই দায়িত্ব অৰ্পণ কৰি মিচেচ নিউচাম স্বাস্থ্য জনিত কাৰণত ওলেটতে

থাকে। ইতিমধ্যে তেওঁৰ সুবৃহৎ অত্যাধুনিক কাসভৱনটো কাৰ্য্যতঃ এটা বৈদেশিক দপ্তৰৰ প্ৰশাসন কেন্দ্ৰলৈ ( Diplomatic Centre ) ৰূপান্তৰিত হৈছিল আৰু লেমবাৰ্ট স্ত্ৰেথাৰ হৈ পৰিছিল মিচেচ নিউচামৰ বৈদেশিক দপ্তৰৰ সচিব বা ৰাষ্ট্ৰদূত ( Ambassador )। আনহাতে পুত্ৰ নিউচামৰ জীৱনত কোনো ফৰাচী তৰুণীৰ আবিৰ্ভাৱ ঘটিছিল বুলি মিচেচ নিউচাম ক্ৰমে সন্দেহশীলা হৈ পৰিছিল আৰু স্বাভাৱিকতে তেওঁ পুত্ৰেকক আমেৰিকালৈ উভটি অহাটো বিচাৰিছিল। গতিকে লেমবাৰ্ট স্ত্ৰেথাৰে এজন প্ৰকৃত ৰাষ্ট্ৰদূতৰ দৰেই নিৰ্দিষ্ট লক্ষ্য আৰু কাৰ্য্যসূচীৰে পেৰিচ চহৰত উপস্থিত হৈছিলগৈ। আৰু পেৰিচত উপস্থিত হৈ স্ত্ৰেথাৰে চাডনিউচামক এক নতুন ৰূপত নতুন পৰিৱেশত দেখিবলৈ পালে। তেওঁ দেখিবলৈ পালে আমেৰিকাৰ এখন সৰু প্ৰদেশৰ সংকীৰ্ণ মানসিকতাৰে পুষ্ট চাডনিউচাম পেৰিচ চহৰৰ উচ্চস্তৰৰ সমাজ জীৱনৰ এজন বিশিষ্ট ব্যক্তি ৰূপে এতিয়া পৰিগণিত হৈছে। আৰু আমেৰিকান, ফৰাচী বন্ধু-বান্ধৱেৰে পৰিৱেষ্টিত হৈ তেওঁ এক প্ৰাচুৰ্য্য আৰু বিলাসীতাপূৰ্ণ জীৱন-যাপন কৰিছে। স্ত্ৰেথাৰে দেখিবলৈ পাইছিল যে নিউচামৰ জীৱনৰ এনে এটা পৰিৱৰ্তনৰ প্ৰধান উৎস আছিল এগৰাকী ফৰাচী মহিলা মেদাম ডি ভায়নেট। আৰু এই মহিলাৰে জীয়ৰীৰ লগত নিউচামৰ প্ৰেম-বিৰহৰ এক মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। এনেদৰেই লেমবাৰ্ট স্ত্ৰেথাৰৰ পেৰিচ আগমন আৰু চাডনিউচামৰ পেৰিচত অৱস্থানৰ নাটকীয় ঘটনা প্ৰৱাহৰ যোগসূত্ৰ ক্ৰমে উন্মোচন হয়। আনহাতে পেৰিচৰ সমাজ জীৱনৰ সৰ্বাত্মক প্ৰভাৱৰ দ্বাৰা অপ্ৰত্যাশিত ভাৱে লেমবাৰ্ট স্ত্ৰেথাৰৰ নিজৰেই পৰিৱৰ্তন ঘটে আৰু চাডনিউচামৰ এজন ঘনিষ্ঠ সহযোগী আৰু সমৰ্থকলৈ ৰূপান্তৰিত হয়। এনেদৰেই এই ৰাষ্ট্ৰদূতজন পেৰিচ আগমনৰ নিৰ্দিষ্ট লক্ষ্য আৰু কাৰ্য্যক্ৰমৰ পৰা বিচ্যুত হৈ পৰে। ইতিমধ্যে ওলেটত স্ত্ৰেথাৰ আৰু নিউচামৰ প্ৰতীক্ষাত ৰৈ থকা মিচেচ নিউচামে পেৰিচৰ পৰা আন সূত্ৰ যোগে পোৱা বাতৰিত উদ্বিগ্ন হৈ তেওঁৰ ৰাষ্ট্ৰদূত লেমবাৰ্ট স্ত্ৰেথাৰক স্বদেশলৈ

উভতি আহিবলৈ নিৰ্দেশ দিয়ে অৰ্থাৎ প্ৰশাসনীয় পৰিভাষাত কবলৈ হ'লে ৰাষ্ট্ৰদূত জনক 'বিকল' (Recall) কৰা হয়।

ঔপন্যাসিকে এই কাহিনীটোৰ যোগেদি ব্যঙ্গচিত্ৰ আৰু ভাষাৰ প্ৰয়োগৰ সহায়ত এক আন্তঃ ৰাষ্ট্ৰীয় পৰিবেশ সৃষ্টি কৰি ওলেটৰ 'স্থানীয় পৰিবেশ' আৰু পেৰিচৰ 'কচমপলিটানিজম'ৰ এটা তুলনামূলক আলেখ্য উপস্থাপন কৰিবলৈ প্ৰয়াস কৰিছে। ইয়াৰ লগে লগে বিভিন্ন চৰিত্ৰৰ মানসিক সংঘাত আৰু অন্তৰ্দ্বন্দ্বৰ চিত্ৰনৰ যোগেদি ঔপন্যাসখনৰ মনস্তাত্বিক দিশটো (Psychoanalystical aspect) উন্মুক্ত কৰিবলৈ প্ৰচেষ্টা কৰিছে। পেৰিচত অৱস্থান কালত ষ্ট্ৰেথাৰৰ এক প্ৰধান সঙ্গী হৈ পৰা মেৰিয়া গচট্ৰেৰ চৰিত্ৰটো উপন্যাসখনৰ বিভিন্ন ঘটনা প্ৰবাহ আৰু পটুৱৈৰ মাজত যোগসূত্ৰ স্থাপনৰ বাবে গ্ৰীক নাটকৰ 'কোৰাচ'ৰ অনুকৰণত উপস্থাপন কৰা হেনৰি জেমচ্‌ৰ এটা অভিনৱ সৃষ্টি। আনহাতে উপন্যাসখনৰ মনস্তাত্বিক দিশটোৰ প্ৰধান উপজীব্য হৈছে এক মহাদেশীয় সংস্কৃতি আৰু সামাজিক মূল্যবোধৰ পৰিপ্ৰেক্ষিতত আন এখন দেশৰ অধিবাসীৰ মনত জাগ্ৰত হোৱা চেতনা। প্ৰকৃততে এক নতুন সভ্যতা সংস্কৃতিয়ে অন্য এক জনগোষ্ঠীৰ মনত সৃষ্টি কৰা ক্ৰিয়া-প্ৰক্ৰিয়াৰ আলেখ্য সকলো সাহিত্যৰে এক আকৰ্ষণীয় বিষয়। উল্লেখযোগ্য যে তেওঁৰ ওপৰত পৰা প্ৰবল প্ৰভাৱ সত্বেও লেমবাৰ্ট ষ্ট্ৰেথাৰে পেৰিচৰ সাংস্কৃতিক তথা সমাজ জীৱনৰ (Cultural and Social life) লগত তেওঁৰ সত্বা সম্পূৰ্ণভাবে বিলাই দিব পৰা নাছিল। ইয়াৰ পৰা অৱশ্যে এটা ধাৰণা হয় যে আমেৰিকান সকলে ইউৰোপীয় সভ্যতা-সংস্কৃতিৰ লগত এটা সম্প্ৰীতি-বিদ্বেষৰ (Love-Hate) সম্পৰ্কহে স্থাপন কৰিব পাৰিছিল বা উপন্যাসখনৰ আন এটা চৰিত্ৰ জিমপিককে ব্যক্ত কৰা দৰে আমেৰিকান সকলে সমগ্ৰ ইউৰোপখনকে এখন বিস্তীৰ্ণ 'ক্ৰীড়াভূমি' (play ground) বুলিহে গণ্য কৰিছিল। আনহাতে মহাদেশীয় সভ্যতা-সংস্কৃতি সম্পৰ্কে হেনৰি জেমচ্‌ৰ নিজস্ব প্ৰতিক্ৰিয়া বা ধাৰণা কি আছিল সেই প্ৰশ্নটোৰ উত্তৰো এক দুৰ্বোধ্যতা আৰু ৰহস্যৰ মাজতে ৰৈ গৈছে।

এজন আমেৰিকান সাহিত্য-সমালোচকে উল্লেখ কৰাৰ দৰে 'দুখন পৃথিবীৰ, দুটা সংস্কৃতিৰ মাজৰ সম্পৰ্ক, সংঘাত আৰু পৰস্পৰ বিৰোধী মূল্যবোধৰ সমস্যাটো জেমচ্ৰ নিজৰ সমগ্ৰ জীৱন ব্যাপ্ত এক ৰহস্যৰ মাজতে ৰৈ গৈছে।'

প্ৰখ্যাত ঔপন্যাসিক, সমালোচক ই, এম, ফৰষ্টাৰৰ মতে 'দি এম্বেছেদৰছ' উপন্যাসখন এটা নিৰ্দিষ্ট 'পেটাৰ্ন'ত' লিখা হৈছে আৰু এই 'পেটাৰ্ন'ত' এটা কাহিনী আৰু বিভিন্ন চৰিত্ৰ সমাবেশ কৰা হৈছে। কিন্তু উপন্যাসখন এনে এটা নিৰ্দিষ্ট 'পেটাৰ্ন'ত' ৰচনা কৰা হৈছে যদিও গতিময়তা, কল্পচিত্ৰ, নাটকীয় দৃশ্যপট, প্ৰতীকৰ কলাসম্মত প্ৰয়োগ আৰু সমন্বয়ে উপন্যাসখনৰ তথা-কথিত 'পেটাৰ্ন'ক' এক জীৱন্ত বাস্তৱ চিত্ৰলৈ ৰূপান্তৰিত কৰিছে— য'ত আমি আমেৰিকান মানসিকতা আৰু মূল্যবোধৰ এখন প্ৰামাণ্য আলেখ্য দেখিবলৈ পাওঁ ঔপন্যাসিকৰ অভিনৱ ৰচনাশৈলীৰ কলাত্মক বৈশিষ্ট্যৰ উপৰিও—

To read the Ambassadors is to discover its art and its benign humanity and to understand why many regard it as an authentic masterpiece of the civilised American imagination.

---

# জনপ্ৰিয়তা
## উপন্যাস সাহিত্যৰ আন এটা দিশ

সাম্প্ৰতিক কালত 'উপন্যাস সাহিত্য' সাহিত্যক্ষেত্ৰত সৰ্বাধিক জনপ্ৰিয় অঙ্গ ৰূপে পৰিগণিত হোৱা দেখা গৈছে। সেয়ে বোধহয় সংখ্যাৰ দিশৰ পৰা বিভিন্ন দেশৰ বিভিন্ন সাহিত্যত উপন্যাস ৰচনাই অগ্ৰাধিকাৰ লাভ কৰিছে। কিন্তু এই সকলোবিলাক উপন্যাসেই মানবিশিষ্ট হৈছেনে ? বিশিষ্ট সাহিত্য-সমালোচক হাডচনৰ এষাৰ উক্তি এই প্ৰসঙ্গত স্মৰণযোগ্য—তেওঁৰ এই উক্তিটো হৈছে—

'সকলোৱেই এখন উপন্যাস লিখিব পাৰে, যাৰ হাতত আছে কাগজ, কলম, চিয়াঁহী আৰু আছে অলপ ধৈৰ্য, সামান্য অৱসৰ। [Any one can write a novel who has pens, ink and papers at command and a certain amount of leisure and patience ] হাডচনৰ আপাত দৃষ্টিত এই লঘু উক্তিটোৱেই উপন্যাস সাহিত্যৰ অন্তৰ্নিহিত গুৰুত্বপূৰ্ণ দিশটো প্ৰতিপন্ন কৰিছে। প্ৰকৃততে এখন মানবিশিষ্ট উপন্যাস লিখা সহজ কথা নহয়। কাৰণ এখন উপন্যাসত লিখা মানৱজীৱনৰ বিভিন্ন আবেগ-অনুভূতি আৰু কৰ্মক্ষেত্ৰৰ এখন বাস্তবানুৰাগ প্ৰতিচ্ছবি ফুটি উঠিব লাগে। উপন্যাস সাহিত্যৰ এনে এটা বৈশিষ্ট্য লক্ষ্য কৰিয়েই আমেৰিকান ঔপন্যাসিক মেৰিয়ান ক্ৰফৰ্ডে উপন্যাসক 'পকেট থিয়েটাৰ' ( Pocket Theatre) বুলি অভিহিত কৰিছে। এই উক্তিৰ সম্প্ৰসাৰিত অৰ্থ এই যে এখন উপন্যাস আৰু নাটক বা নাটঘৰৰ সমপৰ্য্যায়ভুক্ত, মাত্ৰ ব্যৱধান এই যে নাটকৰ দৰে উপন্যাসৰ প্ৰত্যক্ষ অভিনয় নহয়। আন এজন সমালোচকৰ মতে এখন উপন্যাস এটা সম্পূৰ্ণ জীৱনৰ পৰিচায়ক (A Summary of Actual Life) হব লাগে। গতিকে এনে ধৰণৰ অভিমতৰ পৰিপ্ৰেক্ষিতত

উপন্যাস সাহিত্যৰ গুৰুত্ব সম্যক ভাবে উপলব্ধি কৰিব পাৰি। বিশ্ব-বিশ্রুত নাট্যকাৰ জৰ্জ বাৰ্ণাডশ্বই তেওঁৰ Immaturity গ্ৰন্থখনৰ প্ৰস্তাবনাত ব্যক্ত কৰিছে কেনেকৈ উপন্যাস ৰচনাৰ তেওঁৰ প্ৰথম আৰু একমাত্ৰ প্ৰচেষ্টা ব্যৰ্থতাত পৰিণত হৈছিল। আৰু এই ব্যৰ্থতাৰ কাৰণ বিশ্লেষণ কৰি তেওঁ লিখিছে যে উপন্যাস এখনৰ এটা বা দুটা অংশ লিখাৰ পিচত তেওঁৰ ধাৰণা হৈছিল যে এখন সাৰ্থক উপন্যাস ৰচনাৰ বাবে প্ৰয়োজনীয় শিক্ষা, জ্ঞান বা অভিজ্ঞতা তেওঁৰ নাছিল। অৱশ্যে উপন্যাস সাহিত্যত বাৰ্ণাডশ্বৰ ব্যৰ্থতা তথাকথিত শিক্ষা, বা জ্ঞানৰ অভাৱৰ কাৰণে বুলি বহুতেই হয়তো বিশ্বাস নকৰিব, কাৰণ এই একেজন সাহিত্যিকৰে নাটক সমূহ বিশ্বসাহিত্যৰ এক মূল্যবান সম্পদ হৈ পৰিছে। তথাপি ইয়াৰ পৰা এটা কথা সাব্যস্ত হয় যে এখন উচ্চমান-বিশিষ্ট উপন্যাসৰ প্ৰয়োজনীয় কলা-কৌশল বা উপাদান বাৰ্ণাডশ্বৰ দৰে এজন প্ৰতিভাসম্পন্ন নাট্যকাৰেও আয়ত্ব কৰিব পৰা নাছিল। ১৮৭৯ চনত প্ৰথম প্ৰকাশিত উপন্যাস Immaturity ৰ পিচত তেওঁ ক্ৰমে The Irrational knot, love Among the Artists, Cashel Byron's profession, an Unsocial Socialist আদি চাৰিখন উপন্যাস ৰচনা কৰিছিল। কিন্তু এই উপন্যাস কেইখনৰ যোগেদি বাৰ্ণাডশ্বই জনপ্ৰিয়তা বা ব্যৱসায়িক দিশ কোনো এটাতে সাফল্য লাভ কৰিব নোৱাৰি নাটক ৰচনাত মনোনিবেশ কৰে আৰু Widower's House নাটকখনৰ পিচত উপন্যাস ৰচনাৰ প্ৰচেষ্টা সম্পূৰ্ণভাবে পৰিহাৰ কৰে। এজন সমালোচকৰ ভাষাত কবলৈ হ'লে—

It seems that there is something in the technique of the novel which is alien to his art, and it is highly significant that though he has written about forty plays since the production of Widower's House he has not written a signle novel.

উপন্যাস সাহিত্যৰ আন এটা বৈশিষ্ট্য হৈছে সাৰ্বজনীনতা (Universalism)। ঔপন্যাসিক ওৱাল্টাৰ স্কটে স্কটলেণ্ডৰ,

টমাচহাৰ্ডিয়ে ওৱেচেক্স, আৰু হিউওৱালপোলে ইংলণ্ডৰ 'লেক, ডিষ্ট্ৰিক্ট'ৰ পটভূমিত ৰচনা কৰা উপন্যাস সমূহৰ যোগেদি খ্যাতি লাভ কৰিছে। ট্ৰলপে, ডিজ্ৰেলি আদি ঔপন্যাসিকে ৰাজনীতিবিদ সকলক লৈ, জন গলছৱাৰ্ডিয়ে উচ্চ মধ্যবিত্ত সমাজক লৈ, ৱেলছে ধনীক শ্ৰেণী আৰু আলডু হাক্সলিয়ে বুদ্ধিজীৱি সকলক লৈ তেওঁলোকৰ উপন্যাস ৰচনা কৰিছে। কিন্তু এই সকলোবিলাকৰ ওপৰত উপন্যাসৰ এটা সাৰ্বজনীন আবেদন থাকে যি স্থান, কাল, ব্যক্তি অতিক্ৰম কৰি বিশ্বজনীন স্বীকৃতি লাভ কৰে।

উপন্যাস সাহিত্যৰ আন এটা বৈশিষ্ট্য হৈছে উদ্দেশ্যধৰ্মীতা। এখন উপন্যাসে এটা বিশেষ আদৰ্শ লৈ পঢ়ুৱৈৰ আগত আত্ম-প্ৰকাশ কৰে যদিও সকলো উপন্যাসৰ ক্ষেত্ৰতে এই কথা প্ৰযোজ্য নহব পাৰে। অৱশ্যে এটা সময়ত এটা বিশেষ উদ্দেশ্য লৈ উপন্যাস ৰচনা কৰাটো এটা ধৰাবন্ধা ৰীতিয়েই হৈ পৰিছিল। উদাহৰণ স্বৰূপে ইংৰাজী সাহিত্যত থেকাৰে, ডিকেন্স আদি ঔপন্যাসিকৰ ৰচনা সমূহ উদ্দেশ্যধৰ্মী বা প্ৰচাৰধৰ্মী হৈ পৰিছিল। আৰু সমকালীন সাহিত্যৰ ধাৰা আৰু সমাজ জীৱনৰ ওপৰত প্ৰত্যক্ষিত হোৱা এনে সাহিত্যৰ প্ৰবল প্ৰভাৱৰ কথাও অস্বীকাৰ কৰিব নোৱাৰি। আনহাতে 'কলাৰ বাবে কলা'ৰ (Art for Art's sake) দৃষ্টিভঙ্গীৰে এনে উদ্দেশ্যধৰ্মী বা প্ৰচাৰধৰ্মী সাহিত্যৰ প্ৰকৃত মূল্যায়ন কৰাটো জটিল হৈ পৰে। কিন্তু আগতেই উল্লেখকৰাদৰে এইটো অনস্বীকাৰ্য্য যে এনে উদ্দেশ্যধৰ্মী বা প্ৰচাৰধৰ্মী সাহিত্যই সমগ্ৰ বিশ্বৰ সামাজিক বা ৰাজনৈতিক ক্ষেত্ৰত প্ৰয়োজনীয় পৰিবৰ্তন বা সংস্কাৰ সাধন কৰিবলৈ সক্ষম হৈছে। তদুপৰি সাম্প্ৰতিক কালত চিনেমা, ৰেডিঅ', টেলিভিজন আদিৰ দৰেই জনসংযোগ-প্ৰচাৰৰ মাধ্যম ৰূপে সমাজ-সংস্কাৰৰ এটা প্ৰভাৱশালী অস্ত্ৰলৈ উপন্যাস সাহিত্য ৰূপান্তৰিত হোৱা দেখা গৈছে। ডঃ জনচন আদিৰ দৰে বিশিষ্ট চিন্তাবিদেও উপন্যাস সাহিত্য সমাজ সংস্কাৰৰ মাধ্যম হোৱাটো কামনা কৰিছিল। আনহাতে এনে উদ্দেশ্যধৰ্মী বা প্ৰচাৰধৰ্মী ৰচনাৰ সাহিত্যিক সৌন্দৰ্য্য বা মূল্যও নুই কৰিব নোৱাৰি। দাস প্ৰথাৰ বিৰুদ্ধে লিখা মহিলা ঔপন্যাসিক ষ্টবৰ 'আঙ্কল টমচ, কেবিন' এখন

প্ৰচাৰধৰ্মী উপন্যাস। কিন্তু প্ৰচাৰধৰ্মী হ'লেও উপন্যাসখনৰ সাহিত্যিক মূল্য সৰ্বজনস্বীকৃত। আজি হয়তো আমেৰিকাত দাসপ্ৰথাৰ বিলুপ্তি সাধন হৈছে। কিন্তু এনে এটা সমস্যাৰ পটভূমিত উপন্যাসখনত কলাসম্মত ভাবে উপস্থাপন কৰা মানবীয় আবেদনে গ্ৰন্থখনক চিৰস্মৰণীয় কৰি ৰাখিছে। মেক্সিম গৰ্কীৰ 'মাদাৰ' উপন্যাসখন জাৰ আমোলৰ ৰুছিয়াৰ অত্যাচাৰ, অবিচাৰ জৰ্জৰিত মানুহৰ দুৰ্দশাৰ চিত্ৰ আৰু এনে দুঃসহ অৱস্থাৰ পৰা মুক্তি লাভৰ পথ নিৰ্দেশৰ আলেখ্য। কিন্তু উপন্যাসখনৰ অন্তৰ্নিহিত কলাত্মক সৌন্দৰ্য্য আৰু সাৰ্বজনীন ভাবাদৰ্শই আজিও সকলো দেশৰ সকলো শ্ৰেণীৰ পঢ়ুৱৈক আনন্দ প্ৰদান কৰিবলৈ সমৰ্থ হৈছে। সেইদৰে চাৰ্লচ ডিকেন্সে সমসাময়িক কালৰ শিক্ষা আৰু সামাজিক ক্ষেত্ৰৰ বহুতো কুফলৰ কথা প্ৰকাশ কৰিছিল তেওঁৰ উপন্যাস সমূহৰ যোগেদি। ঔপন্যাসিক হেনৰি জেমচৰ অৱদানো এই ক্ষেত্ৰত উল্লেখযোগ্য। আমেৰিকাত জন্ম গ্ৰহণ কৰি ইউৰোপৰ বিভিন্ন দেশত জীৱন অতিবাহিত কৰা এইজন লেখকৰ ৰচনাই সমসাময়িক সমাজ জীৱনৰ নৈতিক আৰু সাংস্কৃতিক দিশটোৰ বিভিন্ন সমস্যা, সংঘাতৰ ওপৰত আলোকপাত কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ দুখন উপন্যাস 'এ পৰ্ট্ৰেইট্ অৱ এ লেডী' আৰু 'দি উইংচ অৱ দি ড'ভত' সমসাময়িক কালৰ মানুহৰ নৈতিক আৰু অৰ্থনৈতিক সমস্যাৰ আলেখ্য পাওঁ। সাৰ্বজনীন ভাবাদৰ্শৰে উদ্ভাসিত সাম্প্ৰতিক কালৰ এখন অভিনৱ উপন্যাস ৰূপে স্বীকৃত এই লেখকৰ আন এখন উপন্যাস হৈছে 'দি এমবেছদৰছ'।

এই নিৱন্ধৰ আলোচনা প্ৰসঙ্গত উল্লেখযোগ্য আন এটা বিষয় হৈছে সাহিত্যৰ সমস্যা বা সংকট (Crisis in Literature)। সাহিত্য ক্ষেত্ৰত উদ্ভূত হোৱা সমস্যা বৰ্তমানৰ সমস্যাবহুল জগতত প্ৰায় সকলো নিষ্ঠাবান লেখক লেখিকাই হয়তো কম বেছি পৰিমাণে অনুভৱ কৰিছে। কিছুমানৰ কাৰণে সাহিত্যৰ সমস্যাই সূচাইছে- নতুন সৃষ্টিৰ কাৰণে যুগৰ আহ্বান, সময় আৰু জীৱনৰ দাবী। পৃথিবী পৰিবৰ্তনশীল আৰু গতিশীল। এই পৰিবৰ্তন

আৰু গতিশীলতাৰ প্ৰতি সহাঁৰি দিবলৈ যাওতে সাহিত্যৰ বিভিন্ন প্ৰকাশভঙ্গী আৰু দৃষ্টিভঙ্গীৰ প্ৰয়োজন হয়। আন একশ্ৰেণী পঢ়ুৱৈ আৰু সমালোচকৰ ধাৰণাত সাহিত্যৰ সমস্যা বা সংকট সকলো সৃষ্টিধৰ্মী সাহিত্যৰ সুস্থতাৰেই লক্ষণ আৰু এই সংকট-সমস্যাৰ সময়ছোৱা নতুন সৃষ্টিৰ প্ৰচুৰ সম্ভাৱনাৰেই পৰিচায়ক।

গাইড্‌পিজিন নামৰ এজন ৰুছ সাহিত্য সমালোচকে 'ট্ৰেডিশ্বনেল' উপন্যাস সম্বন্ধে মত প্ৰকাশ কৰি কৈছে যে বৰ্তমান পাশ্চাত্য দেশ সমূহৰ পঢ়ুৱৈয়ে গতানুগতিক উপন্যাসবিলাক পঢ়িবলৈ প্ৰায় এৰি দিছে। লগতে তেওঁ মত প্ৰকাশ কৰিছে সাম্প্ৰতিক কালৰ লেখক সকলে ডষ্টেয়ভস্কি, প্ৰুষ্ট, জইচ্‌ আদি লেখক সকলৰ পৰা প্ৰেৰণা লোৱা উচিত। আনহাতে এই সমালোচক জনে আন এটা তাৎপৰ্য্যপূৰ্ণ কথাও উল্লেখ কৰিছে। তেওঁৰ মতে যি সকল লেখক, সমালোচক আৰু পঢ়ুৱৈয়ে 'ট্ৰেডিশ্বনেল' উপন্যাসৰ বিৰুদ্ধাচৰণ কৰিছে তেওঁলোকেও এই কথা স্বীকাৰ কৰিব লগা হৈছে যে তেওঁলোকৰ প্ৰত্যাশিত উপন্যাস সাহিত্যৰ সৃষ্টি এতিয়াও হোৱা নাই, মাত্ৰ ইয়াৰ সম্ভাৱনাহে তেওঁলোকে দেখিবলৈ পাইছে। গতিকে এওঁলোকৰ অৱস্থান ইংৰাজ কবি মেথিউ আৰ্ণল্ডৰ সেই স্মৰণীয় উক্তিৰেই নিৰ্ণয় কৰিলে এনে হ'ব—'দুখন পৃথিবীৰ মাজত, এখনৰ ইতিমধ্যে মৃত্যু হৈ গৈছে, আনখনৰ জন্ম এতিয়াও হোৱা নাই।' [Between two worlds, one is dead and other is yet to be born.] ইয়াৰ পৰা আৰু এটা কথা সাব্যস্ত হয় যে যি সকলে এদিন জইচ্‌, কাফকা, প্ৰুষ্ট আদিক তেওঁলোকৰ শ্ৰদ্ধাভাজন পথপ্ৰদৰ্শক বুলি ভাবিছিল সেই সকলেই আজি এই শ্ৰদ্ধাভাজন সকলে নিৰ্ণয় কৰা পথৰ পৰা আঁতৰি আহিবলৈ প্ৰয়াস কৰিছে। উল্লেখযোগ্য যে কেৱল পাশ্চাত্যৰ দেশ সমূহতে নহয়, আন আন দেশীয় সাহিত্যতো ন পঢ়ুৱৈ বা লেখকৰ পূৰ্ববৰ্তী সকলৰ প্ৰতি এক বীতশ্ৰদ্ধ আৰু আস্থাহীনতাৰ (Lack of Faith) মনোভাব পৰিলক্ষিত হৈছে।

আগতে উল্লেখ কৰি অহা দৰে এটা সময়ত বার্ণাডশ্বৰ দৰে এজন নাট্যকাৰ আৰু সমালোচকেও উপন্যাস সাহিত্য সৃষ্টিত ব্যর্থতা বা বিফলতাৰ সম্মুখীন হব লগা হৈছিল। সাম্প্রতিক কালতো কেইবাজনো লেখকৰ ৰচনাই জনপ্রিয়তা অর্জন কৰিব পৰা নাই। কিন্তু পঢ়ুৱৈৰ স্বীকৃতি বা পোষকতাৰ অবিহনেও এই ৰচনা সমূহৰ বহুতো যে Classics ৰ পর্য্যায়ত পৰিব তাত সন্দেহৰ অৱকাশ নাই। ইয়াৰ পৰা এটা কথা সাব্যস্ত হয় যে লেখকৰ উদ্দেশ্য আৰু পঢ়ুৱৈৰ ৰুচিৰ মাজত সংহতি বা সমন্বয়ৰ (Communication) অভাৱ আছে। সাম্প্রতিক কালৰ এখন উপন্যাসে জনপ্রিয়তাৰ মানদণ্ডলৈ উঠিব নোৱাৰাৰ কাৰণ সমূহৰ এটা আনুমানিক বিশ্লেষণ ডাঙি ধৰিব পাৰি। এনে এটা কাৰণ হব পাৰে—অস্বাভাৱিক (Unusual) চৰিত্রাঙ্কন বা চৰিত্র সৃষ্টি। উদাহৰণস্বৰূপে যিসকল পঢ়ুৱৈৰ বাবে বিশিষ্ট ঔপন্যাসিক টমাচ হাৰ্ডিৰ মানবীয় আবেদনৰে সমৃদ্ধ চৰিত্রবোৰ আদৰণীয় হৈছে তেওঁলোকৰ বাবে জেমচ্, জইচ্, লৰেন্সে, ফকনাৰ আদি ঔপন্যাসিকৰ চৰিত্র সমূহ বহু পৰিমাণে জটিল বা অস্বাভাৱিক হৈ পৰিছে। জনপ্রিয়তা হ্রাসৰ আন এটা কাৰণ হব পাৰে ঔপন্যাসিকৰ প্রকাশ-ভঙ্গীৰ নাটকীয়তা বা অভিনৱত্ব। এই প্রসঙ্গত উল্লেখনীয় যে কেইবাজনো বিশিষ্ট ৰুছ ঔপন্যাসিকৰ ৰচনাই জনপ্রিয়তা লাভ কৰাৰ এটা প্রধান কাৰণ হৈছে তেওঁলোকৰ ৰচনাত লেখকৰ প্রকাশ-ভঙ্গীৰ স্বকীয় বৈশিষ্ট্যৰ উপৰিও মানবীয় আবেদন আৰু সামাজিক জীৱনৰ আলেখ্য। এই একে কাৰণতে বোধহয় জর্জ এলিয়ট, মেৰেডিথ বা এমিল জোলাৰ উপন্যাসে পঢ়ুৱৈৰ দৃষ্টি আকর্ষণ কৰিব পাৰিছে। কিন্তু এই প্রসঙ্গত উত্থাপিত হব পৰা এটা গুৰুত্বপূর্ণ প্রশ্ন হৈছে কেবল পঢ়ুৱৈৰ ৰুচিবোধ আৰু পোষকতাৰ দ্বাৰাই এখন উপন্যাসৰ মানদণ্ড নির্ণয় কৰিব পাৰিনে? এই সন্দর্ভত দেশীয় সাহিত্যৰ ভিতৰত বঙালী উপন্যাসৰ কথাকে উল্লেখ কৰিব পাৰি। সাম্প্রতিক কালৰ বাঙালী পঢ়ুৱৈৰ ৰুচিবোধ আৰু বিশ্বাসৰ মানদণ্ডেৰে বিচাৰ কৰিলে বঙ্কিম চন্দ্ৰৰ কেইবাখনো উপন্যাস হয়তো অস্বীকৃত হব। কাৰণ এই উপন্যাস সমূহৰ

যোগেদি ঔপন্যাসিকজনে যি ভাবাদৰ্শ প্ৰচাৰ কৰি গৈছে সেই সকলোবিলাকেই যে বৰ্তমান কালৰ বাঙালী পঢ়ুৱৈৰ বাবে গ্ৰহণীয় বা আদৰণীয় হব সেইটো সন্দেহৰ বিষয়। কিন্তু এই কাৰণেই বংকিম চন্দ্ৰৰ উপন্যাসৰ সাহিত্যিক মূল্য বা সৌন্দৰ্য্য নুই কৰিব নোৱাৰি। আনকি বংকিম চন্দ্ৰৰ যি কেইখন উপন্যাসৰ বিৰুদ্ধে এক শ্ৰেণী পঢ়ুৱৈ সমালোচকৰ অভিযোগ আটাইতকৈ অধিক যেনে কৃষ্ণকান্তেৰ উইল, বিষবৃক্ষ, দেবীচৌধাৰিনী এই উপন্যাস কেইখনৰ কলাত্মক সৌন্দৰ্য্য বা বৈশিষ্ট্য আজিও বিদ্যমান। আমাৰ অসমীয়া সাহিত্যতো এনে এটা পৰিস্থিতি সৃষ্টি নোহোৱাকৈ থকা নাই। কিন্তু বংকিম চন্দ্ৰৰ ৰচনা সমূহৰ দৰেই আমাৰ সাহিত্যত এই লেখক সকলৰ ৰচনাৰ মানদণ্ড বা সাফল্য তথাকথিত জনপ্ৰিয় সাহিত্যৰ তুলাচনীৰে জুখিব নোৱাৰি। উদাহৰণ স্বৰূপে বিশিষ্ট ঔপন্যাসিক বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ 'ইয়াৰু ইঙ্গম' উপন্যাস খনৰ কথাকে উল্লেখ কৰিব পাৰি। এই উপন্যাসখনৰ পঢ়ুৱৈৰ পৰিসংখ্যা আমি নেজানো, কিন্তু অসমীয়া উপন্যাস সাহিত্যত এই উপন্যাসখন যে এটা নতুন পদক্ষেপ তাত সন্দেহৰ অৱকাশ নাই। সেইদৰে ইংৰাজী সাহিত্যৰ কোনো সময়তে কোনো এজন লেখকৰ কৃতিত্ব জনপ্ৰিয়তাৰ মাপকাঠিৰে প্ৰমাণিত হোৱা নাই। বহুক্ষেত্ৰত একশ্ৰেণী পঢ়ুৱৈয়ে এখন উপন্যাসৰ ৰচনাশৈলীৰ ওপৰত কোনো গুৰুত্ব নিদিয়ে বা লেখকৰ উদ্দেশ্যৰ প্ৰতিও আস্থাশীল নহয়। সেয়ে কোনো কোনো ক্ষেত্ৰত স্কট, ডিকেন্স আদি প্ৰতিভাশালী ঔপন্যাসিকৰ ৰচনা জনপ্ৰিয় হোৱাটো এটা ব্যতিক্ৰম (Exception) বুলিহে কব পাৰি। আনহাতে এনে অভিমতো ব্যক্ত কৰা হৈছে যে কোনো কোনো ক্ষেত্ৰত এজন লেখকৰ ৰচনাৰ দুৰ্বলতাবোৰেই তেওঁলোকৰ ৰচনাৰ জনপ্ৰিয়তাৰ কাৰণ হৈ পৰিছে। ১৯ শতিকাৰ আগভাগত মহিলা ঔপন্যাসিক মেৰীমিক, চিদনি ওৱেনচন আদি লেখক-লেখিকাৰ উপন্যাসৰ প্ৰকাশকে প্ৰচুৰ ব্যৱসায়িক সাফল্য লাভ কৰিছিল। এই উপন্যাস সমূহৰ পঢ়ুৱৈৰ ভিতৰত কেবল স্কুল, কলেজৰ হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰীয়েই নাছিল ; জেন অষ্টেন, টি. বি. মেকলে আদি বিশিষ্ট

লেখকসকলো ইয়াৰ ভিতৰত অন্যতম আছিল। কিন্তু সাহিত্য-বিচাৰৰ প্ৰকৃত মানদণ্ডেৰে জুখি চালে এই উপন্যাসবিলাকৰ স্থায়ী সাহিত্যিক মূল্য বিচাৰি পোৱা নেযাব। তথাপি এই উপন্যাস সমূহত উপস্থাপন কৰা প্ৰেম-প্ৰণয়ৰ লঘু কাহিনী আৰু চাঞ্চল্যকৰ ঘটনা বিন্যাসে সাধাৰণ-অসাধাৰণ সকলো পঢ়ুৱৈৰে আকৰ্ষণৰ বিষয় হৈ পৰিছিল। আনহাতে সাম্প্ৰতিক কালৰ এখন যুগান্তকাৰী উপন্যাসৰূপে স্বীকৃত হোৱা জেমচ্ জইচ্‌ৰ 'ইউলিচেজ' উপন্যাস-খনৰ প্ৰথম প্ৰকাশৰ সময়ত লণ্ডন আৰু আমেৰিকাৰ পঢ়ুৱৈ সমাজত বিৰূপ প্ৰতিক্ৰিয়াহে দেখা গৈছিল।

অৱশ্যে উপন্যাস সাহিত্যৰ জনপ্ৰিয়তা, পঢ়ুৱৈৰ ৰুচিবোধ, সাহিত্যিক মূল্যাংকন আদি বিষয় বিতৰ্কমূলক হৈ ৰব। এই বিষয়ে এটা সিদ্ধান্তলৈ অহাটো জটিল কথা। তথাপি এটা কথা পৰিলক্ষিত হৈছে যে এই সাহিত্যৰ পৰিসৰ ক্ৰমে বিস্তৃত হৈ আহিছে। অনুবাদ, চিনেমা, টেলিভিজন আদি জনসংযোগৰ মাধ্যমবোৰে ইয়াৰ ক্ৰমবিকাশত যথেষ্ট ইন্ধন যোগাইছে। অৱশ্যে এই সাহিত্যৰ মানদণ্ডৰ অৱনতি ঘটিছে যেতিয়াই অৰ্থৰ বজাৰত বা ব্যৱসায়িক দিশত ইয়াৰ মূল্যাংকনৰ প্ৰশ্ন উঠিছে। এই অৰ্থত তথাকথিত Best Seller, শ্ৰেণীৰ উপন্যাসৰ কথাকে উল্লেখ কৰা হৈছে। আনহাতে যৌন জীৱনৰ বিচিত্ৰ ক্ৰিয়াকলাপ প্ৰসূত অশ্লীল ৰচনাও (Porno Literature) এই শ্ৰেণীৰ উপন্যাসৰ পৰ্যায়ভুক্ত হৈছে। তথাপি এই প্ৰতিকূল পৰিবেশৰ মাজতো বিভিন্ন সাহিত্যত কেইবাখনো উচ্চ মানৰ সাৰ্থক উপন্যাস ৰচনা হোৱাটোৱেই এই সাহিত্যৰ উজ্জ্বল ভৱিষ্যতৰ সম্ভাৱনাও বহন কৰিছে।

---

# কলা কৈবল্যবাদ

পাশ্চাত্য সাহিত্যত বহুল ভাবে প্ৰচলিত আৰু বিতৰ্কিত এটা শব্দযোজনা হৈছে 'আৰ্ট ফৰ আৰ্টচ চেক' (Art for Arts sake), আৰু ইয়াৰ প্ৰতিশব্দ ৰূপে দেশীয় সাহিত্যত ব্যৱহৃত শব্দযোজনাটো হৈছে, 'কলা কৈবল্যবাদ' বা 'বিশুদ্ধ কলা'। এই শব্দযোজনাটোৰ সাধাৰণ অৰ্থ হৈছে 'কলাৰ বাবেই কলাৰ' সৃষ্টি। আনহাতে সম্প্ৰসাৰিত অৰ্থত ইয়াৰ বিভিন্ন ব্যাখ্যা ডাঙি ধৰা হৈছে। এনে এক ব্যাখ্যা মতে সাহিত্যৰ বিভিন্ন অঙ্গ যেনে কাব্য, উপন্যাস বা নাটকৰ প্ৰধানতম বৈশিষ্ট্য হৈছে প্ৰকাশভঙ্গী বা ৰচনা-শৈলী ; বক্তব্য বা ভাবাদৰ্শ নহয়।

পাশ্চাত্য সাহিত্যত 'কলা কৈবল্যবাদ'ৰ ধাৰণাই প্ৰসাৰতা লাভ কৰে বিশিষ্ট ইংৰাজ সমালোচক নিবন্ধকাৰ ডব্লিউ এইচ পেটাৰ আৰু খ্যাতনামা আমেৰিকান চিত্ৰশিল্পী জে, এম, হুইচলাৰৰ সমৰ্থন আৰু ইংৰাজ চিন্তাবিদ ৰাস্কিনৰ মতাদৰ্শৰ বিৰূপ প্ৰতিক্ৰিয়াৰ পৰিপ্ৰেক্ষিতত। সৰ্বপ্ৰথম ফ্ৰান্সত উদ্ভাৱিত হোৱা 'আৰ্ট ফৰ আৰ্টচ চেক'ৰ ধাৰণাটো ইংলণ্ডলৈ সম্প্ৰসাৰিত হয় হুইচলাৰৰ প্ৰচেষ্টাত আৰু অস্কাৰ ৱাইল্ড আৰু সহযোগী সকলৰ সক্ৰিয় সমৰ্থনত। ৰাস্কিনৰ ধাৰণা মতে কলা-সাহিত্য নিশ্চিত ভাবেই নীতি নিৰ্দেশক (Didactic)। কলা-সাহিত্য সম্পৰ্কে ৰাস্কিনৰ দৃষ্টি-ভঙ্গীৰ সন্দৰ্ভত গ্ৰীক দাৰ্শনিক পণ্ডিত প্লেটৰ দৃষ্টি-ভঙ্গীৰ প্ৰাসঙ্গিকতা আহি পৰে। প্লেটই সাহিত্য বিশেষকৈ কাব্য-সাহিত্য অনৈতিক (Immoral) বুলি গণ্য কৰিছিল। কিন্তু ৰাস্কিনে কলা-সাহিত্য এক নৈতিক শক্তি (Moral force) বুলি গণ্য কৰিছিল, গতিকে তেওঁৰ ধাৰণাত সকলো কলা-সাহিত্য নীতি-নিৰ্দেশক (Didactic) আৰু সকলো কলাকাৰৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য হৈছে নীতি-শিক্ষা প্ৰদান। কিন্তু ৰাস্কিনৰ

অভিমতৰ প্ৰতিবাদত হ্ইচলাৰে মত প্ৰকাশ কৰিছিল যে কলা-সাহিত্য কোনো প্ৰকাৰেই নীতি নিদেৰ্শক (Didactic) হ'ব নোৱাৰে। আৰু নীতি নিৰ্দেশনাৰ খাতিৰত কলা-সাহিত্যই স্বকীয় অৱস্থিতি পৰিহাৰ কৰিব নোৱাৰে। আনহাতে ওৱাল্টাৰ পেটাৰে ওৱাৰ্ড্চৱাৰ্থৰ আলোচনা প্ৰসঙ্গত ব্যক্ত কৰিছিল যে কলাত্মক বা কলাসম্মত ভাবে জীৱনৰ প্ৰতিফলনতে কলা-সাহিত্যৰ লক্ষ্য আৰু লক্ষ্য সাধনৰ উপায় নিহিত হৈ আছে আৰু এনে প্ৰতিফলনতে কলা-সাহিত্যৰ মহত্ব অনুধাবন হয়। (To treat life in the spirit of Art is to make life a thing in which means and ends are identified) তেওঁৰ মতে মহৎ সাহিত্যৰ উদ্দেশ্য মানুহক নীতি শিক্ষা প্ৰদান নহয়, বৰং মানুহৰ ভাবাবেগক জীৱনৰ যান্ত্ৰিকতাৰ পৰা মুক্ত কৰি মানৱ জীৱনৰ বৈশিষ্ট্যপূৰ্ণ ঘটনাৰ দৃশ্যপটত প্ৰতিষ্ঠা কৰা। গতিকে তেওঁৰ মতে কলা-সাহিত্য কোনো বিশেষ উদ্দেশ্য সাধনৰ বাবে নিয়োজিত অস্ত্ৰ নহয় বৰং মানৱ জীৱনৰ গতি নিৰূপক এক স্বয়ং সম্পূৰ্ণ শক্তি। (Art is no longer the servant, but is to be the master, the highest morality will be to enable as much as possible of life to be lived in the spirit of the artist) কলা কৈবল্যবাদী ধাৰণা সম্প্ৰসাৰণৰ আন এটা পৰোক্ষ কাৰণ হৈছে জাৰ্মান আৰু ফৰাছী ভাবধাৰাৰ প্ৰভাৱত বিকাশ লাভ কৰা বৈজ্ঞানিক সৌন্দৰ্যতত্ব বা সৌন্দৰ্য্যবোধৰ (Scientific Aestheticism) ধাৰণা। উল্লেখযোগ্য যে যদিও হ্ইচলাৰ আৰু পেটাৰ 'কলা কৈবল্যবাদী' ধ্যান-ধাৰণাৰ প্ৰধান প্ৰবক্তা ৰূপে পৰিগণিত হৈ পৰিছিল তথাপি, এ. চি. ব্ৰেডলীৰ আলোচনাতহে এই ধাৰণাৰ বিস্তৃত ব্যাখ্যা পাব পাৰি আৰু এনে এটা ব্যাখ্যাকে তেওঁ ডাঙি ধৰিছে poetry for poetry's sake নিবন্ধত। তেওঁৰ মতে কাব্য-সাহিত্যৰ প্ৰধান বৈশিষ্ট্য হৈছে কাব্যিক অনুভূতি আৰু অভিজ্ঞতা। এনে সাহিত্যৰ হয়তো এটা অন্তৰ্নিহিত উদ্দেশ্য বা লক্ষ্য (ulterior motive) থাকিব পাৰে বিভিন্ন পৰ্য্যায়ত—ধৰ্মীয়, সাংস্কৃতিক নৈতিক বা কবি

প্ৰতিভাৰ স্বীকৃতি। কিন্তু এই অন্তৰ্নিহিত উদ্দেশ্য বা লক্ষ্যৰ আধাৰত এনে সাহিত্যৰ সাহিত্যিক মানদণ্ড নিৰ্ণয় কৰিব নোৱাৰি। আনহাতে আই, এ, ৰিচাৰ্ডে ব্ৰেডলেৰ বক্তব্যৰ এটা সম্পূৰ্ণ বিপৰীত-মুখী অভিমত ডাঙি ধৰিছে। তেওঁৰ মতে এনে সাহিত্যৰ মূল্যায়ন কাব্যিক অনুভূতি বা অভিজ্ঞতাৰ আধাৰত বিচাৰ কৰাটো বিভ্ৰান্তি-মূলক হ'ব পাৰে। কাৰণ কাব্য সাহিত্যত প্ৰতিফলন ঘটা এনে বহু অভিজ্ঞতা বাস্তৱ জগতৰ অভিজ্ঞতাৰ পৰা বিছিন্ন কৰিব নোৱাৰি। তদুপৰি বিভিন্ন কাব্য-সাহিত্যৰ মূল্যায়ন বিভিন্ন দিশৰ পৰা কৰিব লগা হ'ব পাৰে। উদাহৰণ স্বৰূপে ৰবাৰ্ট ব্ৰিজেজ'ৰ ( Robert Bridges ) 'দি টেষ্টামেণ্ট অৰ বিউটি', ডাণ্টেৰ 'ডি দিভাইন কমেদি', ব্ৰাউনিংৰ 'ৰাবিবেন এজৰা', স্পেন্সাৰৰ 'ফেয়াৰী কুইন' আদি গ্ৰন্থৰ মূল্যায়নৰ বাবে অন্তৰ্নিহিত উদ্দেশ্যৰ আলোচনা অপৰিহাৰ্য্য। মিল্টনৰ 'পেৰেডাইজলষ্ট', এইচ, জি, ৱেলচৰ 'দি টাইম মেচিন', বাৰ্ণাডশ্বৰ 'আৰমচ এণ্ড দি মেন', 'বেক্ টু মেথুচেলা', এলিয়টৰ 'ফউ'ৰ কোৱাৰ্টেটচ্' ৰবীন্দ্ৰ নাথৰ 'গীতাঞ্জলী' আদি গ্ৰন্থৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। গতিকে এই অন্তৰ্নিহিত উদ্দেশ্যৰ ( ulterior motive) পৰিপ্ৰেক্ষিতত্হে এই গ্ৰন্থসমূহৰ সাহিত্যিক মানদণ্ড নিৰূপন কৰা সম্ভৱ। আনহাতে ব্ৰেডলেই কাব্য-সাহিত্য আৰু জীৱনৰ অভিজ্ঞতাৰ মাজত এডাল সীমাৰেখা বিচাৰি পাইছিল আৰু সেয়ে তেওঁ দুয়োটাৰ মাজত এটা সুপ্ত সম্পৰ্কৰহে ( underground connection ) পোষকতা কৰিছিল।

কলা-সাহিত্যৰ শেষ লক্ষ্য বা উদ্দেশ্যৰ ( Terminal Value ) ধাৰণাটো প্ৰাচীন কালতে উদ্ভাৱন হৈ 'ৰেনেছাঁৰ' সময়ছোৱাত বিভিন্ন 'ক্লাছিকেল' সূত্ৰৰ পৰিপ্ৰেক্ষিতত গুৰুত্বপূৰ্ণ হৈ পৰিছিল। আৰু এই সময়তে নীতিশিক্ষা প্ৰদানতকৈ ( Teaching ) আনন্দ প্ৰদানহে ( Pleasing ) কলা-সাহিত্যৰ শেষ লক্ষ্য বুলি গণ্য কৰা হৈছিল। আনহাতে ৰোমান কবি হ'ৰাচ, ইংৰাজ সৈনিক কবি চিদ্নী আৰু কবি সমালোচক ড্ৰাইডেনে শিক্ষা প্ৰদান আৰু আমোদ প্ৰদান—দুয়োটাই কাব্য-সাহিত্যৰ লক্ষ্য

বুলি ধাৰণা কৰিছিল। আনন্দ প্ৰদানেই (Pleasing) যে কলা-সাহিত্যৰ প্ৰধান লক্ষ্য এই ধাৰণাটো শক্তিশালী হৈ পৰিছিল ছাফটেছ-বেৰী প্ৰমুখ্যে বৃটিছ লেখক আৰু ডেডৰেট, চুলজাৰ প্ৰমুখ্যে আন ফৰাছী আৰু জাৰ্মান লেখকৰ সক্ৰিয় সমৰ্থনত। আৰু বিখ্যাত জাৰ্মান দাৰ্শনিক ক্যাণ্টৰ মতাদৰ্শৰ পৰিপ্ৰেক্ষিতত এই ধাৰণাটোৱেই ক্ৰমে 'কলা কৈবল্যবাদ'ৰ স্পষ্ট ৰূপত আত্মপ্ৰকাশ কৰিছিল। খ্যাতনামা ফৰাছী চিন্তাবিদ বেঞ্জামিন কনষ্টাণ্টে 'আৰ্ট ফৰ আৰ্টচ চেক' শব্দটো কেনেকৈ ক্যাণ্টৰ মতাদৰ্শৰ পৰিপ্ৰেক্ষিতত সম্প্ৰসাৰিত হৈ বিস্তৃতি লাভ কৰিছিল তাৰ এটা বিশদ আলোচনা আগবঢ়াইছে। উল্লেখযোগ্য যে ক্যাণ্টৰ মতাদৰ্শৰ আলমত গঢ় লৈ উঠা আন কলাত্মক ধাৰণা সমূহ হৈছে— জাৰ্মান এয়েষ্থেটিকচ, স্বতন্ত্ৰতা, নিৰ্লিপ্ততা (Detachment)। ক্যাণ্টে তেওঁৰ 'ক্ৰিটিক অব জাজমেণ্ট' গ্ৰন্থত সাধাৰণ সৌন্দৰ্য্যতত্ত্ব (General Aesthetics) আৰু কলাত্মক সৌন্দৰ্য্যতত্ত্ব (Literary Aesthetics) ওপৰত সম্যক ধাৰণা আগবঢ়াইছে। ক্যাণ্টৰ মতে সৌন্দৰ্য্যবোধৰ আধাৰত, বৈজ্ঞানিক বা ব্যৱহাৰিক বস্তু-বাদৰ দূৰত্বত মানুহে মানসিক আৰু শাৰীৰিক দিশত এক সু-সমন্বয় লাভ কৰে আৰু এই সৌন্দৰ্য্যবোধেই মানৱজীৱনৰ সুস্থ নীতিবোধৰ প্ৰতীক ৰূপত ধৰা দিয়ে —The symbol of morally good। ক্যাণ্টে সৌন্দৰ্য্যতত্ত্ব ( Aestheticism ) গুৰুত্ব দৃঢ়তাৰে উত্থাপন কৰি কলা-সাহিত্যক নীতি-নিৰ্দেশক (Didactic) ধাৰণাৰ পৰা পৃথক বৈশিষ্ট্য প্ৰদান কৰিছে। সৌন্দৰ্য্যতত্ত্ব আৰু 'কলা কৈবল্যবাদ'ৰ আলোচনা প্ৰসঙ্গত আন এটা উল্লেখনীয় নাম হৈছে চাৰ্লচ ব'ডালেয়াৰ ( Charles Baudelaire ), এই খ্যাতনামা ফৰাছী কবি সমালোচক জনৰ কলাত্মক সৌন্দৰ্য্যবোধৰ ( Aestheticism ) প্ৰতি থকা দুৰ্বলতা সত্ত্বেও কলা-সাহিত্য আৰু নৈতিকতা ( Art and Morality ) সম্পৰ্কে এটা ভিন্ন মত পোষণ কৰিছিল আৰু এই সন্দৰ্ভত তেওঁৰ অভিমত নিশ্চিত ভাৱেই 'কলা কৈবল্যবাদী' ধাৰণাৰ বিৰোধী আছিল—

"The childish utopianism of the School of Art for Art's sake in ruling out morals was doomed to sterility. Art for Art's sake was a flagrant defiance of human nature. Morality does not appear with a formal title. Morality simply penetrates and blends itself with art as completely as with life. The poet is a moralist inspite of himself…" অৰ্থাৎ নৈতিকতা পৰিহাৰ কৰা 'কলা কৈবল্যবাদী' ধাৰণাটো শিশুসুলভ, অবাস্তৱ আৰু মানৱ প্ৰকৃতিৰ বিৰুদ্ধবাদী ধাৰণা। নীতিবোধ, জীৱনবোধ আৰু কলাৰ মাজত সমন্বয়ৰ যোগসূত্ৰ অবিছিন্ন। অৱশ্যে সৌন্দৰ্য্যবোধ আৰু কলা-সাহিত্যৰ আৰু নৈতিকতাৰ প্ৰতি ব'ডালেয়াৰৰ দৃষ্টি-ভঙ্গী আৰু আৰ্ণল্ড, শেলী, বাৰ্ণাডশ্ব বা টলষ্টয়ৰ দৃষ্টিভঙ্গীৰ মাজত ব্যৱধান নথকা নহয়। উল্লেখযোগ্য যে সৌন্দৰ্য্যবোধ ( Sense of Beauty ) সম্পৰ্কে ব'ডালেয়াৰৰ দৃষ্টিভঙ্গীৰ এটা ঐতিহাসিক গুৰুত্ব আছে। ব'ডালেয়াৰৰ মতে সৌন্দৰ্য্যবোধ সম্পৰ্কে বহুতো ভ্ৰান্ত ধাৰণা ১৮ শতিকাত প্ৰাধান্য লাভ কৰা নৈতিকতা ( Morality ) সম্পৰ্কে ভ্ৰান্ত ধাৰণাৰ পৰা উদ্ভূত। এই সময়ত সকলো সুন্দৰ আৰু সত্যৰ উৎস প্ৰকৃতি বুলি গণ্য কৰা হৈছিল। কিন্তু ইয়াৰ বিপৰীতে প্ৰকৃতিৰ নেতিবাচক (Negative) আৰু অন্ধকাৰ দিশটোৰ প্ৰতিহে ব'ডালেয়াৰ সচেতন হৈ পৰিছিল। তেওঁৰ এটা কবিতা 'এপিলগ'ত (Epilogue) এই চেতনাৰ মূৰ্ত্ত প্ৰতিফলন হৈছে। উল্লেখযোগ্য যে ব'ডালেয়াৰৰ অভ্যুদয়ৰ পিছতে ফ্ৰান্সত সৌন্দৰ্য্যতত্ত্বৰ ধাৰণা বহু পৰিমাণে দুৰ্বল হৈ পৰে আৰু ফলস্বৰূপে ১৯ শতিকাৰ মাজভাগত 'কলা কৈবল্যবাদী' ধ্যান-ধাৰণাৰ কেন্দ্ৰ ইংলণ্ডলৈ স্থানান্তৰিত হয়।

ইংলণ্ডত 'এয়েস্থেটিকচ'ৰ ধাৰণা সম্প্ৰসাৰিত .হয় কীটছ, টেনিছন, ৰছেটি আদি ৰোমাণ্টিক আৰু 'প্ৰিৰাফেলাইট' কবি সকলৰ যোগেদি। কিন্তু ইয়াৰ মাজতে আন এজন ৰোমাণ্টিক কবি মেথিউ আৰ্ণল্ডে কাব্য সাহিত্য সম্পৰ্কে এটা নতুন সূত্ৰ

আগবঢ়ায়। তেওঁৰ মতে সাহিত্য বিশেষ ভাবে কাব্য-সাহিত্য জীৱনৰ সমালোচনা (Criticism of life) হোৱা উচিত। এই সম্পৰ্কে বিস্তৃত ব্যাখ্যা ডাঙি ধৰি 'প্ৰিফেচ টু ওৱাৰ্ডচৱাৰ্থ' তেওঁ লিখিছে—

'A poetry of revolt against moral idea is a poetry of revolt against life, a poetry of indifference towards moral ideas is a poetry of indifference towards life'. মুঠতে আৰ্ণল্ডে কাব্য সাহিত্যত নীতিবোধ আৰু মানৱজীৱনৰ সহৱৰ্তীতাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। অৱশ্যে এই শতিকাৰ শেহৰ তিনিটা দশকত 'কলা কৈৱল্যবাদী' ধাৰণাটো সবল হৈছিল আগতেই উল্লেখিত পেটাৰ, ছুইচনাৰ, অস্কাৰ ৱাইল্ড আদিৰ সক্ৰিয় সমৰ্থন আৰু প্ৰচেষ্টাত। ১৯ শতিকাৰ 'এয়েস্থেটিক্‌চ' সকলে কলা-সাহিত্যৰ বিষয়বস্তু (Subject matter) আৰু ৰচনাশৈলীক (Form) সম্পৰ্কে নিজস্ব ধ্যান-ধাৰণা পোষণ কৰিছিল। অস্কাৰ ৱাইল্ডৰ মতে ৰচনাশৈলী বা প্ৰকাশ ভঙ্গীয়েই সাহিত্যৰ সৰ্বস্ব (Form is every thing)। আনহাতে কুৰি শতিকাৰ প্ৰথম দশকটোত 'আৰ্ট ফৰ আৰ্টচ চেক' মতাদৰ্শৰ পোষকতা কৰিছিল 'গ্ৰাফিক আৰ্টৰ' প্ৰবক্তা আৰু অনুগামী সকলে। এওঁলোকে কলা-সাহিত্যৰ ৰচনাত্মক দিশটোৰ উপৰিও আবেদনৰ সীমাবদ্ধতাৰ (Exclusiveness of Appeal) ওপৰত গুৰুত্ব আৰোপ কৰিছিল। কিন্তু এই শতিকাৰে এজন বিশিষ্ট ইংৰাজ নাট্যকাৰ জৰ্জ বাৰ্ণাডশ্বৰ মতাদৰ্শ স্পষ্টভাৱেই 'কলা কৈৱল্যবাদ' বিৰোধী আছিল। তেওঁ নিজেই ব্যক্ত কৰিছিল—

'For art for art's sake I would not have written a single line' অৰ্থাৎ কেৱল কলাৰ বাবেই কলাৰ খাতিৰত মই এটা বাক্যও নিলিখিলোহেঁতেন আৰু বাৰ্ণাডশ্বৰ এই অভিব্যক্তিৰ প্ৰতিফলন তেওঁৰ সমস্ত ৰচনাৰাজিৰ মাজত অনুধাৱন কৰিব পাৰি।

এনেদৰে কলা-সাহিত্যৰ লক্ষ্য বা উদ্দেশ্য সম্পৰ্কে বিভিন্ন ব্যাখ্যা আৰু বিশ্লেষণ আগবঢ়োৱা হৈছে আৰু এই ব্যাখ্যা

বিশ্লেষণ সমূহ বহুপৰিমাণে জাৰ্মান ৰোমাণ্টিক আদৰ্শবাদ আৰু ফৰাচী সৌন্দৰ্য্যতত্ত্বৰ আধাৰত গঢ় লৈ উঠিছিল। ক্ৰমে এই বিভিন্ন ব্যাখ্যা আৰু বিশ্লেষণ সমূহৰ মাজত এক সমন্বয়ৰ প্ৰয়োজন অনুভৱ কৰা হৈছিল ঐতিহাসিক কাৰণত আৰু ৰাষ্ট্ৰীয় আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত পৰিবৰ্তিত সমাজ ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত। ফলস্বৰূপে ১৯ শতিকাৰ মাজ ভাগত দুটা নতুন মতাদৰ্শই প্ৰসাৰতা লাভ কৰে—ৰিয়েলিজম (Realism) আৰু নেচাৰেলিজম (Naturalism)। কলা সাহিত্যত এই দুটা মতাদৰ্শৰ পোষকতা কৰিছিল ফৰাচী ঔপন্যাসিক ফ্লবাৰ্ট, জোলা আৰু মোপাছাই। এওঁলোকে উপন্যাস সমূহত সমসাময়িক সামাজিক সমস্যাৰ ওপৰত আলোকপাত কৰিছিল আৰু সমাজ বিজ্ঞান (Social Science) আৰু মনস্তত্ত্ব (Psychology) আধাৰত উপন্যাসৰ ঘটনা প্ৰবাহ আৰু চৰিত্ৰ সমূহ উপস্থাপন কৰাত মনোনিবেশ কৰিছিল। কিন্তু এই শতিকাৰ শেহৰফালে এই দুটা মতাদৰ্শৰ বিৰুদ্ধে আমেৰিকাত বিৰূপ প্ৰতিক্ৰিয়া আৰম্ভ হয় আৰু আমেৰিকান সমালোচক ফ্ৰেংক নৰিচৰ মতে যদিও এমিল জোলাক 'ৰিয়েলিষ্ট বা নেচাৰেলিষ্ট' গোষ্ঠীৰ ঔপন্যাসিক বুলি অভিহিত কৰা হৈছে তথাপি প্ৰকৃতাৰ্থত তেওঁক 'ৰোমাণ্টিচিজম'ৰ প্ৰবক্তা বুলিহে চিহ্নিত কৰিব পাৰি।

এনেদৰে এই মতাদৰ্শ সমূহৰ পশ্চাদসৰণৰ পৰিপ্ৰেক্ষিতত জাৰৰ আমোলৰ ৰাছিয়াত কলা-সাহিত্যৰ এক সমাজ বাস্তৱবাদী প্ৰচাৰধৰ্মী দৃষ্টিভঙ্গী (Art Real and Social—Art as a propaganda) গঢ় লৈ উঠে সমসাময়িক ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিৰ আলমত আৰু এই দৃষ্টিভঙ্গী সম্প্ৰসাৰিত হয় একাধিক সমাজ সচেতন ঔপন্যাসিকৰ লেখাৰ যোগেদি। আনহাতে জাতীয় বা ৰাষ্ট্ৰীয় ভাবাদৰ্শৰ প্ৰতিফলন ঘটে বিশিষ্ট ৰুছ চিন্তাবিদ বেলেন্স্কিৰ লেখা সমূহত। উল্লেখযোগ্য যে বৰ্তমান শতিকাৰ মাৰ্ক্সীয় সমালোচক সকলে এতিয়াও বেলেন্স্কিৰ নামটো শ্ৰদ্ধাৰে স্মৰণ কৰে। বেলেন্স্কি আৰু তেওঁৰ অনুগামী সকলে পুস্কিন, গগল, টুৰ্গেনভ, ডষ্টেয়ভস্কি, টলষ্টয়ৰ লেখা সমূহ সমাজ বাস্তৱতাৰ কঠোৰ মানদণ্ডেৰে পৰ্য্যালোচনা কৰিবলৈ আৰম্ভ

কৰে। ব্লেনেস্কিৰ এজন প্ৰধান অনুগামী ডব্লিউভবে সাহিত্যত লেখকৰ স্বকীয় ভাবাদৰ্শতকৈ সামাজিক আদৰ্শৰ প্ৰতিফলনৰ ওপৰতহে সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছিল। ব্লেনেস্কিৰ আন এজন অনুগামী পিছাৰেভে 'কুখ্যাত' বুলি অভিহিত তেওঁৰ এখন ৰচনা 'দি ডেচট্ৰাকচন অৱ এয়েস্থিটিকচ্'ত (The Destruction of Aesthetics) সৌন্দৰ্যতত্ত্বক মনস্তত্ত্ব (Psychology) বা স্বাস্থ্য-বিজ্ঞান (Hygine)ৰ পৰ্যায়ভুক্ত কৰি লিখিছে - সকলো স্বাস্থ্যবান আৰু স্বাভাবিক ব্যক্তিয়েই সুন্দৰ [Every healthy and normal person is beautiful ] তেওঁৰ এই অভিব্যক্তি প্ৰচলিত সৌন্দৰ্যতত্ত্ব বা সৌন্দৰ্যবোধৰ ধাৰণাৰ এটা প্ৰত্যাহ্বানৰ স্বৰূপ হৈ পৰিছিল। যদিও ফৰাছী প্ৰত্যক্ষবাদী (Positivists) চেইণ্ট চাইমন, কমূটে আদিৰ তুলনাত এই ৰুছ লেখক সকলৰ কলা-সাহিত্যৰ উদ্দেশ্য বা লক্ষ্য সম্পৰ্কে ধাৰণা সীমাবদ্ধ আছিল তথাপি তেওঁলোকৰ দৃষ্টিভঙ্গীয়ে সাহিত্যৰ এটা নতুন দিশ উন্মোচন কৰিবলৈ সমৰ্থ হয়। ব্লেনেস্কিৰ সহযোগী সকলৰ আলোচনাত নিয়ন্ত্ৰিত বস্তুবাদ (Deterministic Materialism) ৰুচিসম্পন্ন স্বাধিকাৰ (Enlightened Egoism) আৰু সুখদায়ক ব্যৱহাৰিক-বাদৰ (Hedonistic Utilitarianism) লগত সমাজ সংস্কাৰধৰ্মী বৈপ্লৱিক আদৰ্শবাদৰ এক সমন্বয় পৰিলক্ষিত হয়।

১৯ শতিকাৰ সমাজ বাস্তৱতাৰ আধাৰত গঢ়লৈ উঠা কলা-সাহিত্যৰ নতুন দৃষ্টিভঙ্গীৰ প্ৰতিভূৰূপে ৰাচিয়াৰ সমাজ জীৱনত বিশেষ প্ৰাধান্য লাভ কৰা আৰু তাৰ লগে লগে ইংৰাজ মান-সিকতা কিছু পৰিমাণে প্ৰভাবান্বিত কৰা ব্যক্তি জন হৈছে লিয়টলষ্টয়। ১৮৯৮ চনত তেওঁৰ What is Art নামৰ গ্ৰন্থখন ৰুছ আৰু ইংৰাজী দুয়োটা ভাষাতে একেসময়তে প্ৰকাশিত হয়। গ্ৰন্থখনে ইংলণ্ডৰ পঢ়ুৱৈৰ মনত এক নতুন অন্তৰ্দৃষ্টি, বিশ্লেষণ আৰু বিশ্বাসযোগ্যতাৰ সৃষ্টি কৰে আৰু সাহিত্য-সংস্কৃতিৰ নবলব্ধ চেতনাৰ পৰিপ্ৰেক্ষিতত স্বদেশত প্ৰভূত সমাদৰ লাভ কৰে। কলা-সাহিত্যৰ তাত্ত্বিক দিশত টলষ্টয়ৰ ধাৰণা স্পষ্টভাৱে 'সৌন্দৰ্যতত্ত্ব' বিৰোধী (Anti aesthetic) আছিল। উল্লেখযোগ্য যে টলষ্টয়ৰ

আক্ৰমণাত্মক সমালোচনাৰ পৰা বিশিষ্ট কবি, নাট্যকাৰ, চিত্ৰশিল্পী ডাণ্টে, ছেক্সপীয়েৰ, মিল্টন, গেটে, মাইকেল এঞ্জেলা', ৰাফেল, বিথভান আদিৰ কাব্য-নাটক আৰু চিত্ৰ শিল্পৰ লগতে নিজৰ উপন্যাস সমূহেও অব্যাহতি পোৱা নাছিল। আনকি কোনো অনুকম্পাৰ বশৱৰ্তী নোহোৱাকৈ তেওঁ নিজৰ বিষয়েও লিখিছিল— ভ্ৰান্তশিক্ষা প্ৰসূত বিকাৰগ্ৰস্ত ৰুচিবোধৰ ব্যক্তি সকলৰ ভিতৰৰে মইয়ো এজন—(I belong to the class of people whose taste has been perverted by false training) আনহাতে নাট্যকাৰ ছেক্সপীয়েৰ সম্পৰ্কে টলষ্টয়ৰ অভিমত অতিশয় কঠোৰ আৰু শ্লেষাত্মক হৈ পৰিছিল। যেনে—'What ever people may say, howsoever they may be enraptured by Shakespeare's works, whatever merit they may attribute to him it is certain that he was not an artist, and that his works are not artistic productions (Shakespeare and the Drama : Tolstoy on Art) অৰ্থাৎ, টলষ্টয়ৰ মতে, উইলিয়াম ছেক্সপীয়েৰক এজন কলাকাৰ বা তেওঁৰ নাটক সমূহক কলাত্মক সৃষ্টি বুলি কব নোৱাৰি। ছেক্সপীয়েৰৰ বিৰুদ্ধে টলষ্টয়ৰ প্ৰধান অভিযোগ হৈছে—তেওঁৰ নাটক সমূহত সমকালীন সামাজিক প্ৰমূল্যৰ বিকৃত প্ৰতিফলন, সামন্তবাদৰ প্ৰতি শ্ৰদ্ধানুৰাগ আৰু শ্ৰমজীৱি মানুহৰ প্ৰতি উদাসীন মনোভাব। সেইদৰে ব'ডালেয়াৰ, ভাৰলিন, মেটাৰলিংক আদিৰ কাব্য-সাহিত্য টলষ্টয়ে কঠোৰ ভাবে সমালোচনা কৰিছিল। [অৱশ্যে টলষ্টয়ৰ এনে সমালোচনা আন সমালোচকৰ দৃষ্টিত বিতৰ্ক বা বিবাদৰ উৰ্ধ্বত বুলি কব নোৱাৰি আৰু অন্ততঃ ছেক্সপীয়েৰৰ সম্পৰ্কে তেওঁৰ ধাৰণা হয়তো বহুতৰ বাবেই গ্ৰহণযোগ্য নহব।]

কলা কৈবল্যবাদী ধাৰণাৰ বিৰোধীতা আৰু ইয়াৰ পৰিবৰ্তে প্ৰচাৰধৰ্মী বা উদ্দেশ্যধৰ্মী সাহিত্যৰ পোষকতা কৰা টলষ্টয়ৰ মতাদৰ্শই প্ৰত্যক্ষভাৱে বাহিৰাত মাৰ্ক্সীয় সাহিত্য সমালোচনা আৰু বিক্ষিপ্তভাৱে ইংলণ্ড আৰু আমেৰিকাত সাহিত্য-আলোচনাৰ ধাৰা

প্ৰভাৱান্বিত কৰে। আৰু টলষ্টয়ৰ পিচতে বহু সমালোচনা সাহিত্যত দ্বন্দ্বাত্মক বস্তুবাদৰ (Dialectical Materialism) দিশটোৱে প্ৰসাৰ লাভ কৰে। এই বহু সাহিত্য-সমালোচক সকলৰ দৃষ্টিত ধৰা পৰা দুটা বৈশিষ্ট্যপূৰ্ণ দিশ হৈছে - ১) ১৯ শতিকাৰ ইংৰাজী কাব্য-সাহিত্যত কলাকাৰ আৰু 'বুৰ্জোৱা' সমাজ ব্যৱস্থাৰ মাজৰ বৰ্দ্ধিত ব্যৱধান আৰু ২) ইংৰাজী আধুনিক কবিতাৰ পথ প্ৰদৰ্শক বুলি খ্যাত টি, এচ. এলিয়টৰ কবিতাত ইতিহাস ভিত্তিক সামাজিক বাস্তৱতা পৰিহাৰ কৰি স্বকীয় কাব্যিক অনুভূতি, অভিজ্ঞতা তথা সৌন্দৰ্য্যবোধৰ হস্তীদন্ত নিৰ্মিত প্ৰাচীৰৰ (Ivory Tower) মাজত অৱস্থান কৰাৰ মানসিকতা। তদুপৰি দুজন বহু সমালোচক জৰ্জপ্লেখনভ আৰু লিয়ন ট্ৰটস্কিয়ে ক্ৰমে Art and Society আৰু Literature and Revolution গ্ৰন্থত নতুন কবি আৰু কবিতাৰ সমাজ বাস্তৱতাৰ পৰা বিচ্ছিন্নতা (Isolation) সম্পৰ্কে আলোচনা আগবঢ়াইছে। মুঠতে মাৰ্ক্সীয় সাহিত্য সমালোচনাত ব্যক্তিবাদ, প্ৰতীকবাদ, কলাত্মক নিৰ্লিপ্ততা-বাদৰ পৰিবৰ্তে সমাজ বাস্তৱতাৰ আধাৰত কলা-সাহিত্যত 'সামাজিক দায়বদ্ধতাৰ' মতাদৰ্শৰ পোষকতা কৰা হৈছে আৰু সামগ্ৰিকভাবে সমগ্ৰ মানৱ সমাজখনেই কলা-সাহিত্যৰ বিষয়বস্তু বুলি গণ্য কৰা হৈছে—Under Marxism society itself becomes the work of Art.

আমেৰিকা যুক্তৰাষ্ট্ৰত মাৰ্ক্সীয় দৰ্শনৰ আধাৰত সাহিত্য আলোচনা আৰু সমালোচনাৰ প্ৰতিধ্বনি শুনা যায় কুৰি শতিকাৰ প্ৰথম দশকটোত আৰু মাইকেল গল্ড, যচেফ ফ্ৰিমেন, আৰু ভি, এফ, কেলভাৰটন আদি এই নতুন ধাৰা টোৰ প্ৰধান প্ৰতিনিধি। ফ্ৰিমেনৰ Proletarian Literature in the united states, গল্ডৰ Newmasses আৰু কেলভাৰটনৰ Modern Quarterly আদি এই সময়তে প্ৰকাশিত হয়। এই সমালোচক সকলে ইংৰাজ ঔপন্যাসিক হৰ্থন, জেমচ, জইচ, আৰু কবি টি, এচ, এলিয়টৰ সাহিত্য-সৃষ্টি বিভ্ৰান্তিকৰ আৰু সংযোগবিহীন (Misleading and uncommunicative) বুলি অভিহিত কৰে আৰু ইমাৰছন,

হুইটমেন আদি কবিকহে প্ৰকৃতাৰ্থত জনজীৱন আৰু সমাজ-জীৱনৰ কলাকাৰ বুলি স্বীকৃতি দিয়ে। এই সময়ছোৱাতে প্ৰকাশিত আন এখন উল্লেখযোগ্য গ্ৰন্থ হৈছে লুই পেৰিংটনৰ 'মেইন কাৰেণ্টচ ইন আমেৰিকান থত' (Main currents in American Thought)। এই গ্ৰন্থখনত সাহিত্য-সৃষ্টি আৰু ভাবাদৰ্শৰ মাজত সমন্বয়ৰ ওপৰত আলোচনা কৰা হৈছে আৰু কলা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত মুক্ত আৰু জেফাৰচনিয়ান অৰ্থ-নৈতিক সিদ্ধান্তৰ পৰিবৰ্তে নিয়ন্ত্ৰিত অৰ্থনীতিৰ ইতিবাচক ভূমিকা সম্পৰ্কে ব্যাখ্যা আগবঢ়োৱা হৈছে। কিন্তু এই সময়তে The Masses গ্ৰন্থৰ সম্পাদক মেক্স ইষ্টমেন আৰু তেওঁৰ কেইবাজনো সহযোগীয়ে সমাজ বাস্তৱতাৰ তাত্ত্বিক বা বৈজ্ঞানিক দিশটো পৰিহাৰ কৰি প্ৰত্যক্ষ ইন্দ্ৰিয়ানুভূতিক অনুধাৱন আৰু অভিজ্ঞতাৰ আধাৰত এক বিকল্প সাহিত্য-সৃষ্টিৰ পোষকতা কৰিছে যি সাহিত্যই স্বাভাৱিকতে কলা-কৈবল্যবাদী (Art for Art's Sake) সাহিত্য-সৃষ্টিৰ পথকে প্ৰশস্ত কৰিছে।

কলা-সাহিত্য সম্পৰ্কে এই দুই পৰস্পৰ বিৰোধী মতাদৰ্শৰ মাজত নিৰপেক্ষ ভাবে অৱস্থান কৰি স্বকীয় মতাদৰ্শ আগবঢ়োৱা সমালোচকৰ ভিতৰত বিশেষ ভাবে উল্লেখনীয় দুজন হৈছে— জাৰ্মান কবি সমালোচক শ্লেগেল আৰু ফৰাছী চিন্তাবিদ পেইন। এওঁলোকৰ ধাৰণাত কলা-সাহিত্যৰ উৎস হৈছে সমাজ আৰু এই দৃষ্টিত সাহিত্য হৈছে সামাজিক সৃষ্টি (Social product)। আনহাতে ইংৰাজ কবি সমালোচক কুলেৰিজৰ মতে 'এজন মহৎ কবি আৰু এজন দাৰ্শনিকৰ মাজত বিভিন্নতা নাই।' [No man was ever yet a poet without being at the sametime a profound philosopher] আৰু এই ক্ষেত্ৰত কবি আৰু দাৰ্শনিক জনৰ অৱস্থান সমানেই গুৰুত্বপূৰ্ণ। আনহাতে এজন ব্যক্তিৰ সামগ্ৰিক মানসিকতাৰ পৰা বুদ্ধিমত্তা (Intellect), অন্তৰ্দৃষ্টি (Intuition), অনুভূতি (Emotion), ইচ্ছাশক্তি (Willforce), আদি উপাদান সমূহ বিভিন্নতা সত্বেও সম্পূৰ্ণ ভাবে বিছিন্ন কৰিব নোৱাৰি। গতিকে সাম্প্ৰতিক কালৰ এজন বিশিষ্ট

সমালোচক স্কট জেমচৰ ভাষাতে কবলৈ হ'লে এই ভিন্ন মুখী বৈশিষ্ট্যসম্পন্ন মানসিকতাই কলা-সাহিত্যৰ সৃষ্টিৰ উৎস—নহলে বিভিন্ন সাহিত্যত স্রষ্টাৰ জীৱনদৰ্শন বা দাৰ্শনিক তত্ত্বৰ উপস্থাপন, বুৰঞ্জী সাহিত্যত কলাত্মক আৰু বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ সংযোজন বা কোনো এটা বিশেষ ভাবাদৰ্শৰ আধাৰত কলাত্মক আবেদন সম্পন্ন যুগজয়ী মহৎ সাহিত্য-সৃষ্টি সম্ভৱ নহ'লহেঁতেন।

[ইংৰাজী 'Aestheticism' শব্দটোৰ প্ৰতিশব্দ অসমীয়া, বঙালী আৰু হিন্দী সাহিত্যত 'নন্দনতত্ত্ব' আৰু 'সৌন্দৰ্য্যশাস্ত্ৰ' বুলি উল্লেখ কৰা হৈছে। এই প্ৰবন্ধটোত এই শব্দটো একেটা অৰ্থতে 'সৌন্দৰ্য্যতত্ত্ব' বা 'সৌন্দৰ্য্যবোধ' ৰূপে ব্যৱহৃত হৈছে]

---

# পাশ্চাত্য কলা-সাহিত্যৰ কেইটামান
## ঃ মতাদৰ্শ ঃ

বিভিন্ন দাৰ্শনিক তত্ত্বৰ আধাৰত গঢ়ি উঠা সংখ্যাধিক মতাদৰ্শ বা মতবাদে (Ism) পাশ্চাত্যৰ কলা সাহিত্য বিভিন্ন সময়ত বিভিন্ন পৰ্য্যায়ত প্ৰভাৱান্বিত কৰিছে আৰু এই মতাদৰ্শ সমূহৰ প্ৰভাৱ আন দেশীয় সাহিত্যতো কম বেছি পৰিমাণে পৰিলক্ষিত হৈছে। এনে কেইটামান মতাদৰ্শৰ পৰিচয়মূলক আলোচনা এই নিবন্ধত আগবঢ়োৱা হৈছে।

ক্লাছিচিজম (Classicism) ঃ ১৭ শতিকাৰ মাজভাগত ইংলণ্ডৰ সাহিত্য ক্ষেত্ৰত এক নতুন মতাদৰ্শৰ বিকাশ হয়। এই শতিকাৰে আগছোৱাত ইংৰাজী কাব্য সাহিত্যত জনচন, জৰ্জ হাৰ্বাট, ৰিচাৰ্ড ক্ৰেছ আৰু এব্ৰাহাম কাউলে, আদিৰ প্ৰচেষ্টা আৰু সহযোগিতাত গঢ়ি উঠা 'মেটা-ফিজিকেল' (Mataphysical) কাব্য-গোষ্ঠীৰ বিলুপ্তি ঘটে। আৰু ইয়াৰ পিচতে সৃষ্টি হোৱা শূন্যতা বা অস্থিৰতাৰ পৰিবেশৰ মাজতে ইংৰাজ নাট্যকাৰ সমালোচক বেনজনচনে এক নতুন চেতনাৰ সঞ্চাৰ কৰে। পূৰ্ববৰ্ত্তী 'এলিজাবেথেন' সকলে গ্ৰীক আৰু লেটিন সাহিত্যৰ পৰাই তেওঁলোকৰ সাহিত্য সৃষ্টিৰ সমল বিচাৰি পাইছিল। আনহাতে বেনজনচনে এই প্ৰাচীন সাহিত্যৰ ৰচনা শৈলীৰ আলমতে সাহিত্য-সৃষ্টিৰ এক নতুন দৃষ্টিভঙ্গীৰ সূচনা কৰে। আৰু এই দৃষ্টিভঙ্গীৰ প্ৰধান বৈশিষ্ট্য আছিল শৃঙ্খলাবিহীন অনুভূতি প্ৰৱণতা বা অনিয়ন্ত্ৰিত কল্পনাবিলাসৰ পৰিবৰ্তে নীতি-নিয়ম আৰু কঠোৰ অনুশাসনৰ প্ৰবৰ্তন। সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত বেনজনচনে পোষকতা কৰা এই নতুন চেতনা আন এটা ঐতিহাসিক ঘটনাৰ পৰিপ্ৰেক্ষিতত সবল হৈ পৰিছিল। এই ঘটনাটো হৈছে - পিতৃৰ মৃত্যুদণ্ডৰ পিচত ইংলণ্ডৰ ৰজা দ্বিতীয় চাৰ্লচৰ ফ্ৰান্সত সুদীৰ্ঘ

সময়ৰ বাবে অৱস্থান কালত ইংলণ্ডৰ ৰাজসভাত (Royal court) ফৰাচী সাহিত্য সংস্কৃতিৰ প্ৰভাৱৰ প্ৰতিফলন ঘটিছিল, সাহিত্যৰ বিভিন্ন ক্ষেত্ৰত যেনে—নাটক, কমেডি, মহাকাব্য, ব্যঙ্গ সাহিত্য, আৰু সমালোচনা সাহিত্যত ক্ৰমে চেনেকা, টেৰেনচ্, ভাৰ্জিল, জুভেনল আৰু ইৰাচৰ লেখাৰ প্ৰভাৱ পৰিছিল। 'ক্লাছিকেল' সাহিত্যৰ আন বৈশিষ্ট্যসমূহ আছিল—ভাব-ভাষা আৰু প্ৰকাশ-ভঙ্গীৰ আড়ম্বৰ বা অভিনৱত্বৰ পৰিবৰ্তে যুক্তি বিবেচনাপ্ৰসূত শুদ্ধতা আৰু সংক্ষিপ্ততাৰ প্ৰবৰ্তন, কাব্য সাহিত্যত ভাবাবেগতকৈ বুদ্ধিমত্তাৰ (Intellect) প্ৰাধান্য আৰু সমাজ জীৱনৰ বিভিন্ন ক্ষেত্ৰত প্ৰয়োজনীয় সংস্কাৰ সাধনৰ বাবে কলা-সাহিত্যৰ নৈতিক দায়িত্ব বা লক্ষ্য (Didactic Aim) আৰু এই লক্ষ্য সাধনৰ বাবে উইট্, ব্যঙ্গ, বিদ্ৰূপৰ প্ৰয়োগ। আনহাতে প্ৰকৃতি আৰু গ্ৰাম্য জীৱনতকৈ চহৰ আৰু চহৰীয়া জীৱনহে 'ক্লাছিকেল' সাহিত্যৰ বিষয়বস্তু হৈ পৰিছিল আৰু 'কফিহাউচ' বোৰ (Cofee house) সাহিত্য আলোচনা সমালোচনাৰ প্ৰধান কেন্দ্ৰ হৈ পৰিছিল। উল্লেখযোগ্য যে, এই সময়ছোৱাতে লণ্ডন চহৰত প্ৰায় তিনি হেজাৰ 'কফি হাউচ' স্থাপন হৈছিল। 'ক্লাছিকেল' সাহিত্যক পোষকতা কৰা নতুন দৃষ্টিভঙ্গীৰ গুৰুত্ব অনুধাবন কৰিব পাৰি আলেকজেণ্ডাৰ পোপৰ দ্বাৰা উদ্ভাৱিত বাক্যটোৰ প্ৰকৃতিৰ প্ৰণালীবদ্ধকৰণ (Nature methodised) যোগেদি। অৱশ্যে সাহিত্যৰ আন মতাদৰ্শৰ দৰে 'ক্লাছিকেল' মতাদৰ্শৰ প্ৰতিও কালক্ৰমে বিৰূপ প্ৰতিক্ৰিয়া সৃষ্টি হবলৈ ধৰে। যেনেদৰে 'মেটাফিজিকেল' সকলৰ হাতত 'এলিজাবেথেন' সাহিত্যৰ প্ৰমূল্যসমূহ প্ৰত্যাখ্যান হৈছিল তেনেদৰে ড্ৰাইডেন আৰু আলেকজেণ্ডাৰ পোপৰ পৰৱৰ্তী কালত তেওঁলোকৰ অনুগামীসকলে ক্ৰমে 'ক্লাছিচিজম'ৰ মূলনীতি নিৰ্দেশনা উলংঘা কৰিবলৈ আৰম্ভ কৰিছিল আৰু ফলস্বৰূপে এওঁলোকৰ হাতত কলা (Art) এটা কলাত্মক কৌশল (Artifice) লৈ ৰূপান্তৰিত হৈছিল আৰু এনে এক অৱস্থাৰ পৰিপ্ৰেক্ষিততে 'ক্লাছিকেল' মতাদৰ্শৰ এক প্ৰত্যাহৰান আৰু প্ৰতিক্ৰিয়া ৰূপে কলা-সাহিত্যত 'ৰোমাণ্টিক' মতাদৰ্শৰ অভ্যুদয় ঘটে।

<u>ৰোমাণ্টিচিজম</u> <u>(Romanticism)</u> : প্ৰথম অৱস্থাত 'ক্লাছিচিজম' আৰু 'নিয়ক্লাছিচিজম'ৰ প্ৰতিক্ৰিয়াৰূপে উদ্ভাৱন হোৱা ১৯ শতিকাৰ মাজভাগত সমগ্ৰ ইউৰোপতে প্ৰসাৰ লাভ কৰা কলা সাহিত্যৰ এক মতাদৰ্শ। সাহিত্যত বিশেষকৈ কাব্য সাহিত্যত ভাব-ভাষা, ৰচনাৰীতিৰ ক্ষেত্ৰত পৰিবৰ্তনৰ পোষকতা কৰা এই মতাদৰ্শত কাব্য সাহিত্যৰ নিৰ্দিষ্ট 'টাইপ' যেনে 'হিৰয়িক কাপলেট' বা ফৰাচী 'আলেকজেণ্ড্ৰাইন'ৰ মাজতে সীমাবদ্ধ নকৰি নতুন 'টাইপ'ৰ উদ্ভাৱনাৰ দ্বাৰা পৰিসৰ বৃদ্ধি আৰু মধ্যযুগীয় সাহিত্য আৰু 'জনসাহিত্য'ৰ (Folk literature) পুনৰ উত্থানৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে। আনহাতে এই মতাদৰ্শৰ তাত্ত্বিক দিশটো ফৰাচী চিন্তানায়ক ৰুছো আৰু ঔপন্যাসিক ভিক্টৰ হিউগৰ চিন্তাধাৰাৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল আৰু ব্যক্তিবাদ বা ব্যক্তি স্বাতন্ত্ৰ্যৰ আদৰ্শই এই মতাদৰ্শৰ প্ৰধান বৈশিষ্ট্য হৈ পৰিছিল। ভিক্টৰ হিউগ'ই উল্লেখ কৰা দৰে 'সাহিত্যত ৰোমাণ্টিক আদৰ্শ এক স্বতন্ত্ৰতাৰ আদৰ্শ' (Romanticism is liberalism in literature) আনহাতে ওৱাল্টাৰ পেটাৰে ব্যক্ত কৰাৰ দৰে—সৌন্দৰ্য্যবোধৰ প্ৰতি আকৰ্ষণ আৰু অনুসন্ধিৎসুতা (Curiosity) ৰোমাণ্টিক মতাদৰ্শৰ আন উল্লেখযোগ্য বৈশিষ্ট্য।

কলা-সাহিত্যত 'ৰোমাণ্টিক' মতাদৰ্শৰ উদ্ভাৱন আৰু প্ৰসাৰৰ ঐতিহাসিক পটভূমিৰ বিষয়টো সমানেই গুৰুত্বপূৰ্ণ। প্ৰকৃততে এই মতবাদৰ আৰম্ভণি কেইটামান ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় ঘটনাক্ৰমৰ পৰিপ্ৰেক্ষিতত হৈছিল আৰু এই ঘটনাক্ৰমৰ কেন্দ্ৰ আছিল ফ্ৰান্স, জাৰ্মাণী আৰু ইংলণ্ড আদি দেশ সমূহ। ১৭৫০ চনত ফৰাচী চিন্তানায়ক ৰুছোৰ পুৰস্কাৰপ্ৰাপ্ত গ্ৰন্থ প্ৰকাশিত হয় য'ত তথাকথিত মানৱ প্ৰগতি (So called human progress) সম্পৰ্কে কটাক্ষপাট কৰা হৈছে। ইয়াৰ পিচতে ১৭৮১-৮৮ চনত প্ৰকাশিত ৰুছোৰ আন এখন গ্ৰন্থ "কনফেচনছ" খনে তেওঁৰ ভাবাদৰ্শৰ প্ৰভাব পশ্চিম ইউৰোপলৈ বিস্তাৰিত কৰে। ফলস্বৰূপে ইংলণ্ড আৰু জাৰ্মাণীত 'এলিজাবেথেন' নাট্যসাহিত্য আৰু 'জনসাহিত্য' (Folk Literature) পুনৰুদ্ধাৰৰ প্ৰচেষ্টা

আৰম্ভ হয়। অৱশ্যে জাৰ্মাণী আৰু ফ্ৰান্সত 'ৰোমাণ্টিক' মতাদৰ্শৰ প্ৰসাৰ সময় সাপেক্ষ হৈ পৰিছিল। কিন্তু ইংলণ্ডত এই আন্দোলন অতি কম সময়ৰ ভিতৰতে প্ৰসাৰ লাভ কৰে আৰু ইয়াৰ এটা প্ৰধান কাৰণ আছিল ইংৰাজ কবি ওৱাৰ্ডচৱাৰ্থ, কলেৰিজৰ 'লিৰিকেল বেলাড' (Lyrical Ballad) আৰু ওৱাৰ্ডচৱাৰ্থৰ 'প্ৰিফেচ্'ৰ (Preface) লেখা সমূহ। আনহাতে এই সময়তে প্ৰাধান্য লাভ কৰা কাব্য-সাহিত্যৰ আন এটা দিশ হৈছে-গীতিকাব্য (Lyric poetry)। উল্লেখযোগ্য যে ৰোমাণ্টিক মতাদৰ্শৰ এটা প্ৰধান বৈশিষ্ট্য 'ব্যক্তিস্বাতন্ত্ৰ্যবাদ'ৰ ধাৰণাটো প্ৰকাশ আৰু প্ৰচাৰ কৰাৰ এক সহজ আৰু জনপ্ৰিয় মাধ্যমৰূপে গীতি-কাব্য পৰিগণিত হৈছিল আৰু সেয়ে বোধহয় গীতি-কাব্য সাহিত্যৰ স্ৰষ্টা ওৱাৰ্ডচৱাৰ্থ, কলেৰিজ, বাইৰণ, শ্যেলী হিউগ', পুস্কিন আদি কবি লেখকসকল পঢ়ুৱৈ অপঢ়ুৱৈ সকলোৰে মাজত অতি জনপ্ৰিয় নাম হৈ পৰিছিল।

উল্লেখযোগ্য যে ফ্ৰান্স, জাৰ্মাণী, ইংলণ্ডত এক শক্তিশালী আন্দোলন ৰূপে গঢ় লৈ ইউৰোপৰ আন আন দেশ ইটালী, পোলেণ্ড আৰু ৰাছিয়ালৈ সম্প্ৰসাৰিত হোৱা এই মতাদৰ্শ সময়ৰ অগ্ৰগতি আৰু যুগৰ পৰিবৰ্তনৰ লগে লগে আন মতাদৰ্শৰ পৰিপ্ৰেক্ষিতত দুৰ্বলতৰ হৈ পৰে বা পৰিত্যক্ত হয়। উদাহৰণ-স্বৰূপে ইংলণ্ডত 'ভিক্টোৰিয়ান যুগ'ৰ অভ্যুদয়, ফ্ৰান্সত 'ৰিয়েলিজম', 'নেচাৰেলিজম,' মতাদৰ্শৰ অগ্ৰগতি, আৰু আমেৰিকাত ৱাল্ট-হুইটমেনৰ নতুন চেতনা, ৰচনাৰীতি প্ৰচলিত 'ৰোমাণ্টিক' ভাবধাৰাৰ পৰিপন্থী হৈ পৰে আৰু ফলস্বৰূপে সামগ্ৰিক ভাবে পাশ্চাত্য সাহিত্যত 'ৰোমাণ্টিক' ভাবাদৰ্শৰ, পশ্চাদসৰণৰ পিচতে 'ৰিয়েলিজম্', 'নেচাৰেলিজম্', 'চিম্বলিজম্,' এক্সপ্ৰেচনিজম্, ইম্প্ৰেচনিজম্, ছুৰ-ৰিয়েলিজম্ আদি কলা-সাহিত্যৰ বিভিন্ন মতাদৰ্শই প্ৰসাৰ লাভ কৰে।

<u>ৰিয়েলিজম্ (Realism)</u>: কলা-সাহিত্যত মানৱজীৱনৰ বিভিন্ন দিশৰ বাস্তৱসম্মত আৰু বস্তুনিষ্ঠ উপস্থাপন এই মতাদৰ্শৰ প্ৰধান বৈশিষ্ট্য। সাহিত্যত এই বাস্তৱবাদী ধাৰণাই বিস্তৃতি লাভ কৰে ১৮ শতিকাৰ শেহ ভাগত। অৱশ্যে ১৯ শতিকাৰ শেহ ভাগত

আৰু কুৰি শতিকাৰ প্ৰাৰম্ভণিতহে 'ৰোমান্টিক' ভাবাবেগ আৰু প্ৰকাশভঙ্গীৰ 'বাস্তব বিবৰ্জিত স্বেচ্ছাচাৰিতা'ৰ এক প্ৰত্যাহ্বানৰূপে আৰু নৱলব্ধ বৈজ্ঞানিক যুক্তিবাদ আৰু দাৰ্শনিক তত্ত্বৰ বাহক ৰূপে এই মতাদৰ্শই স্বীকৃতি আৰু প্ৰাধান্য লাভ কৰে। এই মতাদৰ্শৰ অনুগামী সকলে মানৱজীৱনৰ সুন্দৰ-অসুন্দৰ, উজ্জ্বল-অন্ধকাৰ, সুখদায়ক-দুখদায়ক সকলো দিশৰ অভিজ্ঞতাৰ প্ৰতিচ্ছবি কলা-সাহিত্যত প্ৰতিফলন কৰাত গুৰুত্ব আৰোপ কৰিছে আৰু বিশেষভাবে চুটিগল্প, উপন্যাস আৰু চিত্ৰশিল্পক বাস্তৱবাদী সকলে তেওঁলোকৰ ধাৰণা-চেতনাৰ যথোপযুক্ত পটভূমি ৰূপে গ্ৰহণ কৰিছিল। এই 'ৰিয়েলিষ্ট' ঔপন্যাসিক সকলৰ ভিতৰত ফ্লবাৰ্ট, জৰ্জ এলিয়ট, টলষ্টয়, ডষ্টেয়ভস্কি অন্যতম। উল্লেখযোগ্য যে এই 'ৰিয়েলিজম্' মতাদৰ্শই ক্ৰমান্বয়ে সম্প্ৰসাৰিত হৈ পিচলৈ সমাজ বাস্তৱতা (Social Realism) আৰু সমাজতান্ত্ৰিক বাস্তৱতাৰ (Socialistic Realism) আদৰ্শলৈ ৰূপান্তৰিত হৈ কলা-সাহিত্যৰ এক গুৰুত্বপূৰ্ণ অথচ বিতৰ্কমূলক মতাদৰ্শৰূপে বৰ্তমান পৰিগণিত হৈছে।

<u>নেচাৰেলিজম্</u> (Naturalism) : ১৯ শতিকাৰ শেহভাগত সাহিত্য-সৃষ্টি আৰু ৰচনা-শৈলী সম্পৰ্কে নতুন দৃষ্টিভঙ্গীৰ পোষকতা কৰা এটা মতাদৰ্শ। সৰ্বপ্ৰথম ফৰাছী ঔপন্যাসিক বালজাকৰ দ্বাৰা উদ্ভাৱিত এই মতাদৰ্শ পাশ্চাত্যৰ বিভিন্ন দেশলৈ সম্প্ৰসাৰিত হয় ফৰাছী লেখক গণকুৰট, ভাতৃদ্বয় আৰু এমিলজোলাৰ প্ৰচেষ্টাত।

দৃশ্যমান প্ৰাকৃতিক জগতখনেই (Natural World) সামগ্ৰিক অৰ্থত বাস্তৱ (Real) আৰু ইয়াৰ বিভিন্ন বা বিক্ষিপ্ত ঘটনাক্ৰম (Phenomena) বৈজ্ঞানিক সূত্ৰ সমূহৰ আধাৰতহে বিশ্লেষণযোগ্য। গতিকে প্ৰচলিত ভ্ৰান্তবিশ্বাস আৰু কল্পনাবিলাসৰ পৰিবৰ্তে বৈজ্ঞানিক বস্তুনিষ্ঠতাৰে (Scientific Objectivity) সাহিত্যত বিষয়বস্তুৰ উপস্থাপন আৰু ৰচনাশৈলীৰ নিৰ্বাচন এই মতাদৰ্শৰ প্ৰধান বৈশিষ্ট্য। তদুপৰি এই মতাদৰ্শৰ অনুগামী সকলে মানৱ-জীৱনৰ যান্ত্ৰিকতা, বস্তুবাদী ধ্যান-ধাৰণা আৰু সামাজিক প্ৰমূল্য সমূহৰ অৱক্ষয় আৰু অন্ধকাৰ দিশটোৰ সাহিত্যত প্ৰতিফলনৰ

ওপৰত গ্‌ৰুত্ব দিছে। এই সকলৰ বহুতেই নিজেই সমাজ বিজ্ঞানৰ (Social Science) আধাৰত সামাজিক সমস্যাৰ ওপৰত গল্প, উপন্যাস ৰচনা কৰিবলৈ প্ৰয়াস কৰিছিল আৰু এই লেখক সকলৰ ভিতৰত ফ্লবাৰ্ট, জোলা, মোপাছাঁ অন্যতম আছিল।

ছুৰৰিয়েলিজম (Surrealism) : ছুৰৰিয়েলিজম বা 'চুপাৰ ৰিয়েলিজম' দুখন বিশ্বযুদ্ধৰ মাজৰ সময়ছোৱাত সৰ্ব-প্ৰথম ফ্ৰান্সত প্ৰসাৰ লাভ কৰা কলা-সাহিত্যৰ এটা মতাদৰ্শ। প্ৰথম বিশ্বযুদ্ধৰ সময়তে 'দাদাইজম' (Dadaism) নামৰ এটা মতাদৰ্শ ইউৰোপত প্ৰচলিত হৈছিল আৰু ইয়াৰ বৈশিষ্ট্য আছিল— যুক্তিবাদী বিচাৰ-বিবেচনা, ধ্যান-ধাৰণাৰে সামাজিক মূল্যবোধৰ বিশ্লেষণৰ পৰিবৰ্তে সাহিত্যত ভাব-ভাষা, ৰচনাত্মক দিশত এক শিশুসুলভ বা অস্বাভাৱিক ( Unusual ) দৃষ্টিভঙ্গীৰ পোষকতা আৰু এনে এটা অভিনৱ মতাদৰ্শৰ উল্লেখিত বৈশিষ্ট্য আৰু ফ্ৰয়েদীয় মনস্তত্ত্বৰ মাজত সমন্বয়ৰ আধাৰত 'ছুৰৰিয়েলিজম' মতাদৰ্শ গঢ় লৈ উঠিছিল। এই মতাদৰ্শত বিশ্বাসী সকলে মানৱমনৰ স্বয়ংক্ৰিয় সঙ্গতিবিহীন, অনিয়ন্ত্ৰিত ভাবাবেগ বা অলীক কামনা-বাসনাবোৰ মানৱজীৱনৰ তথাকথিত বাস্তৱতা বা কলা-সাহিত্যত প্ৰতিফলিত বাস্তৱৰ ধাৰণাতকৈ অধিক বাস্তৱিক বা বাস্তৱধৰ্মী (Super Real) বুলি গণ্য কৰিছিল। প্ৰকৃততে 'ছুৰৰিয়েলিষ্ট' সকলে এখন কল্পনাৰ স্বপ্নপুৰী (Dream World) ৰ পোষকতা কৰিছিল আৰু এনে এখন কল্পলোকৰ পৰ্য্যবেক্ষণ বা বিশ্লেষণৰ দায়িত্ব ন্যস্ত কৰিছিল দৰ্শক বা পঢ়ুৱৈৰ ওপৰত। আনহাতে আগতে উল্লেখ কৰা দৰে এওঁলোকে সাহিত্যত এক যুক্তিবিহীন বা সঙ্গতিবিহীন (Illogical and Inexplicable) ৰচনাত্মক প্ৰকাশভঙ্গীৰ পোষকতা কৰিছিল। উল্লেখযোগ্য যে এই মতাদৰ্শৰ বিলুপ্তি ঘটে দ্বিতীয় মহাযুদ্ধৰ আগে আগে ইয়াৰ সমৰ্থক আৰু অনুগামী সকলৰ ৰাজনৈতিক মতভেদৰ পৰিপ্ৰেক্ষিতত। যদিও এই মতাদৰ্শৰ আধাৰত কোনো উল্লেখনীয় মহৎ সাহিত্য সৃষ্টি হোৱা নাই তথাপি সামগ্ৰিক-ভাৱে সাহিত্যত আৰু বিশেষভাৱে চিত্ৰশিল্পত বিক্ষিপ্ত ৰূপত হ'লেও ইয়াৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি।

চিম্বলিজম্ (Symbolism) ঃ সাহিত্যত প্ৰতীক (Symbol) ৰ প্ৰয়োগৰ আধাৰত গঢ়ি উঠা এক মতাদৰ্শ। ১৯ শতিকাৰ শেহৰ ফালে এক আন্তঃৰাষ্ট্ৰীয় পৰিসৰ লাভ কৰা এই মতাদৰ্শৰ প্ৰধান প্ৰৱক্তা কেইজন হৈছে ফৰাছী কবি-সাহিত্যিক মেলাৰিম, ভাৰ্লে আৰু ৰিমবা।

এই মতাদৰ্শৰ তাত্বিক দিশটো উপস্থাপন কৰা হৈছে এনেদৰে—দৃশ্যমান বস্তুবাদী জগতখন প্ৰকৃতাৰ্থত বাস্তৱ নহয়; ই মাত্ৰ অদৃশ্যমান সৰ্বনিয়ন্তাৰ (Absolute) এক প্ৰতীকি প্ৰকাশ। স্বাভাৱিকতে এই মতাদৰ্শ কলা-সাহিত্যৰ উল্লেখিত দুটা মতাদৰ্শ 'ৰিয়েলিজম' আৰু 'নেচাৰেলিজম'ৰ পৰিপন্থী—কাৰণ উক্ত মতাদৰ্শত কেৱল দৃশ্যমান জগতখনৰ বিভিন্ন ঘটনাক্ৰম আৰু অভিজ্ঞতাৰ বাস্তৱতাৰ প্ৰতিফলনতহে গুৰুত্ব আৰোপ কৰা হৈছে। 'প্ৰতীকবাদী' সকলৰ ধাৰণাত দৃশ্যমান জগতখনৰ লুপ্ত বা অন্তৰ্নিহিত সৰ্বাত্মক বাস্তৱৰ (Inner eternal reality) এক ইঙ্গিতধৰ্মী বা প্ৰতীকি প্ৰকাশহে সম্ভৱ বা বাঞ্চনীয়। ইয়াৰ মূৰ্ত বা প্ৰত্যক্ষ প্ৰকাশ অবাঞ্চনীয় বা অসম্ভৱ। ('To name is to destroy, to suggest is to create' – Mallarme) অৰ্থাৎ ইঙ্গিতধৰ্মী প্ৰকাশেই প্ৰকৃতাৰ্থত সৃষ্টি।

'প্ৰতীকবাদ'ৰ প্ৰৱক্তা আৰু সমৰ্থকসকলে কলা-সাহিত্যৰ সামাজিক লক্ষ্য বা নীতিনিৰ্দেশনাৰ সূত্ৰ পৰিহাৰ কৰি কলা-সাহিত্যত ইন্দ্ৰিয়ানুভূতিক সৌন্দৰ্য্যৰ অনুধাৱনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। গতিকে এই অৰ্থত এওঁলোকৰ দৃষ্টিভঙ্গী 'কলাকৈবল্যবাদী' (Art for Arts sake) ধাৰণাৰ সহৱৰ্তী বুলি কব পাৰি। উল্লেখযোগ্য যে প্ৰথমে ফ্ৰান্সত প্ৰাধান্য লাভ কৰা এই মতাদৰ্শ ক্ৰমে ইংলণ্ড, বেলজিয়াম, জাৰ্মাণী আৰু ৰাচিয়ালৈ সম্প্ৰসাৰিত হৈছিল।

ইমপ্ৰেছনিজম্ (Impressionism) ঃ সাহিত্য-কলা, সঙ্গীত আৰু চিত্ৰশিল্প সম্পৰ্কীয় এটা মতাদৰ্শ। দৰ্শক, শ্ৰোতা, পঢ়ুৱৈৰ মানসত সঙ্গীত সাহিত্য চিত্ৰশিল্প সৃষ্টিৰ এক ন-সৃষ্টিৰ (Recre-

ation) অৰ্থত অনুধাবন প্ৰসূত অভিজ্ঞতাৰ কলাকাৰ আৰু শিল্পীৰ ওপৰত পৰা প্ৰভাৱ বা প্ৰতিক্ৰিয়া (Impression) এই মতাদৰ্শৰ মূল আধাৰ। ১৯ শতিকাৰ শেহৰ ফালে ফ্ৰান্সত জনপ্ৰিয় হোৱা এই মতাদৰ্শৰ প্ৰবক্তাসকলৰ ভিতৰত জেগাচ, মনেট, পিছাৰ আৰু ৰেনয় আদি চিত্ৰশিল্পী অন্যতম। উল্লেখযোগ্য যে ইমপ্ৰেছনিজম শব্দটো খ্যাতনামা ফৰাছী চিত্ৰশিল্পী মনেটৰ সূৰ্যোদয়ৰ (Sunrise) এখন সুবিখ্যাত চিত্ৰ 'ইমপ্ৰিন'ৰ (Imprino) পৰা উদ্ভূত হৈছে। সঙ্গীতৰ ক্ষেত্ৰত এই মতবাদৰ প্ৰবক্তাসকলৰ ভিতৰত অন্যতম হৈছে ৰাভেল।

কলা-সাহিত্যত এই মতাদৰ্শৰ বৈশিষ্ট্যসমূহ প্ৰয়োগ কৰা হৈছে প্ৰতীকবাদী (Symbolist), বিম্ববাদী (Imagist) আৰু চেতনা-স্ৰোত প্ৰবাহৰ (Stream of Consciousness) অৱলম্বনত ৰচনা কৰা গল্প উপন্যাসত। এই 'ইমপ্ৰেছনিষ্ট' মতাদৰ্শৰ লেখকৰ ভিতৰত ভালেৰ্, মেলাৰ্ম, হুৰ্পাকিনচ, টি, এচ, এলিয়ট, জেমচ্ জইচ, ভাৰ্জিনিয়া ওলফ আদি বিশেষভাৱে উল্লেখযোগ্য।

সাহিত্য সমালোচনাৰ ক্ষেত্ৰত এই মতাদৰ্শৰ সমৰ্থকসকলে স্ৰষ্টাৰ সৃষ্টি সম্পৰ্কে সমালোচকৰ স্বকীয় প্ৰতিক্ৰিয়া অভিজ্ঞতাৰ অনুধাৱনৰ ওপৰত সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছে। খ্যাতনামা ফৰাছী ঔপন্যাসিক এনাটল' ফ্ৰাসৰ অভিমত এই প্ৰসঙ্গত প্ৰণিধান-যোগ্য। তেওঁৰ মতে সুস্থ সমালোচনা হৈছে মহৎ সৃষ্টিৰ মাজত আত্মাৰ বিচৰণ প্ৰসূত বিশ্লেষণৰ প্ৰতিফলন [The good critic is the one who tells the adventures of his soul among masterpieces]

এক্সপ্ৰেছনিজম (Expressionism) : কুৰি শতিকাৰ প্ৰথম দশকটোত জাৰ্মাণীত প্ৰসাৰ লাভ কৰা সাহিত্য আৰু চিত্ৰকলা সম্পৰ্কীয় এটা মতাদৰ্শ। আধুনিক সমাজ ব্যৱস্থাৰ আকৰ্ষণীয় বাহ্যিক বা লৌকিক দিশটোৰ পৰিৱৰ্তে অনাকৰ্ষণীয় বা বিকাৰগ্ৰস্ত আভ্যন্তৰীণ দিশটো কলাকাৰৰ একান্ত নিভৃত অভিজ্ঞতাৰ আধাৰত বস্তুনিষ্ঠ দৃষ্টিভঙ্গীৰে উপস্থাপন এই মতাদৰ্শৰ প্ৰধান বৈশিষ্ট্য। 'এক্সপ্ৰেছনিষ্ট' কলা-সাহিত্যৰ আন দুটা বৈশিষ্ট্য হৈছে—গতিময়তা

আৰু জটিলতা বা দুৰ্বোধ্যতা। এই সাহিত্যৰ ৰচনাত্মক দিশটো শক্তিশালী হৈছে চুইচ ঔপন্যাসিক বাৰ্গচন আৰু জাৰ্মাণ মনস্তত্ত্ববিদ ফ্ৰয়েদৰ বিশ্লেষণাত্মক সিদ্ধান্ত সমূহৰ দ্বাৰা। 'এক্সপ্ৰেছনিষ্ট' লেখক সকলৰ ভিতৰত বিশেষ ভাবে উল্লেখনীয় হৈছে—অষ্ট্ৰিয়ান ঔপন্যাসিক কাফকা আৰু কবি জৰ্জটেকল, আনহাতে আইৰিছ ঔপন্যাসিক জেমচ্ জইচ্ আৰু ইংৰাজ কবি সমালোচক টি, এচ, এলিয়টৰ ওপৰত এই মতাদৰ্শৰ প্ৰভাৱ কিছু পৰিমাণে পৰিলক্ষিত হৈছে।

<u>এক্জিস্টেনছিয়েলিজম্ (Existentialism)</u> : এটা দাৰ্শনিক তত্ত্ব যাৰ পৰিপ্ৰেক্ষিতত কলা-সাহিত্যৰ এটা বিশেষ মতাদৰ্শ গঢ়ি উঠিছে। দ্বিতীয় বিশ্বযুদ্ধৰ পিচত ফ্ৰান্সত জনপ্ৰিয় হৈ উঠা এই মতবাদৰ মূল সূত্ৰটো হৈছে ব্যক্তিৰ অৱস্থিতি (Actual existence of the individual) আৰু এই কাৰণেই এই মতবাদক 'অৱস্থিতিবাদ' (Existentialism) বুলি কোৱা হয়। যদিও 'অৱস্থিতিবাদ'ৰ ধাৰণাটো আধুনিক বুলি ভবা হয় তথাপি ঐতিহাসিক পটভূমিত বিচাৰ কৰিলে মানৱ প্ৰকৃতি (Human Nature) সম্পৰ্কে পূৰ্বতে প্ৰচলিত ভাবাদৰ্শৰ লগত ইয়াৰ সম্পৰ্ক নোহোৱা নহয়। উদাহৰণস্বৰূপে ১৭ শতিকাৰ ফৰাছী দাৰ্শনিক ৰুছোৰ 'মুক্তমানৱ' সম্পৰ্কে ব্যাখ্যাৰ লগত ব্যক্তিৰ অৱস্থিতিৰ ধাৰণাৰ কিছুপৰিমাণে সাদৃশ্য পৰিলক্ষিত হয়। আনহাতে সাম্প্ৰতিক কালত এই মতবাদৰ সম্প্ৰসাৰণ হয় জেচপাৰ আদি দাৰ্শনিক সকলৰ বিচাৰ-বিশ্লেষণৰ যোগেদি আৰু সাহিত্যত এই মতবাদৰ প্ৰভাৱ পৰিলক্ষিত হয় ১৯ শতিকাৰ চল্লিশৰ দশকটোত বিশেষভাৱে জ্যঁ পল চাৰ্ট্ৰে, চাইমন দি বিউভ আৰু তেওঁলোকৰ অনুগামী সকলৰ যোগেদি। বৰ্তমান শতিকাতো একাধিক লেখক-চিন্তাবিদ 'অৱস্থিতিবাদ'ৰ মতাদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে—এওঁলোকৰ ভিতৰত ফৰাছী ঔপন্যাসিক, এনড্ৰুমেলৰ, এলবাৰ্ট ক্যামু অন্যতম।

আগতেই উল্লেখ কৰা দৰে এই মতাদৰ্শৰ মূল আধাৰটো হৈছে ব্যক্তিৰ স্বকীয় অৱস্থিতি—ইয়াৰ সম্প্ৰসাৰিত অৰ্থ এইয়ে যে মানুহ ভগৱান প্ৰেৰিত, প্ৰাণীতত্ত্ব বা সমাজবিজ্ঞানৰ দ্বাৰা

উদ্ভূত হোৱাৰ পৰিবৰ্তে স্বয়ং সম্পূৰ্ণ ভাবে উদ্ভূত স্বনিৰ্ভৰশীল ব্যক্তি। অৱশ্যে অবস্থিতিবাদৰ সমৰ্থক সকলে মানুহৰ কিছুমান মৌলিক উপাদানৰ ওপৰত প্ৰাধান্য দিছে আৰু এনে এটা উপাদান হৈছে অবচেতন (Unconscious) আৰু অৰ্ধচেতন (Subconscious) প্ৰসূত যুক্তিহীন বা সঙ্গতিহীন কাৰ্যক্ৰম। আনহাতে এই মতাদৰ্শত ভগৱান প্ৰদত্ত অদৃশ্য শক্তি, সামাজিক বা ৰাজনৈতিক ভাবে সংগঠিত শক্তিৰ পৰিবৰ্তে মানুহৰ সীমিত কিন্তু মহত্বপূৰ্ণ ইচ্ছাশক্তিৰ (Will force) ওপৰত গুৰুত্ব দিয়া হৈছে যি শক্তিৰ সহায়েৰে ব্যক্তিয়ে এখন বিৰুদ্ধবাদী পৃথিবীত প্ৰতিকূল পৰিবেশৰ মাজত বাঁচি থাকিব পাৰে। চাৰ্ট্ৰেই তেওঁৰ Age of Analysis গ্ৰন্থত লিখিছে—'Man is nothing else but which he makes of himself' অৰ্থাৎ মানুহে নিজেই নিজৰ অবস্থিতি বা জীৱনধাৰা নিৰ্ণয় কৰে আৰু ইয়াতেই মানব জীৱনৰ পূৰ্ণতা প্ৰাপ্ত হয়। যদিও চাৰ্ট্ৰেৰ ধাৰণাত ব্যক্তিৰ সামাজিক অৱস্থানৰ মহত্ব সম্পূৰ্ণ ভাবে অস্বীকাৰ কৰা হোৱা নাই তথাপি ব্যক্তিৰ স্বতন্ত্ৰ সত্বাৰ ওপৰতহে সৰ্বাধিক গুৰুত্ব আৰোপ কৰা হৈছে আৰু এই ক্ষেত্ৰত কলা-সাহিত্যৰ মাৰ্ক্সীয় দৃষ্টিকোণৰ লগত চাৰ্ট্ৰেৰ ভাবাদৰ্শৰ ভিন্নতা পৰিলক্ষিত হয়। উল্লেখযোগ্য যে সাম্প্ৰতিক কালৰ যি সকল কবি সাহিত্যিকে সামগ্ৰিক ভাবে সামাজিক সত্বাৰ মাজত ব্যক্তিৰ স্বতন্ত্ৰ সত্বা বিলীন কৰাৰ অৰ্থত মাৰ্ক্সীয় সমাজ-তান্ত্ৰিক দৃষ্টিকোণ গ্ৰহণ কৰাৰ বিৰোধী তেওঁলোকে 'অবস্থিতিবাদ'ৰ মতাদৰ্শৰ সমৰ্থক সকলৰ শিবিৰত আশ্ৰয় লোৱা দেখা যায়। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে কলা-সাহিত্যত 'অবস্থিতিবাদ'ৰ মতাদৰ্শ বহু পৰিমাণে ১৮ শতিকাত উদ্ভূত হোৱা 'নিহিলিজম' (Nehilism) মতাদৰ্শৰ সমধৰ্মী বুলি মত প্ৰকাশ কৰা হৈছে। 'নিহিলিজম' মতাদৰ্শত বিশ্বাসী সকলে মানৱ-জীৱনৰ সামাজিক, ৰাজনৈতিক বা আধ্যাত্মিক আদৰ্শ বা প্ৰমূল্য সমূহ সম্পূৰ্ণ ভাবে প্ৰত্যাখ্যান কৰিছে। গতিকে এই অৰ্থত 'নিহিলিজম'ৰ দৰে অবস্থিতিবাদৰ মতাদৰ্শ মানৱজীৱন আৰু জীৱনবোধ সম্পৰ্কে এক হতাশগ্ৰস্ত বা বিকাৰগ্ৰস্ত

দৃষ্টিভঙ্গীৰ পৰিচায়ক বুলিও উল্লেখ কৰা হৈছে।

'অৱস্থিতিবাদ' মতাদৰ্শৰ আন এটা উল্লেখনীয় দিশ হৈছে খ্ৰীষ্টিয়ান অৱস্থিতিবাদ (Christian Existentialism) এই বিশেষ মতবাদৰ সমৰ্থক সকলে চাৰ্ট্ৰেৰ 'অৱস্থিতিবাদৰ' মূল সিদ্ধান্তৰ পৰা আঁতৰি আহি মানৱ ব্যক্তিত্বৰ বিকাশ আৰু কাৰ্য্য-ক্ৰমৰ উৎস ভগৱান (God) বুলি গণ্য কৰে। অৱস্থিতিবাদ মতাদৰ্শৰ এই বিশেষ দিশটোৰ প্ৰধান প্ৰবক্তা হৈছে গেব্ৰিয়েল মাৰ্চেল।

<u>হিউমেনিজম (Humanism)</u> : মধ্যযুগীয় ধ্যান-ধাৰণাৰ এক প্ৰত্যাহ্বান ৰূপে আৰম্ভ হৈ 'ৰেনেছাঁ'ৰ যুগটোত কলা-সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত নতুন চেতনা জাগ্ৰত কৰা এক মতাদৰ্শ। ইয়াৰ প্ৰধান বৈশিষ্ট্য হৈছে মানৱীয় মৰ্য্যাদা, মূল্যবোধৰ স্বীকৃতি আৰু পৃথিবী আৰু মানৱজীৱন সম্পৰ্কে বৈজ্ঞানিক যুক্তিবাদৰ ওপৰত প্ৰতিষ্ঠিত ইতিবাচক দৃষ্টিভঙ্গী। মানসিক আৰু শাৰীৰিক উৎকৰ্ষ সাধনৰ দ্বাৰা এটা সুসংহত মানৱ ব্যক্তিত্বৰ বিকাশ, প্ৰাচীন গ্ৰীচ আৰু ৰোমৰ ভাষা-সাহিত্যৰ প্ৰতি গভীৰ অনুৰাগ, প্ৰকৃতিজাত বা ধৰ্মীয় বিশ্বাসৰ পৰিবৰ্তে মানৱীয় প্ৰমূল্য সমূহৰ ওপৰত আস্থাৰ মনোভাব, এই মতাদৰ্শৰ আন উল্লেখযোগ্য বৈশিষ্ট্য।

১৪ শতিকাৰ ইটালীত সৰ্বপ্ৰথমে বিকশিত হোৱা এই মতাদৰ্শ ক্ৰমে ১৫-১৬ শতিকাৰ সময়ছোৱাত সমগ্ৰ ইউৰোপতে প্ৰসাৰ লাভ কৰে। এই মতাদৰ্শৰ আঁলমত গঢ়ি উঠা মানৱীয় আন্দোলনৰ (Humanist Movement) প্ৰধান প্ৰবক্তা ৰূপে চিহ্নিত সকলৰ ভিতৰত ইটালীৰ পেট্ৰাৰ্ক, বকাচিয়, জাৰ্মাণীৰ ৰিচলিন, হলেণ্ডৰ এৰাচমাচ, ফ্ৰান্সৰ গিলাম বুড আৰু ইংলণ্ডত জনকলেট আৰু টমাচ মূৰ অন্যতম।

---

# সাহিত্য আৰু সমালোচনা

সাহিত্যত সৌন্দৰ্য আৰু সুস্থ ৰুচিবোধত বিশেষ ভাবে আস্থাশীল খ্যাতনামা চিন্তাবিদ বেনেদিট্ট ক্ৰচে সমালোচকৰ কৰ্তব্য আৰু ভূমিকা সম্পৰ্কে এক স্মৰণীয় বক্তব্য ডাঙি ধৰিছে। তেওঁৰ মতে—কলাসম্মত সৃষ্টিশীল সাহিত্যত স্ৰষ্টা আৰু সমালোচকৰ মাজত থকা ব্যৱধানখিনি 'সৃষ্টি' আৰু 'ন-সৃষ্টিৰ' ব্যৱধান মাত্ৰ; আৰু যি অৰ্থত স্ৰষ্টাৰ ক্ষেত্ৰত জিনিয়াচ' (Genius) শব্দটো প্ৰয়োগ কৰা হয় সেই একেটা অৰ্থতে সমালোচকৰ ক্ষেত্ৰত প্ৰয়োগ কৰা শব্দটো হৈছে টেষ্ট (Taste)। গতিকে এই চিন্তাবিদজনৰ এনে অভিমতৰ আধাৰত এজন সমালোচকক এজন 'স্ৰষ্টা' বুলিয়েই অভিহিত কৰিব লাগিব। আৰু এজন সৃষ্টিশীল সমালোচক ৰূপে এখন গ্ৰন্থৰ 'ব্যক্তিনিষ্ঠ বিষয়বস্তু' (Subjective Data) আৰু বস্তুনিষ্ঠ উপাদান (Objective Facts) দুয়োটাৰে বিশ্লেষণ আৰু পৰ্য্যালোচনা কৰাটোৱেই হ'ব এনে সমালোচনাৰ প্ৰধান দায়িত্ব বা কৰ্তব্য। আনহাতে এখন গ্ৰন্থৰ গভীৰতাৰ (Depth) উপলব্ধি আৰু বিশ্লেষণতেই সমালোচকৰ দায়িত্ব শেষ নহয়। কাৰণ কোনো শ্ৰেষ্ঠ বা মহৎ সাহিত্যই হঠাতে, বা শূন্যতাত বা সৃষ্টিৰ বাবেই সৃষ্টি হোৱা নাই। বহু ক্ষেত্ৰত ই যুগ-সাপেক্ষ সৃষ্টি বা কোনো ক্ষেত্ৰত এনে সৃষ্টিৰ উৎস হৈছে সমসাময়িক সামাজিক প্ৰমূল্য বা জীৱনবোধৰ প্ৰভাৱ। উদাহৰণ স্বৰূপে সমসাময়িক কালৰ আধ্যাত্মিক বা নৈতিক আদৰ্শৰ পৰিপ্ৰেক্ষিততহে মিল্টন আৰু ডাণ্টেৰ দুখন মহাকাব্য 'পেৰেডাইচ লষ্ট' আৰু 'ডিভাইন কমেদিয়া'ৰ সাহিত্যিক মূল্য অনুধাৱন কৰিব পাৰি। সেইদৰে 'ভিক্টোৰিয়ান' যুগৰ ইংলণ্ডৰ সামাজিক, অৰ্থনৈতিক দিশটোৰ সম্যক ধাৰণাৰ অবিহনে ডিকেন্সৰ উপন্যাস-সাহিত্যৰ বা কুৰিশতিকাৰ আৰ্থ-সামাজিক দিশটোৰ স্পষ্ট ধাৰণা নোহোৱাকৈ জৰ্জ বাৰ্ণাৰ্ডশ্বৰ নাট্য-সাহিত্যৰ প্ৰকৃত মূল্যায়ণ কৰিব নোৱাৰি। সেইদৰে ১৯

শতিকাৰ বৌদ্ধিক সংকটৰ অনুপস্থিতিত জৰ্জ এলিয়টৰ সমালোচনা অৰ্থহীন হৈ পৰিব বা ৰবাৰ্ট ব্ৰিজৰ 'টেষ্টামেণ্ট অব্ বিউটি' কাব্য গ্ৰন্থৰ মূল্যায়ণৰ বাবে প্লেটো' অ্যাৰিষ্টটোলকে ধৰি সমসাময়িক সঙ্গীতজ্ঞ, চিত্ৰশিল্পী, স্থপতিবিদ সকলৰ বিষয়ে সম্যক জ্ঞান আৰু ১৬ শতিকাৰ ইংৰাজ কবি জিয়ফ্ৰে চছাৰৰ কাব্য-সাহিত্যৰ পৰা আৰম্ভ কৰি সাম্প্ৰতিক কালৰ ইংৰাজী কাব্য-সাহিত্যৰ এটা সাধাৰণ ধাৰণা নিশ্চিত ভাবেই প্ৰয়োজন হ'ব বা 'এলিজাবেথেন যুগ'ৰ নাটকৰ পৰিবেশ, দৰ্শকৰ ৰুচি আৰু নাট্যকাৰে আহৰণ কৰা তথ্যৰ ধাৰণাৰ অবিহনে ছেক্সপীয়েৰৰ নাট্য-সাহিত্যৰ কোনো সমালোচনাই স্বয়ংসম্পূৰ্ণ নহব। তেনেদৰে টি, এচ, এলিয়টৰ জীৱনদৰ্শনৰ স্পষ্ট ধাৰণাৰ অবিহনে তেওঁৰ কাব্য-সাহিত্যৰ মূল্যায়ন সহজসাধ্য নহব যেনেকৈ সমসাময়িক সমাজ জীৱনৰ নৈতিক প্ৰমূল্য বা আদৰ্শ'ৰ (Moral principles) আধাৰতেহে ডষ্টেয়ভস্কিৰ উপন্যাসৰ মূল্যায়ন সম্ভৱ হ'ব। ইয়াৰ পৰাই সাব্যস্ত হয় যে সৃষ্টিশীল সাহিত্যৰ প্ৰকৃত মূল্যায়নৰ বাবে স্ৰষ্টাৰ ব্যক্তিত্বৰ পটভূমি জীৱনদৰ্শনৰ লগতে সৃষ্টিৰ উৎসৰ সম্যক জ্ঞান আৰু উপলব্ধিৰ এক বিশ্লেষণাত্মক সমন্বয়ৰ প্ৰয়োজন। সেয়ে বিশিষ্ট সাহিত্য নিবন্ধকাৰ কাজামিয়াই সমালোচনাৰ এই দিশটো উল্লেখ কৰি লিখিছে—

Hence criticism has to combine subjective data gathered by our immediate reaction to the text and the objective facts supplied by the available historical research. [Criticism in the Making: L. Cazamia.] অৰ্থাৎ এজন সমালোচকৰ কাম হৈছে ব্যক্তিনিষ্ঠ উপাদানসমূহৰ লগত গৱেষণা প্ৰসূত বস্তুনিষ্ঠ উপাদানসমূহৰ সমন্বয় সাধনৰ যোগেদি এক পৰ্য্যালোচনা দাঙি ধৰা।

আনহাতে কোনো এটা কবিতা, গল্প বা উপন্যাসৰ মূল্যায়নৰ বাবে সমালোচকে ইয়াৰ ৰচনা-শৈলী ভাবাদৰ্শ আৰু প্ৰকাশভঙ্গীৰ মাজত সুসমন্বয়ৰ উপৰিও পঢ়ুৱৈৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ দিশটোও পৰ্য্যালোচনা কৰিব লগা হয়। আৰু এনে কৰিবলৈ যাওতে সমালোচকৰ নিজৰ মানসত এনে সাহিত্যই এক নতুন সৃষ্টিশীল

সাহিত্যৰূপে পৰিৱৰ্তিত ৰূপত প্ৰতিভাত হব পাৰে। সেয়ে বোধহয় কোৱা হয়—

'The critic recreates the work in his mind' আৰু এনে অভিমতে আগতেই উল্লেখ কৰা সমালোচকৰ ভূমিকা সম্পৰ্কে বেনেদিট্ট ক্ৰচৰ বক্তব্যৰ যথাৰ্থতাকে প্ৰমাণ কৰে।

সাহিত্য সমালোচনাৰ এই প্ৰধান দিশসমূহৰ আনুসঙ্গিক দিশ এটা হৈছে—সাহিত্যৰ শ্ৰেণীগত বা পৰ্য্যায়গত বৈশিষ্ট্যৰ আধাৰত পৰ্য্যালোচনা (Classified criticism) অৰ্থাৎ এখন নাটক, উপন্যাস বা কাব্য-সাহিত্য তেনে সাহিত্যৰ পৰ্যায়ত বা বৈশিষ্ট্যৰ পৰিপ্ৰেক্ষিতত সমালোচনা কৰিব লাগিব। উদাহৰণ-স্বৰূপে ছেক্সপীয়েৰৰ এখন 'ৰোমাণ্টিক কমেডি' জৰ্জ বাৰ্ণাডশ্বৰ 'এণ্টি ৰোমাণ্টিক কমেডি'ৰ বৈশিষ্ট্যৰে পৰ্য্যালোচনা কৰাটো যুক্তি বিবৰ্জিত হব। সেইদৰে স্কটৰ উপন্যাস যেনে 'আইভানহ' আন ৰোমাঞ্চকৰ কাহিনী সমৃদ্ধ উপন্যাস যেনে মেলভিলৰ মবিডিক আদিৰ মানদণ্ডেৰেহে বিচাৰ্য্য হব। আন গতানুগতিক উপন্যাসৰূপে নহয়। তেনেদৰে কলেৰিজৰ 'দি এনচিয়াণ্ট মেৰিণাৰ' কাব্য-গ্ৰন্থৰ আলোচনা প্ৰসঙ্গত আমি 'উইলিং ছাছপেনচন অব দিছ বিলিভ'ৰ সূত্ৰটো গ্ৰহণ কৰিব লাগিব কলেৰিজে নিজে আশা কৰা দৰেই যেনেদৰে ষ্টাৰ্নৰ 'ট্ৰিচটেম্ শেৰ্বাণ্ডি' খন বিশ্লেষণ কৰোতে গ্ৰন্থকাৰৰ সূক্ষ্ম বা লঘু হাস্যৰস অনুধাৱন কৰিব পাৰিব লাগিব। বায়ৰণৰ 'ডনজুৱান' কাব্য-গ্ৰন্থখন যে ব্যঙ্গ আৰু বিদ্ৰূপৰ প্ৰতীকি প্ৰকাশ সেই ধাৰণাৰ অবিহনে এই গ্ৰন্থখনৰ পৰ্য্যালোচনা অসম্ভৱ। তেনেদৰে জৰ্জ বাৰ্ণাডশ্বই নিজেই তেওঁৰ 'ডক্টৰচ্ ডাইলেমা' নাটকখন এখন 'বিয়োগান্ত নাটক' (Tragic drama) বুলি অভিহিত কৰিছে তথাপি এখন গতানুগতিক বিয়োগান্ত নাটকৰূপে গ্ৰন্থখন বিচাৰযোগ্য নহব।

ইয়াৰ উপৰি বিভিন্ন স্তৰত সাহিত্য-সমালোচনা গঢ়লৈ উঠিব পাৰে। এজন সমালোচকে কোনো এখন গ্ৰন্থ এটা বিশেষ যুগৰ বা সময়ৰ প্ৰতিফলকৰূপে বিচাৰ কৰিব পাৰে যেনেদৰে জি, জি, কাউল্টনে 'চছাৰ এণ্ড হিজ ইংলণ্ড' গ্ৰন্থখন বিশ্লেষণ

কৰিছে। আনহাতে কোনো বিশেষ লেখকৰ লেখা আৰু ভাবাদৰ্শৰ দ্বাৰা কোনো এজন লেখক কেনেদৰে প্ৰভাবান্বিত হৈছে সেইটো বিচাৰ কৰা সমালোচনা সাহিত্যৰ আন এটা স্তৰ। উদাহৰণস্বৰূপে বিশিষ্ট চিন্তাবিদ কাৰ্লাইল, কবি কলেৰিজ, ব্ৰাউনিং, শ্বেলীৰ ওপৰত যথাক্ৰমে ইনেমুৱেল ক্যাণ্টৰ, জাৰ্মাণ মেটাফিজিক্স, স্পিনোজা, স্পেন্সাৰ, প্লেটোৰ দাৰ্শনিক তত্ত্বৰ প্ৰভাৱ সম্পৰ্কে বিস্তৃত ভাবে আলোচনা কৰা হৈছে। সেইদৰে ছেক্সপীয়েৰৰ নাটকীয় পৰিবেশৰ ওপৰত এইচ্, জি, ৱেলচ্, ওৱাৰ্ডচৱাৰ্থৰ কাব্য-সাহিত্যৰ ৰোমাণ্টিক ভাবাদৰ্শৰ বিষয়ে চি, এম, বাউৰাৰ, বা সাহিত্যত কলাত্মক দৃষ্টিভঙ্গী সম্পৰ্কে ডাউডেনৰ বিশ্লেষণাত্মক আলোচনা—সমালোচনা সাহিত্যৰ আন এটা স্তৰ। সেইদৰে একে বিষয়বস্তুৰ ওপৰত ৰচিত দুখন গ্ৰন্থ যেনে চিন্জৰ 'মেইড অব্ অৰলিয়েন্স' আৰু বাৰ্ণাডশ্বৰ 'চেইণ্টজোৱান'ৰ, বা চুইনবাৰ্ণ আৰু ড্ৰিঙ্কৱাটাৰৰ কাব্যিক নাটকৰ তুলনামূলক সমীক্ষা, বা এফ, এল, লুকাচৰ সাহিত্যৰ আঙ্গিকৰ বিষয়ে আলোচনা বা অলিভাৰ ইল্টন, ছেইণ্টবেৰী, কাজামিয়াৰ দৰে কোনো এটা বিশেষ সময়ৰ সাহিত্যৰ ঐতিহাসিক পটভূমিৰ বিশ্লেষণ—সমালোচনা সাহিত্যৰ আন উল্লেখযোগ্য স্তৰ ৰূপে নিৰ্ণিত হৈছে।

সাহিত্য সমালোচনাৰ আন এটা উল্লেখনীয় দিশ হৈছে পঢ়ুৱৈৰ ৰুচিবোধৰ সংস্কাৰ সাধন বা এই ক্ষেত্ৰত নতুন উপলব্ধি বা ধাৰণাৰ উদ্ৰেককৰণ। বিশিষ্ট কবি সমালোচক টি, এচ, এলিয়টেও সমালোচনা সাহিত্যই পঢ়ুৱৈৰ ৰুচি আৰু উপলব্ধিৰ সংস্কাৰ সাধনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। প্ৰকৃততে এনে সমালোচকৰো অভাৱ নাই যিসকলে তেওঁলোকৰ সমালোচনাৰ দ্বাৰা পঢ়ুৱৈক কলাত্মক আনন্দ, অন্তৰ্দৃষ্টি ; আৰু অনুপ্ৰেৰণা দিছে। এই সকলৰ ভিতৰত 'ষ্টাডি ইন্ লিটাৰেচাৰ' গ্ৰন্থৰ গ্ৰন্থকাৰ আৰ্থাৰ কুইলাৰ কাউচ, 'অল্ড এণ্ড নিউ মাষ্টাৰচ্'ৰ গ্ৰন্থকাৰ ৰবাৰ্ট লীনড্, 'দি কমনৰীডাৰ'ৰ গ্ৰন্থকাৰ ভাৰ্জিনিয়া ওলফ্, আৰু 'দি কনটেমপৰেৰী গ্ৰন্থ'ৰ লেখক ডি, মেকাৰ্থী আদি বিশেষ ভাবে উল্লেখযোগ্য। এনেদৰেই সমালোচনা-সাহিত্যৰ গুৰুত্ব বিভিন্ন

দিশৰ পৰা অনুধাবন কৰিব পাৰি। সেয়ে খ্যাতনামা নিবন্ধকাৰ স্কট জেমচে ব্যক্ত কৰিছিল—The critic is many things. অৰ্থাৎ এজন সমালোচকৰ কৰ্তব্য আৰু দায়িত্ব বহুমুখী।

সাহিত্য-সমালোচনাৰ এটা বিবাদমান বা বিতৰ্কমূলক বিষয় হৈছে কাব্য-সাহিত্যৰ সমালোচনা। বিশিষ্ট ৰোমান চিন্তাবিদ চেনেকাৰ এটা উক্তি সম্প্ৰসাৰিত কৰি ইংৰাজ লেখক বেনজনচনে কৈছিল—To judge of poets is only the faculty of poets অৰ্থাৎ কাব্য-সাহিত্য বিচাৰৰ অৰ্হতা আছে কবিসকলৰহে। আৰু এনে অভিমতৰ সমৰ্থনত কোৱা হৈছে যে কাব্য-সাহিত্য সমালোচনাৰ বাবে কাব্যিক-দৃষ্টিভঙ্গীৰ প্ৰয়োজন হয় আৰু কোনো এটা কবিতাৰ পৰিবেশ আৰু অভিজ্ঞতাৰ লগত আত্মিক সম্পৰ্ক স্থাপনৰ অবিহনে সমালোচকৰ নিজস্ব স্থিতি দুৰ্বল বা অনিশ্চিত হৈ পৰে। বাস্তৱিকতে এনে অভিমতৰ যথাৰ্থতা সম্পূৰ্ণ ভাবে অস্বীকাৰ কৰিব নোৱাৰি। বিশেষকৈ ইংৰাজী কাব্য-সাহিত্যত এনে অভিমতৰ প্ৰাসঙ্গিকতা নোহোৱা নহয়। উদাহৰণস্বৰূপে ইংৰাজ কবি কলেৰিজৰ 'দি এনচিয়ান্ট মেৰিনাৰ' কাব্য-গ্ৰন্থখনৰ জাহাজ, নাবিক আৰু মৃত ব্যক্তিবোৰৰ আচহুৱা পৰিবেশটোৰ কল্পচিত্ৰৰ লগত একাত্মবোধ স্থাপনৰ অবিহনে এই গ্ৰন্থখনৰ সমালোচনা অৰ্থপূৰ্ণ হব নোৱাৰে। গতিকে বেনজনচনৰ উক্ত অভিমতৰ পৰিপ্ৰেক্ষিতত এই সিদ্ধান্তলৈ আহিব পাৰি যে স্ৰষ্টাৰ সৃষ্টি আৰু সমালোচকৰ দৃষ্টিৰ মাজত সমন্বয় স্থাপন কাব্য-সাহিত্য সমালোচনাৰ এক অপৰিহাৰ্য্য অঙ্গ। কিন্তু এনে এটা সিদ্ধান্তৰ পৰিপ্ৰেক্ষিততো এজন সমালোচকৰ স্বকীয় বৌদ্ধিক বিশ্লেষণাত্মক দৃষ্টিৰ ( Analytical intellect ) গুৰুত্বও প্ৰত্যাখ্যান কৰিব নোৱাৰি। এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি যে সংখ্যাধিক উচ্চমান বিশিষ্ট কবিৰ কাব্য-সমালোচনা নিম্ন মানবিশিষ্ট হোৱাও দেখা যায়। উদাহৰণস্বৰূপে গেটেৰ কবিতাৰ বিষয়ে ওৱাৰ্ডচৱাৰ্থ আৰু কলেৰিজৰ সমালোচনাসূচক মতামত, ওৱাৰ্ডচৱাৰ্থৰ নিজৰ কবিতাৰ সম্পৰ্কে বাইৰণৰ দৃষ্টিভঙ্গী, ৰুছোটি আৰু সমগোত্ৰীয় কবিসকলৰ বিষয়ে ব্ৰাউনিঙৰ কঠোৰ মনোভাব বা

টমাচ হাৰ্ডিৰ কবিতা সম্পৰ্কে ৰবাৰ্ট ব্ৰিজৰ অৱজ্ঞাসূচক মন্তব্যই কাব্য-সাহিত্য সমালোচনাৰ প্ৰকৃত মানদণ্ড নিৰূপণ কৰিব নোৱাৰা-টোকে প্ৰতিপন্ন কৰে। আনহাতে তুলনামূলক ভাবে কম খ্যাতিমান দুজন কবি ড্ৰাইডেন, মেথিউ আৰ্নল্ডে কাব্য-সাহিত্য সমালো-চনাৰ ক্ষেত্ৰত মূল্যৱান অৱদান আগবঢ়াইছে বুলি কব লাগিব। ইয়াৰ বিপৰীতে একাধিক বিশিষ্ট কাব্য-সাহিত্য সমালোচকৰ কাব্য-সৃষ্টি উচ্চ মানবিশিষ্ট বুলি কব নোৱাৰি। বিশিষ্ট কাব্য-সমালোচক 'পয়েটিকচ্‌ৰ' গ্ৰন্থকাৰ এৰিষ্টটলৰ মাত্ৰ এটা উল্লেখযোগ্য কবিতা হৈছে—'অড' টু ভাৰচু'। সেইদৰে সাম্প্ৰতিক কালৰ কেইবাজনো বিশিষ্ট কাব্য-সাহিত্য সমালোচকৰ যেনে—ওৱাল্টাৰ ৰেলে, অলিভাৰ এল্টন, চি. এম. বাউৰা, ষ্টফাৰ্ডব্ৰুক, লিভিংষ্টন লৱেচ হেৰল্ড নিকলচনৰ নিজস্ব কাব্য-সৃষ্টি সামান্য বা বিক্ষিপ্ত বুলিয়েই কব লাগিব।

সমালোচনা সাহিত্য সম্পৰ্কে আন এটা বিচাৰ্য্য বিষয় হৈছে সমালোচনা কলা নে বিজ্ঞান? (Is criticism an Art or Science?) জড়জগতত সংঘটিত কাৰ্য্য আৰু কাৰণৰ (Cause and effect) প্ৰণালীবন্ধ বস্তুনিষ্ঠ বিশ্লেষণৰ দ্বাৰা কোনো সূত্ৰ বা সিদ্ধান্তৰ উদ্ভাবনেই বিজ্ঞানৰ আধাৰ। আনহাতে কল্পনাশক্তিৰ দ্বাৰা উদ্ভাৱিত বহিঃ সৃষ্টি (External Creation) আৰু অন্তৰ্দৃষ্টিৰ (Intuition) ৰ অন্বেষণেই হৈছে কলাৰ উৎস। স্বাভাৱিকতে সমালোচনাৰ কলাত্মক দিশটোত ব্যক্তিধৰ্মীতা (Subjectivity) প্ৰধান উপাদানহৈ পৰে যিটো বৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰ বস্তুনিষ্ঠতাৰ (Objectivity) সম্পূৰ্ণ পৰিপন্থী। আনহাতে সামগ্ৰিকভাবে সাহিত্যক মানৱজীৱনৰ দাপোন (A mirror to life) বা জীৱনৰ সমালোচনা (A criticism of life) বুলি কোৱা হয়। গতিকে ইয়াৰ পৰিপ্ৰেক্ষিতত সাহিত্য-সমালোচনা প্ৰধানতঃ এটা 'কলা' বুলিয়েই কব লাগিব। কাৰণ সমালোচনা সাহিত্যই মানৱজীৱন আৰু জীৱনবোধৰ লগত সংহতি স্থাপন কৰি সাহিত্যৰ প্ৰয়োজনীয় গুণগত বৈশিষ্ট্যৰ ওপৰত আলোকপাত কৰে। আনহাতে সাহিত্যত মানৱজীৱনৰ সমস্ত আবেগ, অনুভূতি,

আশা-আকাঙ্খা, মানৱ চৰিত্ৰৰ বিভিন্ন ৰূপ আৰু কাৰ্য্য-কলাপৰ সম্যক প্ৰতিফলন হয় আৰু ইয়াৰ বিশ্লেষণাত্মক আলোচনা কৰিবলৈ যাওতে সমালোচকে কেৱল নিৰ্লিপ্ত বিশ্লেষণ ( Detached analysis ) আৰু যুক্তিবাদী সিদ্ধান্তৰ মাজতে আৱদ্ধ থাকিব নোৱাৰে। উদাহৰণস্বৰূপে ওৱাৰ্ডচৱাৰ্থৰ 'টিনটাৰ্ণ' এবে' কাব্য-গ্ৰন্থৰ সমালোচকে ৰহস্যবাদী ধ্যান-ধাৰণাৰ ( Mysticism ) লগত সম্পৰ্ক স্থাপন কৰিব লাগিব যেনেকৈ আধ্যাত্মবাদী ভাবাদৰ্শৰ উপলব্ধি ইংৰাজ কবি টি. এচ. এলিয়টৰ 'ফ্‌উৰ কোৰ্য়াটেট্‌চ' কাব্য-গ্ৰন্থৰ বিশ্লেষণৰ বাবেও প্ৰয়োজনীয় হব। সেইদৰে মানৱজীৱনৰ নৈতিক প্ৰমূল্য বা ভাবাদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত বিশ্বাসৰ সম্যক উপলব্ধিৰ অবিহনে ছেক্সপীয়েৰৰ অ্থেল', হেমলেট কিংলিয়েৰ বা ডষ্টেয়ভস্কিৰ 'ক্ৰাইম এণ্ড পানিসমেণ্ট'ৰ মহত্ব অনুধাৱন কৰিব নোৱাৰি। সেইদৰে প্ৰকৃতি-কাব্যৰ ( Nature poetry ) সৌন্দৰ্য্য কেৱল বিজ্ঞান ভিত্তিক বস্তুবাদী বিশ্লেষণৰ দ্বাৰাই অনুধাৱন কৰিব নোৱাৰি আৰু ইয়াৰ বাবে কবিৰ অন্তৰ্দৃষ্টি, ভাবাবেগৰ লগত সমালোচকৰ আত্মিক সম্পৰ্ক অপৰিহাৰ্য্য হব। গতিকে ইয়াৰ পৰাই এটা সিদ্ধান্তলৈ আহিব পাৰি যে সাহিত্য সমালোচনা এটা কলা ( Art ) আৰু সাহিত্য-সমালোচনাৰ ক্ষেত্ৰটো ব্যক্তিনিষ্ঠতা ( Subjectivity ) সম্পূৰ্ণৰূপে পৰিহাৰ কৰিব নোৱাৰি। আৰু সাহিত্য-সমালোচনাৰ এই দিশটোৰ গুৰুত্ব সম্প্ৰসাৰিত কৰিবলৈকে বোধহয় কোৱা হৈছে—

> Say what you will, all criticism is
> in the last resort, Subjective.

কিন্তু সাহিত্য সমালোচনাৰ এই দিশটোৱে আনটো দিশৰ প্ৰতি আমাক অন্ধ কৰি ৰাখিব নোৱাৰে, আৰু এই দিশটো হৈছে—সমালোচনাৰ বৈজ্ঞানিক দিশটো। এখন গ্ৰন্থৰ কলাত্মক বৈশিষ্ট্য উপলব্ধি কৰিবলৈকো ইয়াত প্ৰতিফলিত হোৱা সম-সাময়িক কালৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক বা ঐতিহাসিক পটভূমিৰ বিশ্লেষণ অপৰিহাৰ্য্য। উদাহৰণস্বৰূপে ডাণ্টেৰ

কাব্য-গ্ৰন্থ 'ডিভাইন কমেদি'ৰ আলোচনা প্ৰসঙ্গত মধ্যযুগৰ চিন্তাধাৰা আৰু ঐতিহাসিক পটভূমিৰ বিচাৰ-বিশ্লেষণৰ প্ৰয়োজনীয়তা অনস্বীকাৰ্য্য। সেইদৰে টমাচ হাৰ্ডিৰ 'ডাইনাষ্ট' (Dynast) গ্ৰন্থখনৰ আলোচনা প্ৰসঙ্গত এজন সমালোচকে নেপোলিয়নৰ যুদ্ধযাত্ৰা বা ইউৰোপীয় সমৰ নীতি সম্পৰ্কে অৱগত হ'ব লাগিব—আৰু ইয়াৰ বাবে বৈজ্ঞানিক বিশ্লেষণ পদ্ধতিৰ সহায় লব লাগিব। ইংৰাজ কবি শ্যেলীৰ কাব্য-সাহিত্যৰ আলোচনা প্ৰসঙ্গত বৈজ্ঞানিক বিশ্লেষণ পদ্ধতি বিশেষ ভাবে প্ৰয়োজনীয় হৈ পৰে। শ্যেলীৰ কাব্য-গ্ৰন্থ 'প্ৰমিথিউচ আনবাউণ্ড'ৰ সমালোচকে গ্ৰীক নাটকৰ 'কোৰাছৰ' (Chorus) প্ৰাসঙ্গিকতাৰ সন্দৰ্ভত টমাচ হাৰ্ডিয়ে তেওঁৰ উপন্যাসত প্ৰয়োগ কৰা পদ্ধতিৰ তুলনামূলক বিশ্লেষণৰ সহায় লব লাগিব। তদুপৰি কোনো ক্ষেত্ৰত প্ৰাচীন গ্ৰীক আৰু লেটিন সাহিত্যৰ পৰম্পৰা আৰু প্ৰকাশভঙ্গীৰ বৈশিষ্ট্য বিশ্লেষণ কৰাৰ প্ৰয়োজন হয়। উদাহৰণস্বৰূপে ছেক্সপীয়েৰৰ 'হেমলেট' নাটকৰ প্ৰতিশোধ পৰায়ণতাৰ প্ৰাসঙ্গিকতা বিচাৰি পোৱা যাব চেনেকাৰ 'ৰিভেঞ্জ প্লে' (Revenge play) সমূহতহে। আৰু প্ৰাচীন সাহিত্যৰ পৰম্পৰা বা প্ৰকাশভঙ্গীৰ প্ৰাসঙ্গিকতা বা সামঞ্জস্যতাৰ দিশটো বিজ্ঞানসন্মত বিশ্লেষণ পদ্ধতিৰেই বিচাৰ কৰি চাব লাগিব। আনহাতে কোনো এখন গ্ৰন্থত এজন গ্ৰন্থকাৰৰ ব্যক্তিত্ব বা জীৱনদৰ্শনৰ প্ৰতিফলন বিচাৰ কৰিবলৈকো বৈজ্ঞানিক বিশ্লেষণ পদ্ধতিৰ প্ৰয়োজনীয়তা অপৰিহাৰ্য্য—The scientific element in criticism is equally evident when it makes us see the author's life and personality as reflected in books that reflect them—আৰু বিশিষ্ট ইংৰাজ নিবন্ধকাৰ চাৰ্লচ লেম্বৰ নিবন্ধমালা—The Essays of Elia আৰু ইংৰাজ কবি ওৱাৰ্ডচৱাৰ্থৰ কাব্য-গ্ৰন্থ—The Prelude ৰ এই গ্ৰন্থ দুখনেই এই দিশটোৰ যথাৰ্থতা প্ৰতিপন্ন কৰে।

গতিকে উপৰোক্ত আলোচনাৰ পৰিপ্ৰেক্ষিতত কব পাৰি যে সাহিত্য-সমালোচনা যেনেকৈ এক অৰ্থত কলা (Art) তেনেকৈ আন এক অৰ্থত বিজ্ঞান ( Science ) সেয়ে কোৱা হৈছে—

'Criticism, then, is both an art and a science. They are its two facets.' সাহিত্য-সমালোচনাৰ ক্ষেত্ৰত কলাত্মক আৰু বিজ্ঞানসম্মত দৃষ্টিভঙ্গীৰ সু-সমন্বয় ঘটিছে গ্ৰেনভিল বাৰ্কাৰৰ 'প্ৰিফেচ টু ছেক্সপীয়েৰ' আৰু কুইলাৰ কাউচৰ 'ছেক্সপীয়েৰ'চ বৰ্কমেনশ্বিপ' গ্ৰন্থত। আনহাতে বস্তুনিষ্ঠ দৃষ্টিভঙ্গী তুলনামূলক ভাবে অধিক প্ৰকট হৈ উঠিছে, ষ্টলৰ 'আৰ্ট এণ্ড আৰ্টিফাইচ ইন ছেক্সপীয়েৰ' আৰু চি, এম, বাউৰাৰ 'ট্ৰেডিশ্বন এণ্ড ডিজাইন ইন ইলিয়াদ'ত। ইয়াৰ বিপৰীতে ব্যক্তিনিষ্ঠ দৃষ্টিভঙ্গীয়ে আধিপত্য বিস্তাৰ কৰিছে বাৰ্ণাডশ্ব আৰু হাক্সলিৰ ছেক্সপীয়েৰৰ নাট্য-সাহিত্যৰ সমালোচনাত। আনহাতে কোনো ক্ষেত্ৰত এজন সমালোচকৰ দৃষ্টিত সাহিত্যৰ গুণগত বৈশিষ্ট্য সমূহ বিভিন্ন ৰূপত ধৰা দিব পাৰে। টি, এচ, এলিয়টৰ 'ফটৰ কোৱাৰ্টেটচ্' কাব্য-গ্ৰন্থৰ বৈশিষ্ট্য হেলেন গাৰ্ডনাৰে সুসংহত সমান্তৰাল গীতিময়তাৰ ( Musical parallelism ) মাজত বিচাৰি পাইছে, কিন্তু এই কাব্য-গ্ৰন্থত প্ৰতিফলন হোৱা বৰ্তমান যুগৰ মানুহৰ আধ্যাত্মিক সংকটৰ ( Spiritual crisis ) আলেখ্যহে আন সমালোচকৰ দৃষ্টিত প্ৰধান আকৰ্ষণ হৈ পৰিছে। অৱশ্যে এই ক্ষেত্ৰত ব্যক্তিনিষ্ঠতা আৰু বস্তুনিষ্ঠতাৰ মাজত সংঘাতৰ থল নাই।

সাম্প্ৰতিক কালৰ সমালোচনা সাহিত্যত উদ্ভাৱন শক্তি, অধ্যয়ন আৰু বিশ্লেষণাত্মক পৰ্যালোচনাৰ এক অভিনৱ সমন্বয় ঘটিছে লিভিংষ্টোন লবেচৰ 'দি ৰ'ড টু জানাডু'ত। এই গ্ৰন্থখনত ইংৰাজ কবি কলেৰিজৰ 'দি এনচিয়াণ্ট মেৰিনাৰ' কাব্যগ্ৰন্থৰ এটা বিস্তৃত সমালোচনা ডাঙি ধৰা হৈছে। উল্লেখযোগ্য যে ১৯ শতিকাৰ আৰম্ভণিৰ লগে লগে সমালোচনা সাহিত্যত এটা নতুন ধাৰা প্ৰবৰ্ত্তন হয় আৰু সাহিত্য সমালোচনাৰ ক্ষেত্ৰত সামগ্ৰিক ভাবে ইউৰোপীয় সাহিত্যৰ লগতে আন দেশীয় সাহিত্য যেনে—ৰুছ, ফৰাছী, জাৰ্মাণ, ইটালীয়ান, স্কাণ্ডিনেভিয়ান আদিৰ সম্যক জ্ঞান অপৰিহাৰ্য্য বুলি গণ্য হবলৈ ধৰে। এই সন্দৰ্ভতে ইংৰাজ কবি-সমালোচক মেথিউ আৰ্নল্ডে মত প্ৰকাশ কৰিছিল যে এজন সমালোচকে তুলনামূলক বিচাৰৰ বাবে বিভিন্ন

দেশীয় সাহিত্যৰ প্ৰয়োজনীয় জ্ঞান আহৰণ কৰা উচিত। সেয়ে বোধহয় আৰ্নল্ডৰ পৰবৰ্তী কেইবাগৰাকী সমালোচকে সাহিত্য সমালোচনাৰ এই দিশটো গুৰুত্ব সহকাৰে অনুসৰণ কৰা পৰিলক্ষিত হয়। এই সন্দৰ্ভত ছেইণ্টবেৰীৰ তিনি খণ্ডত প্ৰকাশিত 'ইউৰোপীয় সাহিত্য সমালোচনাৰ ইতিহাস' গ্ৰন্থখন বিশেষ ভাবে উল্লেখযোগ্য। ইংৰাজী সাহিত্যৰ বিস্তৃত অধ্যয়নৰ লগতে ফৰাচী, জাৰ্মাণ, ইটালীয়ান আৰু স্পেনিজ সাহিত্যৰ তুলনামূলক অধ্যয়নৰ পৰিচয় এই গ্ৰন্থখনে বহন কৰিছে। সাম্প্ৰতিক কালত তুলনামূলক সাহিত্য সমালোচনাৰ ( Comparative Literary criticism ) এই ধাৰাটো সম্প্ৰসাৰিত হৈছে আই, এ, ৰিচাৰ্দ আৰু টি, এচ, এলিয়টৰ হাতত।

সমালোচনা সাহিত্যৰ আন এটা গুৰুত্বপূৰ্ণ দিশ হৈছে এজন সমালোচকৰ ব্যক্তিগত দৃষ্টিভঙ্গী। বস্তুনিষ্ঠতা, নিৰপেক্ষতা, ধৰ্মীয়, ৰাজনৈতিক, গোষ্ঠীবাদ প্ৰসূত সংকীৰ্ণতা বা আন ধৰণৰ পক্ষপাতিত্বৰ ( Prejudice, bias ) পৰা মুক্ত মানসিকতা আৰু দৃষ্টিভঙ্গী সুস্থ সমালোচনাৰ বাবে প্ৰয়োজনীয় বৈশিষ্ট্য। এনে সুস্থ সাহিত্য সমালোচনাৰ অনুকৰণীয় আদৰ্শ ৰাখি থৈ গৈছে সমালোচক জি, কে, চেষ্টাৰটনে। ধৰ্মীয় ক্ষেত্ৰত এজন নৈষ্ঠিক 'ৰোমান কেথলিক' হোৱা সত্বেও সাহিত্য সমালোচনাৰ ক্ষেত্ৰত তেওঁ এক সহনশীল অন্তৰ্দৃষ্টি আৰু নিৰপেক্ষ বিচাৰৰ অনুকৰণীয় দৃষ্টান্ত ৰাখি থৈ গৈছে। আনহাতে এজন সমালোচকৰ অনিৰপেক্ষ বা পক্ষপাতমূলক সমালোচনাই যথেষ্ট বিভ্ৰান্তি বা বিতৰ্কৰ সূচনা কৰিব পাৰে। উল্লেখযোগ্য যে এনে ধৰণৰ পক্ষপাতমূলক বা একপক্ষীয় দৃষ্টিভঙ্গীৰ পৰা কাৰ্লাইল, টলষ্টয়, বাৰ্ণাডশ্ব বা আলডুছ হাক্সলিৰ দৰে বিশিষ্ট চিন্তাবিদ লেখক সকলো আঁতৰি থাকিব পৰা নাই। সেয়ে বোধহয় জেনিংস নামৰ এজন নিবন্ধকাৰে 'দি প্ৰিজুডিচেচ্ অব ক্ৰিটিকচ্' ( The Prejudices of Critics ) নামৰ গ্ৰন্থত সমালোচকৰ এনে দৃষ্টিভঙ্গীৰ বিষয়ে বিস্তৃত তথ্য আৰু আলোচনা ডাঙি ধৰিছে। আনহাতে সৃষ্টিকামী আৰু সুস্থ সাহিত্য সমালোচনাৰ

ক্ষেত্ৰত এজন সমালোচকৰ অৱস্থান আৰু ভূমিকাৰ গুৰুত্বপূৰ্ণ দিশটো অনস্বীকাৰ্য্য। বিশিষ্ট সমালোচক এনাটোল ফ্ৰাংচৰ মতে সাহিত্য-সমালোচনা হৈছে—‘গ্ৰন্থৰ মাজলৈ আত্মাৰ বিপদসংকুল যাত্ৰা’। [Criticism is the adventure of a soul among books] সেইদৰে আন অভিমতৰ পৰিপ্ৰেক্ষিততো কব পাৰি যে ‘এজন সমালোচক নিজেই এজন কলাকাৰ [The critic is also an artist.] যেনেকৈ এজন সৃষ্টিশীল লেখকে মানৱজীৱনৰ বিভিন্ন দিশৰ প্ৰতিফলন আৰু বিভিন্ন অভিজ্ঞতাৰ চিত্ৰ অংকন কৰে তেনেদৰে এজন সমালোচকেও সাহিত্যৰ এই বৈশিষ্ট্য সমূহ স্বকীয় উদ্ভাৱন শক্তি, অন্তৰ্দৃষ্টি আৰু বিশ্লেষণ পদ্ধতিৰে নতুনকৈ আলোকিত কৰে। এই সন্দৰ্ভত বিস্তৃত আলোচনা আগবঢ়াইছে সমালোচক মিডল্টন মূৰে তেওঁৰ ‘দি প্ৰব্লেম অব্ ষ্টাইল’ গ্ৰন্থখনত। সাহিত্য-বুৰঞ্জীৰ গ্ৰন্থকাৰ বিশিষ্ট লেখক অধ্যাপক কাজামিয়াৰ ভাষাত কবলৈ হলে—‘The critic ranks not necessarily second to the original writer, but somewhere on the same plane, their value that of creation with one, of re-creation with the other two perfectly equivalent processes’ অৰ্থ্যাৎ সকলোক্ষেত্ৰতে এজন সমালোচকতকৈ এজন লেখকে অগ্ৰাধিকাৰ পাব নোৱাৰে; কাৰণ এজন লেখক আৰু এজন সমালোচকৰ স্থিতি প্ৰায় একেই, এজনে কৰে সৃষ্টি আৰু আনজনে কৰে ন-সৃষ্টি— আৰু দুয়োক্ষেত্ৰতে সৃষ্টিৰ উদ্ভাৱন আৰু পদ্ধতিও একেই।

---